APPRECIATIVE STUDIES OF ASAMĪYĀ LITERATURE

# অসমীয়া সাহিত্যৰ অধ্যয়ন

অসমীয়া সাহিত্যৰ জেউতি

১৯৫২

অসমীয়া সাহিত্যৰ জিলিঙনি

১৯৩৮

একত্ৰিত

*"At the heart of all great literature there was a Vision, an illumination, a perception of what endures."*

শ্ৰীডিম্বেশ্বৰ নেওগ

গুৱনী প্ৰকাশ
তিৰপুৰ, গুৱাহাটী

প্ৰথম প্ৰকাশ, ১৯৬৪

বেচ ৮৲ আঠ টকা

শ্ৰীদেৱপ্ৰসাদ মিত্ৰৰ দ্বাৰা
৬৩ৰ বিডন্ ষ্ট্ৰীট, কলিকতা-৬
ছপা হল।

# আগকথা

"সংসাৰ বিষ-বৃক্ষস্য দ্বে ফলে অমৃতোপমে। কাব্যামৃত-ৰসাস্বাদো আলাপো সজ্জনৈ সহ॥" কিন্তু ৰসনাৰ অবিহনে ৰসাস্বাদ দৃষ্টি-হীনৰ ইন্দ্ৰধনুৰ বৰ্ণালি ব্যাখ্যাৰ দৰেই বিড়ম্বনা মাত্ৰ। "ৰসাত্মকং বাক্যং কাব্যম্"ঃ গতিকে কবিত্ব-হীন জনৰ কাব্যৰ তথা সাহিত্যৰ সমালোচনা-চেষ্টা বাঁজী হয়।

সাহিত্য তথা সুকুমাৰ কলাৰ সমালোচনা সদায়েই কলা-সৃষ্টিৰ দৰেই সুকঠিন। কিয়নো, মানুহৰ উৎকৃষ্ট কল্পনাৰ উৎকৃষ্ট প্ৰকাশেই যদি সাহিত্য হয়, তাক বাচি-বিচাৰি সুধী সমাজৰ আগত দাঙি ধৰিবলৈ প্ৰায় সমকক্ষ উপলব্ধিৰ আৱশ্যক যে সন্দেহ নাই।

বিচিত্ৰ খাদ্য-সামগ্ৰিৰ প্ৰদৰ্শনৰ দ্বাৰা যেনেকৈ কাৰো ক্ষুধাৰ উপশম নহয়, পাণ্ডিত্যৰ "কুচ্-কাৱাজ"ৰ দ্বাৰা তেনেকৈ কোনো জনৰ ৰস-উপলব্ধি নহয়; সদৌ সুকুমাৰ কলাৰ দৰেই সাহিত্য উপভোগৰহে বস্তু, আৰু প্ৰকৃত ৰসাস্বাদী সমালোচকৰ যোগেদিহে সৰ্বসাধাৰণে তাৰ উপভোগৰ উপায় পাব পাৰে। ৰবীন্দ্ৰনাথৰ "লোক সাহিত্য", "প্ৰাচীন সাহিত্য", "আধুনিক সাহিত্য" আদিৰ ঘাইকৈ "শকুন্তলা", "কাব্যেৰ উপেক্ষিতা" আদি অনুপম প্ৰৱন্ধৰ ভিতৰেদি তেনে ৰসাস্বাদ কৰা আৰু কৰোৱা উপভোগমূলক সমালোচনাৰ নিদৰ্শন পাওঁহঁক। তেনে "মহাজন"ৰ পন্থা অনুসৰণৰ সামান্য প্ৰচেষ্টা এইখিনি।

আন এটি কথাঃ বৰফৰ মথুৰা পাগ পিন্ধা কাঞ্চন-জঙ্ঘাৰ মহত্বৰ লগত যদি "শেলুৱা শিলত গজা ফুল বনৰীয়া" বা "দুবৰিৰ দলিচা"ৰ বিজুনি নহয়, তেন্তে এইবোৰৰ সৰলতাৰ লগতো কাঞ্চনজঙ্ঘাৰ তুলনা নাই; সেইহে মানৱতাৰ পৰশ পৰা বৰ্ত্তমানৰ দুই-চাৰিখন পুথিও ইয়াত আলোচনা কৰা হৈছে। উদাহৰণেৰে বুজোৱা দৰ্শন শাস্ত্ৰই ইতিহাস; সাহিত্য-বুৰঞ্জীৰ যুক্তিৰ মেৰ-পাকবোৰ এৰাই, অথচ বিভিন্ন যুগৰ চিন্তা-ধাৰাৰ দিশ-বিদিশ নেহেৰুৱাই, সদৌৱে অসমীয়া সাহিত্যৰ সোৱাদ সহজে উপভোগ কৰিব পৰাকৈ এই পুথিখনি লিখা আৰু সজোৱা হৈছে। উদ্দেশ্যৰ সিদ্ধিতেই শ্ৰমৰ সাৰ্থকতা।

দুকুৰি বছৰৰো আগতে ইয়াৰ সৰহখিনি ৰচনা প্ৰৱন্ধ বা পাতনি স্বৰূপে ওলাই পাছত পুথিৰ আকাৰ পাইছিল; সেইবোৰ কাকত-পুথি এতিয়া দুষ্প্ৰাপ্য হোৱাৰ অন্যায় ছেগ লৈ কোনো-কোনোৱে আমাৰ কথাবোৰকে পুনৰ

কথি আৰু আমাৰ উদ্ধৃতিবোৰকে হুনাই উদ্ধৃত কৰি চোবাত সেলেঙি লগাইছে! “যেই দেশ, সেই ভেশ”। নতুন কথাত দাঁত বহুৱাব নোৱৰা পণ্ডিতবোৰৰ এই প্ৰথা সমৰ্থন নকৰিলে অপণ্ডিত হোৱা অপযশৰ ভয়ত আইন-ব্যাখ্যাকাৰীবোৰেও “Look wise and smile” পন্থা লয়। আমি মাত্ৰ কওঁ—“সৱকো সুমতি দে, ভগৱান!”

দোষ নেদেখুৱালে সমালোচনা নহয় বুলিও কোনোৱে ভাবে; ই ভুল। প্ৰকৃত সমালোচনাই চালনিতকৈ কুলাৰ কামহে কৰিব লাগে; প্ৰকৃত সমালোচকো সেইবাবে গুবৰুৱা নহয়, ভোমোৰা হে। ৰাজহাঁহে খীৰখিনি চাকি খাওঁতে পানীৰ ভাগ আপুনি এৰা পৰে; গোলাপ ফুলৰ ৰূপ-গোন্ধ উপভোগ নকৰি তাৰ কাঁইট চোবোৱা ভাল নে? এনে সত্যবোৰ মনত ৰাখিয়ে পাণ্ডিত্যগন্ধী নকৰি অনুভূতিশীলতাৰ ভিতৰেদি অসমীয়া সাহিত্যৰ উৎকৃষ্ট প্ৰকাশ কিছুমান দাঙি ধৰিবলৈ চোৱা হৈছে। ইয়াৰ পৰা অসমীয়া সাহিত্যৰ ৰসোপলব্ধিৰ জাগৃতি হোৱা দেখিবলৈ পালেই নিজক কৃতাৰ্থ মানিম।

আমাৰ “জিলিঙনি”ৰ “ভূমিকা” ৰূপে ৺বাণীকান্ত কাকতীয়ে লিখিছিল—“আমাৰ ভাষাত সমালোচনাৰ পুথি এতিয়ালৈকে ওলোৱা নাই; গতিকে অন্ততঃ বিষয় হিচাবে ই আমাৰ সাহিত্যৰ পৰিসৰ বঢ়াব নিশ্চয়। শ্ৰীযুত নেওগৰ নিজৰে কবিতা লিখাত ভাল ৰাপ আছে দেখি তেওঁ সাহিত্যৰ সূক্ষ্ম ভাববোৰ সহজে উপলব্ধি কৰিব পাৰিছে। পুথিখনে সকলোৰে সমাদৰ পাব বুলি আশা কৰোঁ।” (গুৱাহাটী, ডিচেম্বৰ, ১৯২২)

“জিলিঙনি”ৰ আগকথাত লিখিছিলোঁ—“নিলগৰ পৰা তলি-উদং বা তুলুঙা দেখা অসমীয়া সাহিত্যৰ বৰ নাৱত যে প্ৰকৃততে বহুতো বহুমূলীয়া বণিজ আছে, মাজ নৈত হঠাতে উবুৰি হব লগা অৱস্থাতকৈ যে ইয়াৰ তলি ভালেখিনি বহল, আওকণীয়া আৰু সহানুভূতি-হীনসকলৰ ইয়ালৈ মনোযোগ আকৰ্ষণ কৰাও এই লেখকৰ এক ঘাই ধাউতি। .....অসমীয়া সাহিত্য অন্ততঃ অসমীয়া মাত্ৰই হেপাহেৰে পঢ়ক, জাতীয় সাহিত্যলৈ আমাৰ প্ৰকৃত শ্ৰদ্ধা বাঢ়ক......তেতিয়া অকল অসমীয়াৰ চকুতে নহয়, জগতৰ চকুতো অসম স্বৰূপতে “অসমা সুষমা কামৰূপা” হব; অসমীয়া সাহিত্য, অসমীয়া জাতীয় জীৱন, কেইওপিনে পুনৰ নদন-বদন হব।” এক পোৱা-শতিকাৰ পাছত তাকে পুনৰ দোহাৰিলোঁ।

শ্ৰীডিম্বেশ্বৰ নেওগ

# অসমীয়া সাহিত্যৰ ইতিহাসত শ্ৰীডিম্বেশ্বৰ নেওগ

( ১ )

“ডিম্বেশ্বৰ নেওগ।......কুমলীয়া ছাত্ৰ অৱস্থাৰ পৰাই কৱিতা-ৰচনা আৰম্ভ কৰে...। এওঁৰ কেইবাখনিও কৱিতাৰ পুথি প্ৰকাশিত হৈছে—মালিকা (১৯২১), সঁফুৰা (গীত, ১৯২৩), থুপিতৰা (১৯২৫), মালতী (১৯২৭), ইন্দ্ৰধনু (১৯৩০), মুকুতা (ছনেট্, ১৯৩২), খহিদে কাৰবালা (১৯৪০), মেঘদূত (১৯৪২), অসমা (১৯৪৭), বিচিত্ৰা, থাপনা (১৯৪৮)। এওঁ কেইবাখনিও লোক-গীতিৰ সংগ্ৰহো প্ৰকাশ কৰি নিজেই সিবিলাকৰ চৰ্চ্চাত ৰত হৈছে। এওঁৰ কৱিতাৰ দুটি প্ৰধান সুৰ—প্ৰেম আৰু দেশপ্ৰেম। “মালিকা”ৰ পৰা “ইন্দ্ৰধনু” লৈকে কৱিত্বৰ এটি ক্ৰমবিকাশ দেখা পোৱা যায়। “ইন্দ্ৰধনু”ৰ ‘সাধনা’ খণ্ডত এই সময়ত দেশপ্ৰেমৰ উচ্ছ্বাসৰ এটি পৰিণতি দেখা পোৱা যায়।” “মঞ্চৰ পৰা আঁতৰত লিখা কাব্যিক নাট ডিম্বেশ্বৰ নেওগৰ “কামৰূপ”।”

“আধুনিক তত্ত্বালোচনামূলক.....সচেতন শৈলী-সেৱী..... ডিম্বেশ্বৰ নেওগ।” ......ডিম্বেশ্বৰ নেওগৰ “বৈষ্ণৱ ধৰ্ম্মৰ আঁতিগুৰি” (১৯৪০), “বৈষ্ণৱ-ধৰ্ম্মৰ ক্ৰমবিস্তাৰ” (১৯৪৩) আৰু “প্ৰাক্-ঐতিহাসিক অসম”ৰ (১৯৪৯) নাম এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি।” “ডিম্বেশ্বৰ নেওগে ‘মিলন’ৰ কালতে (১৯২৩) আৰম্ভ কৰি অসমীয়া সাহিত্যৰ তাত্ত্বিক অধ্যয়নত লাগি আছে।...... পুৰণি-আধুনিক কৱিৰ বিষয়ে আলোচনাবোৰেৰে এক পৰ্য্যায়ৰ কেইটিমান প্ৰৱন্ধ “অসমীয়া সাহিত্যৰ জিলিঙনি”ত (১৯৩৯) সন্নিবিষ্ট হৈছে। বন-গীতৰ “আকুল-পথিক” (১৯২২), আইনাম-লৰাধেমালিৰ গীত আদিৰ “ভোগজৰা” (১৯২৮), আৰু দুহাজাৰমান যোজনা-ফকৰাৰ “ৰহৰহী”ৰ (১৯৩৭, প্ৰকাশ ১৯৪৮) সংগ্ৰহ অনুসন্ধানৰ ফালৰ পৰা আৰু সিবোৰৰ আৰু.....“জনা-গাভৰুৰ গীত”ৰ (১৯২৫) পাতনি লোক-সাহিত্যৰ মূল্যাঙ্কনৰ ফালৰ পৰা পথ-প্ৰদৰ্শক। এওঁৰ বোধ-হয় আটাইতকৈ ডাঙৰ কাম......নানা গৱেষণা কৰি লিখা “আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী” (১৯৩৭)। ইয়াৰ পিছত ওলোৱা “অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ ভূমুকি”তো (১৯৪০) কিছু নতুন বাট ভাঙিবৰ যত্ন দেখা যায়।” “অসমীয়া সাহিত্যৰ প্ৰথম যুগ-বিভাগ কৰিছিল পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে। নানা কাৰণত সেই বিভাজন বৰ্ত্তমানে অপ্ৰচলিত হৈছে। সাহিত্যৰ ইতিবৃত্ত ৰচনাৰ আন এজন পথ-প্ৰদৰ্শক ডিম্বেশ্বৰ নেওগ...।” **অসমীয়া সাহিত্যৰ ৰূপ-ৰেখা, ১৯৬২।**

( ২ )

“স্বৰবৃত্ত ছন্দ-ৰীতিত পৰিপূৰ্ণতা দেখুৱাবলৈ সক্ষম হৈছিল......ডিম্বেশ্বৰ নেওগ......। অনুৰূপ মাত্ৰাবৃত্ত ছন্দৰ সঠিক স্পন্দনো ধৰা পৰিছিল এই...... কৱিৰ হাততে।” “এই মিশ্ৰ ছন্দ-সজ্জা ৰচনা সম্ভৱপৰ হৈছিল ইংৰাজী ছন্দৰ পোহৰত সংস্কৃত ছন্দ আৰু ফাৰ্চী ছন্দৰ প্ৰতি মনোনিবেশ কৰাৰ ফলত।

যিসকল কৰিয়ে এইদৰে চিনাকি পথত অচিন সম্ভাৱনাৰ সুৰ শুনালে সেইসকলৰ ভিতৰত স্মৰণীয় হৈছে...ডিম্বেশ্বৰ নেওগ.....।" **অসমীয়াকৱিতাৰ ছন্দ, ১৯৬২।**

( ৩ )

"নেওগ ছাত্ৰ অৱস্থাৰ পৰাই ভাষা-জননীৰ একনিষ্ঠ সেৱক।...কবিৰূপে নেওগৰ পৰিচয় প্ৰদান কৰে "মালিকা" (১৯২১), "থুপিতৰা" (১৯২৫), "মালতী" (১৯২৭), "ইন্দ্ৰধনু" (১৯৩০), "মুকুতা" (১৯৩২), "খৰিদে কাৰবালা" (১৯৪১), "অসমা" (১৯৪৭), "বিচিত্ৰা", "থাপনা" (১৯৪৮) আদি নিজস্ব কৱিতা-পুথিবোৰে। তাৰ মাজৰে কিছু কৱিতাই উচ্চ কল্পনা, ভাবৰ গাম্ভীৰ্য্য আৰু প্ৰকাশ-ভঙ্গীৰ সৌষ্ঠৱৰ দ্বাৰা কবিক অবিস্মৰণীয় কবি ৰাখিব বুলি আশা কৰিব পাৰি। "শাপমুক্তা", "স্বৰ্গপুৰী", "মোৰ গাঁও", "বুৰঞ্জী-লেখক" আদি কৱিতাৰ শব্দচয়ন-ঔচিত্য, উপমাদিৰ সাৰ্থকতা, ভাবাবেগৰ আন্তৰিকতা আৰু ছন্দৰ সবল সাবলীল গতিৰ দ্বাৰা মহিমা-মণ্ডিত হৈছে।...কৱিতাৰ চঞ্চল বিলাস, স্বদেশ-প্ৰীতিৰ উদ্দাম গতি আৰু সবল আশাবাদ আছে। প্ৰেমৰ কৱিতাতো হা-হুমুনিয়াহ নাই। ইংৰাজী কৱিতাৰ ছাঁ লৈ লিখা কৱিতাকেইটিও নিজস্ব মহিমাৰে সমৃদ্ধ। টেনিছনৰ "মে কুঈন্"ৰ ছাঁ লৈ লিখা "বিহুৱতী" কৱিতাটিয়েই তাৰ নিদৰ্শন।

"নেওগ একাধাৰে কবি আৰু নিৰ্ভীক সমালোচক।.....অসমীয়া সাহিত্য বুৰঞ্জী প্ৰণেতাৰূপে নেওগ প্ৰসিদ্ধ। "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী" (১৯৩৭), "অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি" (১৯৪০), "অসমীয়া সাহিত্যৰ বুৰঞ্জী" ( সংক্ষিপ্ত, ১৯৫০-৫১ ) আৰু "অসমীয়া সাহিত্যৰ বুৰঞ্জী" (বৃহৎ, ১৯৫৬), এই চাৰিখন সাহিত্যৰ বুৰঞ্জীত অসমীয়া ভাষা আৰু সাহিত্যৰ বিকাশ আলোচনা কৰিছে। সাহিত্যৰ বুৰঞ্জী বিষয়ত তেওঁ অগ্ৰগণী আৰু পথ-প্ৰদৰ্শক, সেই বিষয়ে সন্দেহৰ থল নাই।"

"প্ৰাক্-ঐতিহাসিক অসম" আৰু "বৈষ্ণৱ ধৰ্ম্মৰ আঁতিগুৰি" (১৯৪০) লেখক শ্ৰীডিম্বেশ্বৰ নেওগৰ.....ধৰ্ম আৰু সংস্কৃতি সম্পৰ্কীয় প্ৰবন্ধাৱলী লেখকৰ পাণ্ডিত্য আৰু মননশীলতাৰ পৰিচয়-জ্ঞাপক।" ( ২৬৩ পিঠি )। "সাহিত্যৰ বুৰঞ্জীলৈ শ্ৰীডিম্বেশ্বৰ নেওগৰ অৱদান সকলোতকৈ অধিক। তেওঁৰ "আধুনিক অসমীয়া সাহিত্য বুৰঞ্জী" ( ১৯৩৬), "অসমীয়া সাহিত্যৰ বুৰঞ্জী" (চমু, ১৯৫০ ; বিস্তৃত, ১৯৫৭) আদি বিভিন্ন চমু আৰু বিস্তাৰিত ইতিহাসত অসমীয়া ভাষা আৰু সাহিত্যৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ ধাৰা আৰু বিভিন্ন দিশ খৰচি মাৰি আলোচিত হৈছে।"

"অসমীয়া সাহিত্যৰ বুৰঞ্জী লেখক ডিম্বেশ্বৰ নেওগ সমালোচক হিচাপে উল্লেখযোগ্য। তেওঁৰ "অসমীয়া সাহিত্যৰ জিলিঙনি" (১৯৩৯) আৰু ভালেখিনি প্ৰবন্ধেৰে অসমীয়া সাহিত্যৰ বিভিন্ন দিশ আলোচনা কৰিছে। নেওগৰ সমালোচনা নিৰ্ভীক, আৰু অযথা প্ৰশংসাবাদপূৰ্ণ নহয়।" "লোক-গীত সংগ্ৰহ আৰু প্ৰকাশত...."আকুল পথিক" (১৯২২),"ভোগজৰা" (১৯২৯).... প্ৰাক্-স্বাধীনতা যুগৰ উল্লেখযোগ্য অৱদান।" **অসমীয়া সাহিত্যৰ ইতিবৃত্ত।**

# সূচী

## প্ৰথম পুথি

### প্ৰকৃতি-পুৰাণমূলক জন-সাহিত্য



## দ্বিতীয় পুথি

### মধ্যযুগীয় বৌদ্ধ-শাক্ত-মনসা-কাব্য



## তৃতীয় পুথি

### উত্তৰ-মধ্যযুগীয় বিবিধ ধৰ্মী কাব্য



## চতুৰ্থ পুথি

### নৰ-জন্ম-সূচক নৰ-বৈষ্ণৱ সাহিত্য

# অসমীয়া সাহিত্যৰ অধ্যয়ন

## প্ৰথম পুথি

### প্ৰকৃতি-পুৰাণমূলক জন-সাহিত্য

| | |
|---|---|
| ১। পশু পুৰাণ | ৪। বন ঘোষা |
| ২। ধাই নাম | ৫। বিয়া নাম |
| ৩। সাঁথৰ মালা | ৬। পটন্তৰ মালা |

৭। ফুল পুৰাণ

শ্ৰীডিম্বেশ্বৰ নেওগ

শুৱনী প্ৰকাশ
তিষ্‌পুৰ, গুৱাহাটী
১৯৬৩

# উছৰ্গা

অসমীয়া ভাষা-প্ৰাণ, সাহিত্য-প্ৰাণ, জাতি-প্ৰাণ ; 'জীৱন-সঙ্গীত', 'সুখৰ ঠাই'
'এডুইন্ এঞ্জেলিনা' আদিৰ অমৰ পদ্য-অনুবাদক ; 'ফুল-কোঁৱৰ' 'পাণেশঙ্গ'
আদি জন-গীতকাব্যক আধুনিক ৰূপ-দিওঁতা, অসমক ভূ-স্বৰ্গ
বুলি শাস্ত্ৰীয় প্ৰমাণ দিবলৈ ভাটি বয়সত গৱেষণা-ক্ষেত্ৰত
নামোতা ; "ক্ষমা স্বৰ্গীয় বস্তু ; ক্ষমা মানুহৰ সুখ,
জগতৰ শান্তি ; ক্ষমা দয়াময় পিতাৰ কণ্ঠ-
মালা" বুলি অলঙ্কাৰযুক্ত কলামূলক
গদ্যৰ বিতোপন নিদৰ্শন দাঙি
ধৰোঁতা ভাঙনি-কোঁৱৰ

## আনন্দচন্দ্ৰ আগৰৱালাৰ

পুণ্যময় সোঁৱৰণত

# পশু-পুৰাণ—জীৱ-জন্তুৰ কাহিনী

সচাকৈয়ে সি সোণালী সত্য যুগ, যেতিয়া গছ-লতা, পশু-পক্ষী, আটাইৰে হিয়াৰ দুৱাৰ মানুহৰ বাবে মুকলি আছিল ; বা মানুহে সেইবোৰৰ হিয়াৰ দুৱাৰেদি সোমাব পাৰিছিল। পশু-পক্ষীৰ পুৰাণৰ পাত মানুহৰ চকুৰ আগত জাপ গল, যিদিনা দেৱ-দেৱীৰ পুৰাণৰ মাত মেল খালে ; ই মানুহৰ সৰগ হেৰোৱাৰ পাতনি। দেৱ-দেৱী মানুহৰ প্ৰতিদ্বন্দ্বী, আৰু প্ৰায়ে শত্ৰুও ; গছ-লতা, পশু-পক্ষী, আন নালাগে সাপ-বাঘো মানুহৰ মিতিৰহে আছিল, মানুহে বিনা দোষত সেইবোৰ জাতিৰ সঙ্গ এৰিলে।

জগতৰ সকলো জাতিৰ সাহিত্যৰ উন্মেষ আৰু জন্ম প্ৰকৃতি-পুৰাণত ; কিয়নো গছ-লতা পশু-পক্ষীৰ দৰে মানুহৰো মাতৃ প্ৰকৃতি, আৰু মাতৃৰ কোলাতেই সকলো সন্তানে কল্-কলাবলৈ শিকে ; নিজ ভাই-ভনীৰ লগত আলাপ-পৰিচয় হবলৈ ধৰে। মেকুৰীৰ জীয়েকৰ সাধু, চিলনীৰ জীয়েকৰ সাধু আদিত সেইবোৰ জীৱৰ লগত মানুহৰ সৌহাৰ্দ্য আৰু নিবিড় সম্পৰ্কৰ কথাকে সুঁৱৰিবলৈ বাধ্য হওঁহঁক। চম্পাৱতীৰ সাধুত অলাগী ঘৈণীৰ প্ৰতি অজগৰৰ গভীৰ সহানুভূতিয়ে জীৱ-জগতক নতুন চকুৰে চাবলৈ সকিয়ায়। বাঘ আৰু কেকোৰাৰ সাধুৰ মহবিলাকৰ কৃতজ্ঞতা আৰু বিশ্বাস-ভাজনতাই আজিৰ মানুহ সভ্যতাক লাজ দিয়ে।

তেজীমলা নামটিৰ দৰেই সাধুটি যেনে করুণ তেনে বিতোপন, চিৰন্তন কিন্তু অভিনৱ। আজলী নিসহায় তেজীমলাক পিশাচিনী মাহীমাকে কৰা অমানুষিক ব্যৱহাৰ অসত্যৰ সত্যৰ ওপৰত বা জড়ৰ চেতনৰ ওপৰত খন্তেকীয়া আৰু উপকৰা জিত ; কিন্তু লাওৰূপে জবাৰূপে আৰু ফুলৰূপে তেজীমলাৰ আত্মপ্ৰকাশ অমৰ আত্মাৰ অমোঘ অভিব্যক্তি, আৰু সত্যৰ অনন্ত জয়-জয়কাৰ ! কবি চন্দ্ৰকুমাৰৰ কাপত তেজীমলাৰ তেজী নৱ জন্ম :

কুমাৰী ছোৱালী কুটুমে পেলালে দলিয়াই মৰম ফেৰি।
মানুহে মানুহে ইমানহে মৰম, চকুলো পৰে সুঁৱৰি ॥

মানুহৰ চোতালত মাধুৰী ফুটিলে, মানুহে নিচিনি হায় ।
সাৰি তুলি ছিঙি মোহাৰি পেলালে, মানুহৰ মৰমো নাই !...
মানুহৰ নাও, মানুহৰ ভাও, দেখি যে লাগিছে ভাল ;
মানুহ মিতিৰ বৰ মৰমৰ, পাতিছে কিহৰ জাল ?..
"হাতো নেমেলিবি, ফুলো নিছিঙিবি, ক'ৰে নাৰবীয়া তই ?
মানুহে ফুলৰ কি জানে আদৰ ? তেজীমলাহে মই ।"

আকৌ পাণেশৈ নামটিৰ দৰেই সেই সাধুটিও অভিনৱৰূপে বিতোপন। হাঁহকণীৰ পৰা ওলোৱা দিব্য কন্যা তাই, ইকৰা পাতৰ বঠাৰে ইকৰা পাতৰ নাও বাই পাণি-প্ৰাৰ্থী ককাইদেৱেকৰ পৰা পলাই সাৰিবলৈ ফুৰা ভনীটী :

"পাণেশৈ, পাণেশৈ, মোৰ ভনী পাণেশৈ, মোৰ ঘাটে চপাই দে নাৱ ।
দুহাতে দুমুঠি দি যাম চাৰি মুঠি, ডিঙিতো পিন্ধামে হাৰ ॥
খাটলি পিৰাতে বহি ভাতে খাবি, বেটীয়ে ধৰিব আল"—
"ককাইদেউ, ককাইদেউ মৰমৰ ককাইদেউ, তোৰ ঘাটে নচপাওঁ নাৱ ।
দুহাতে দুমুঠি নলওঁ চাৰি মুঠি, ডিঙিতো নিপিন্ধো হাৰ ॥
খাটলি পিৰাতে বহি ভাতে নাখাওঁ, বেটীয়ে নধৰক আল ।
আগেয়ে আছিলা মৰমৰ ককাইদেউ, এতিয়া হলাহি কাল ॥"

"পাণেশই" সম্ভৱ "প্ৰাণেশ্বৰী"ৰ অসমীয়া ৰূপ ; গতিকে তোলনীয়া ভনী হলেও "ককাইদেৱে" তাইৰ নাম সাৰ্থক কৰিবলৈ বিচাৰে : কিয়নো, "ভনীটীৰ দৰে তুমি সগৰীয়া, গুৱনী, লাৱণী ! হৃদয়ত কিয় তেও বিন্ধি দিয়া, জীৱনি চাৱনি ?" "কিন্তু ভনীটী'য়ে সেই কথা ভাবে কেনেকৈ ? কবি আনন্দ-চন্দ্ৰৰ কাপত "পাণেশই"ৰ নতুন জনম :

"পাণেশই গাভৰু ওলাই আহিছে উলাহে নধৰে হিয়া ;
মাহ-সৰিয়হ মেলি-জুলি দিছে ককাইদেৱেকৰ বিয়া !...
ক'ৰ বুঢ়ীজনী আহিলি মাগনী মাহৰ একঠা খুজি ?
আইচু পানেশই দিবনো কেনেকৈ বিয়াৰ বাতৰি বুজি !...
হায়, হায়, বুঢ়ী, কিনো তই ক'লি ? উলাহ ভাঙিলি কিয় ?
ফুফুলেঁাতে ফুল কলিতে ছিঙিলি, কিয়নো হলিহি ঠিয় ?...



হায়, হায়, বুঢ়ী, কিনো তই ক'লি সুখৰ সপোন হৰি,
ইকৰা বঠাৰে সাগৰ ফুৰোঁগৈ, কলমো পাতৰ তৰী ।...
ককাইদেৱৰে সকৰে পৰাই উমলি হলোঁহি বৰ ;
মানুহ সমাজ ! কোনটো সতেৰ তাকেই স্বোৱামী কৰ ?"

মধ্যযুগৰ ফৰাছী সাহিত্যতো জন-কাব্য আৰু জন-সাধুৰ ভিতৰত এই পশু-পুৰাণৰ বিশিষ্ট স্থান আছে। সাহিত্যৰ আন আন শাখাৰ দৰে এই শাখাতো "বুঢ়ী আইৰ সাধু" "ককাদেউতা আৰু নাতি লৰা" আদিৰ প্ৰকাশেৰে বেজবৰুৱাই তেওঁৰ লখিমী হাত ফুৰাইছিল ; তাৰ পাছত আৰু কোনেও এই বিষয়লৈ চকু দিয়া নাই। পশু-পুৰাণৰ উপৰি "তাৰৈয়েকৰ সাধু" আদি শিক্ষাপ্ৰদ, "কুকুৰীকণা" আদি খুহুতীয়া, "সৰবজান"ৰ দৰে বুদ্ধি-বিকাশৰ নানা শ্ৰেণীৰ জন-সাধু আছে। সেইবোৰ ব্যাপকভাৱে সংগৃহীত আৰু উপযুক্তৰূপে সম্পাদিত হলে অসমীয়া সাহিত্যৰ এটি ডাঙৰ অভাৱ-পূৰণ হব। কোৱা বাহুল্য, ঈছপৰ সাধু বা হিতোপদেশ পঞ্চতন্ত্ৰৰ সাধুৱে অসমীয়া এই জন-সাধুৰ ঠাই কেতিয়াও পূৰাব নোৱাৰে ; "বান্দৰ আৰু শিয়াল" বা "ঢোৰাকাউৰী আৰু টিপচী চৰাই"ৰ নিচিনা সাধু শিক্ষাপ্ৰদ হোৱাৰ উপৰিও সাহিত্য আৰু সমাজৰ ইমানখিনি গুণবিশিষ্ট যে তাৰ তুলনা দিবলৈ নাই।

---

# থাই নাম—ওমলা আৰু নিচুকনি গীত

অসমীয়া থাই নামবোৰে কেচুৱা কালত জীৱনত কি সম্মোহন মন্ত্ৰৰ কাম কৰিছিল, তাক সকতাই পাহৰা টান। বৰ্ত্তমান কিন্তু আমি এনে অবিশ্বাসী গন্তজীৱী যুগত বাস কৰিছোঁ যে আমাৰ চকুৰ আগতে দিনক দিনে এইবোৰ হৰি আহিছে। সভ্যতাৰ সৈতে যেন ইহঁতৰ অৰি-ষড়ৃষ্টক। লিখা-পঢ়াৰ লগতো ইহঁতৰ ৰাহি নাহে।

"শিয়ালি এ' নাহিবি ৰাতি" নামষাৰ শুনি কেচুৱাত কিমান সন্ধিয়া চকু জাপ গৈছিল! কিন্তু এদিন হেনেকৈ এই "শিয়ালি" মটা নে মাইকি, তাৰ

কাণ কাটি কেনেকৈ বাঁতি ( বন্তি ) লগাব পাৰি ; শিয়ালিৰ মূৰত নো কি মকৰা ফুল থাকে, ৰতনপুৰ ছহৰখনেই বা কত ; মনত এনেবোৰ বেবেৰিবাং প্ৰশ্নৰ কেতিয়াও উদয় নহৈছিল। তেতিয়া মই জানিব লগা কথাকেইটি হলে জানিছিলোঁ। যে মটাই হওক বা মাইকিয়েই হওক, মোক সদায় গধূলি খাবলৈ অহাটোৱেই "শিয়ালি", আৰু বাকী আটাইবোৰ শিয়াল ; আন-বোৰৰ কাণ কাটি বাঁতি লগাব পাৰি বা নোৱাৰি, মোৰ শিয়ালিৰ হলে নিশ্চয় পাৰি। নহলে সি কিয় সদায় এই নামবাৰ গালেই পলাই ফাঁট মাৰিছিল, আৰু নহলে এই তুফাকি পদতে বা "ৰাতি", "কাটি" আৰু "বাঁতি" ইমান সহজে মিলি যাব কিয়! মকৰা যি জাতিৰ ফুলেই হওক, অৱশ্যে অতি ৰূপহ ; আৰু ৰতনপুৰৰ ভৌগোলিক বিৱৰণ যিয়েই নহওক, সি নিশ্চয় বৰ বিতোপন ছহৰ ; নহলেনো মোৰ শিয়ালি পলাই সেই একে ঠাইলৈকেহে সদায় কিয় যাব ? আজিও চাগৈ সি তাতে গাভ খানি পলাই তাৰে এটি ৰতন হৈ আছেগৈ! নকৈ কি, শিয়ালিৰ ভয়ত তেতিয়া বাহিৰৰ চকু জাপ খাই সদায় মোৰ লৰালিৰ অন্তৰ্চকুহে মেলি দিছিল। সেই দিব্য দৃষ্টিৰে মই মকৰা-পুষ্প ভূষিত শিয়ালিৰ অপৰূপ ৰূপ দেখিছিলোঁ আৰু দেখি ভয়-মিহলি তৃপ্তিও লভিছিলোঁ। আজিও যেন সেই নামষাৰি শুনিলে ছঁয়া-ময়াকৈ সেই ৰূপ মনত পৰে!

"জোনবাই এ' তৰা এটি দিয়া" নামবাৰি শুনা মাত্ৰেই কিন্তু জাপ যাব খোজা চকুও বলেৰে ট-টকৰে মেলি মুকলি আকাশৰ অপূৰ্ব্ব শোভা চাই চকু জুৰাইছিলোঁ। কিন্তু, উঃ পোৰা কপাল! জোনবাইৰ চাৰিওকাষে ইমান-বোৰ পাৰিষদ আৰু লগুৱা-লিকচৌ তৰা আছে, তাৰে এটি তৰা মাথোন খুজিছিল মোৰ কাৰণে ; কিন্তু এটি খুজিলে পাতল বুজায় বুলি ততালিকে শুধৰণি দিয়া হল—"এটি তৰা নালাগে, দুটি তৰা দিয়াঁ।" অথচ জোনবায়ে ভায়েকৰ কোনোটি কথাকে নাৰাখি কি কাণৰ বাটে নোসোমোৱা উত্তৰটো দিলে—"পাত নাই, চোত নাই, কিহতকৈ দিম ?" অৱশ্যে এই উত্তৰৰ পৰা বুজা গল, তেওঁৰ দিবৰ মন নাই। কিন্তু আমাৰ ভিতৰতে কবলৈ হলে, জোনবাইৰ ইমানবোৰ লগুৱা-লিগিৰীৰ দিনে কিমানক 'পগীয়া' বুলি বিদায় দিছে! নাম-কটা তাৰে এটিকে হলেও দান কৰি যদি তেও ভাইটিৰ মান ৰাখিলেহেঁতেন!



যি হওক, এনেতে বাওধান খোৱা হালধীয়া চৰাইটি চকুত পৰিল। কোনোবাই পিতাকৰ কালতো ঈশ্বৰে দিয়া চকুযুৰিৰে এই তিনি-সন্ধিয়া এনে কথা দেখা-শুনা বুলি কব পাৰক নোৱাৰক, তেতিয়া হলে মোৰ আধা জাপ যোৱা চকুত তাৰ জেউতি ভালকৈয়ে জিলিকিছিল। কিন্তু এনে চকুত-লগা চৰাইটিৰ আলেখ-লেখ বুজিবলৈ নৌ-পাওঁতেই ওলালহি 'শহুৰৰ পিতেক' নাও মেলি! নাও হয় মেলিলে, তাতে জানো কি এফেৰি পাক লাগিল ; তাৰে দোষত "নাৰে বোলে টুলুংভুটুং, বঠাই বোলে টুলুং ভুটুং!" ইপিনেও শহুৰৰ লৰা, সিপিনেও সাঁজ লগা কাল! সেইদিনা বাৰটো কি আছিল আৰু নাও কোন পোনে মেলিছিল, জনা হলে কিবা 'দিক্‌শূল' হৈছিল নে কি, কথাটো নিৰ্ণয় কৰিব পৰা হলহেতেন। কিন্তু তাত যে "ভাষা-শূল" হৈছিল সন্দেহ নাই ; সংস্কৃত 'পুত্ৰ'ৰ পৰা ওলোৱা কথা "পুতেক" নহৈ "পিতা"ৰ লগত জোটাপুটি লাগি "পিতেক" হোৱাৰ বাবেই জানোচা শহুৰৰ লৰাৰ নাও বুৰিব খুজিছিল!

"অ' ফুল! অ' ফুল! ফুফুল কিয়" নামষাৰিৰ সৌন্দৰ্য্যবোধ আৰু বিচাৰ-প্ৰণালীয়ে শিশু-মন এনেকৈ হৰণ কৰিছিল! ইয়াত কেৱেই শুদা নহয়, কোনোৱেই সৈমান নহয় ; কিন্তু তাৰ ভিতৰত যে খাল-পুখুৰী-সুন্দৰী ভেকুলী বাই, তেৱেঁই ভিক্টৰিয়া মহাৰাণী যেন হৈ শেষত নিজ শ্ৰেষ্ঠত্ব ৰক্ষা কৰিলেগৈ। কিয়নো, ফুল, গৰু, গৰখীয়া, ৰান্ধনী, আন নালাগে উজ্জয়িনীৰ বিক্ৰমাদিত্যৰ ৰাজসভাৰ শ্ৰেষ্ঠতম ৰত্ন কালিদাসেও যাক ইমান শ্ৰদ্ধা আৰু সন্তৰ্পণে এই বুলিহে সম্বোধন কৰিছিল—"জাতং বংশে ভুৱনবিদিতে পুষ্কৰাবৰ্ত্তকানাং। জানামি ত্বাং প্ৰকৃতিপুৰুষং কামৰূপং মঘোনঃ॥" সেই মেঘ দেৱতাকো খাটাংকৈ সোধা হল—"অ' মেঘ! অ' মেঘ! বৰষ কিয় ?" আৰু তাৰ উত্তৰতো প্ৰশ্ন হল ; কিন্তু ভেকুলী মহাৰাণীৰ কথাৰ ওপৰত আৰু প্ৰশ্ন নাই ; তেওঁ যি ক'লে শুনা মাত্ৰকতে সকলো "চুপ!"—"বোপা-ককাৰ বৃত্তিটো এৰিম বা কিয় ?"

এই নামবোৰৰ তেনেহলে প্ৰথম যিটো গুণে আমাৰ চিত পোনেই টানি নিয়ে, সেইটো হৈছে সিহঁতৰ সহজ কাব্যৰস। এই গীতবোৰৰ ৰচয়িতা কোন, কোন শকৰ মাহৰ কোন তিথিত ইহঁতৰ জন্ম হৈছিল, এনে প্ৰশ্ন স্বভাৱতে আমাৰ মনত উদয় নহয়। হয়বা ইয়াৰ কোনো

ৰচয়িতাই নাই, হয়বা কোনো নিৰ্দ্দিষ্ট মাহৰ নিৰ্দ্দিষ্ট দিনত ইহঁতৰ জন্ম হোৱা নাছিল; হব পাৰে কোনো নীৰৱ বাল্মীকি, অখ্যাত ব্যাস বা অজ্ঞাত হ'মাৰে সকলোৰে মনৰ পৰিস্ফুট এই ভাববোৰক পোনতে ভাষা দান কৰিছিল; হব পাৰে কোনো স্বৰ্গীয় মাহেন্দ্ৰ ক্ষণত পোনতে প্ৰাণ পাই ইহঁত তাৰে পৰা চিৰকাল সঞ্জীৱিত হৈ আছিছে,—হব পাৰে ইহঁতৰ জন্ম দুই-তিনি হাজাৰ বছৰৰ আগত, হব পাৰে সৌ সিদিনা; কিন্তু প্ৰকৃততে ইহঁত একেলগে চিৰপুৰণি আৰু চিৰনতুন। ৰবীন্দ্ৰনাথেও কয়, দেশ-কাল আৰু পাত্ৰ ভেদে বয়সীয়া মানুহৰ কিমান নো পৰিবৰ্ত্তন নহৈছে! কিন্তু শিশু শত সহস্ৰ বছৰৰ আগতে যেনে আছিল, আজিও তেনেই; যুগৰ পৰিবৰ্ত্তনত শিশুৰ নবীনতা, শিশুৰ সুকুমাৰতা, শিশুৰ মধুৰতাৰ যদি কেলেই অকণো হ্ৰাস হলহেতেন! তাৰ কাৰণ, শিশু প্ৰকৃতিৰ স্ৰজন; মানুহ নিজৰ ৰচনা। গাঁও ঈশ্বৰে স্ৰজা, নগৰ মানুহে গঢ়া; সেইদেখিয়েই নগৰৰ ইমান পৰিবৰ্ত্তন, ইমান প্ৰভেদ! তাৰ তুলনাত গাঁৱৰ পৰিবৰ্ত্তন আৰু প্ৰভেদ নাই বুলিলেই হয়। সহজে সলনি নোহোৱাই সাহিত্যবো এটি মহৎ লক্ষণ, ইয়াৰে আন নাম চিৰত্ব। লৰাৰ দৰে লৰাই ওমলা নামবোৰতো এই চিৰত্বৰ সাঁচ আছে; তাৰ কাৰণেই এই নামবোৰ শত সহস্ৰ বছৰৰ আগতে ৰচা হলেও কালি ৰচা যেন লাগে আৰু কালি ৰচা হলেও সিহঁতক পুৰণিকলীয়া মিতিৰৰ মুখ যেন লাগে।

কি কথা, কি সুৰ, ক'তো যদি এই গীতবোৰত কেলেই এফেৰিও আয়াসৰ চিন দেখা গলহেতেন! অতি প্ৰতিভাশালী লেখক এজনকো এনে কিছুমান নাম লিখিবলৈ হাতত কাপ-কাঠি তুলি দিয়া, তেওঁ নিশ্চয় পৰাভৱ মানিব; মাজ নিশালৈকে চাকিয়ে চাকিয়ে তেল পুৰিও যে কোনোবাই এনে কিছুমান নাম ৰচনা কৰিব পাৰিব তাকো আশা কৰিব নোৱাৰি। অথচ ওপৰে ওপৰে চালে, এই গীতবোৰত একো নাই। ছন্দৰ ফালৰ পৰাই, ওপৰৰ প্ৰথম নামটোতে "ৰাতি"ৰ লগত "বাঁতি"ৰ দৰে "ফুল"ৰ লগত "পুৰ" মিলাই গাই গল, কিন্তু সি ভালকৈ মিলিল নে নাই তালৈ কোনেও এবাৰ কেৰাহিকৈয়ে নাচালে। ভাবৰ বিষয়েও সেই একে কথা,—দ্বিতীয় গীতটিতে চোৱা হওক,—পোনতে জোনক তৰা খুজিলে, জোনে নিদিলে। ততালিকে তিনিগধুলিও হালধীয়া চৰায়ে বাওধান খালেহি, আৰু



সেই মুহূৰ্ত্ততে শহুৰৰ পুতেক নাও মেলি আহিল। বা নাই, বতাহ নাই, বৰ নে সৰু কথা নাই, হঠাতে নাৱে টুলুংভুটুং কৰিবলৈ ধৰিলে। তাতোকৈ আচৰিত হবৰ কথা, নাও বুৰিল নে কি হল একো বাতৰি নিদিয়াকৈ ডবা কোবাই তাৰ খলকনিৰ মাজত লৰাৰ মেলৰ দৰে গীতৰ ওৰ পৰিল!! তাৰ পাছতো আজি কত কাল গল, কিন্তু কোনোবাই যদি কেতিয়াবা ঘূৰি সেই শহুৰৰ পুতেকৰ বাতৰি ললেহেতেন!!!

তেনেহলে, কিছুমান লাগ-বান্ধ নথকা সদায় দেখা-শুনা কথাকে সামান্য প্ৰসঙ্গৰ সূতাৰে গাঁথি এই মনোৰম গীত মালিকাবোৰ ৰচা হৈছে। এই যে ভাব বা কথাৰ অসংলগ্নতা, তাতেই সিহঁতৰ অনুপম সৌন্দৰ্য্য, আৰু যি অযত্নত সিহঁতৰ জন্ম, তাতেই সিহঁতৰ অতুলন মাধুৰ্য্য সোমাই আছে। সংলগ্নতা আৰু যত্নৰ কাম যিমান সহজসাধ্য, অসংলগ্নতা আৰু অযত্নতাৰ কাম তেনে নহয়; সেইদেখিয়েই এই গীতবোৰৰ অনুকৰণত আমি কিছুমান মাৰ্জ্জিত শিশুসাহিত্য ৰচনা কৰিব পাৰোঁ, কিন্তু লৰাই ওমলা নাম ৰচনা কৰা আমাৰ সাধ্যৰ অতীত বুলিয়ে কব লাগিব। অৰ্থাৎ, ফুল আমি স্ৰজিব নোৱাৰোঁ, কিন্তু কাগজৰ বা আন কৃত্ৰিম ফুল আমি গঢ়িব পাৰিবও পাৰোঁ; গতিকে এই অসংলগ্নতা আৰু অযত্নতাৰ অধিকাৰী কেৱল শিশুৱেইহে, আমি হব নোৱাৰোঁ। ইয়াৰ কাৰণ, আমি যি ৰাজ্যত থাকোঁ, শিশু সেই ৰাজ্যৰ প্ৰাণী নহয়; শিশুৰ ৰাজ্যই সুকীয়া। শিশু স্বপ্নৰাজ্যৰ প্ৰজা; এই ৰাজ্যৰ দুখ-সুখো সমাজিকৰ দৰেই। ওপৰৰ "জোনবাইৰ" গীতটিত, জোনবাইক তৰা খুজিলে, নাপালে; তাৰ হৈ আক্ষেপৰ চলেৰে এটি কথাৰ জানো কৰবাত ভূমিকা কৰা হল? 'জোনবাই'ৰ লগত ছন্দ মিলাবলৈ এটি বা দুটি "হায়!"ৰতো অসমীয়া কবিতাত একো অনাটন নাছিল! তাৰ পাছতে "হালধীয়া চৰাই" সন্ধিয়াও বাওধান খাবলৈ অহা এই স্বপ্ন-ৰাজ্যৰ বাবে একো অস্বাভাৱিক নহল। তথাপি আচৰিত এয়েহে, তেনে আপুকগীয়া ধুনীয়া চৰাইটি ক'ত থাকিল বা কেনি উৰি গল, তালৈ কেৱে কাণ নকৰিলে। তাৰ গুণ বৰ্ণাই এটি "আহা!" বা সি উৰি যোৱাত "দেহি ঐ!" বুলি এটি হুমুনিয়াহ কাঢ়িবৰ আৱশ্যক বোধ কৰোঁতাও কেঁও নোলাল!

শিশু-স্বভাৱৰ সৌন্দৰ্য্যই এনে; সকলো কথাই বিজুলীৰ দৰে তীব্ৰ অথচ ক্ষণস্থায়ী হৈ দেখা দি সহজে লুকাই পৰে; যেন এখন সবাক চিত্ৰশাল,

কোনো আড়ম্বৰ বা ভূমিকা নকৰাকৈ কল্পনাৰ লগে লগে তাৰ নিজ বিচিত্ৰ বোলেৰে বোলোৱা চিত্ৰবোৰ এখন এখনকৈ ওলাই আহি দেখা দিয়ে; কিন্তু ইহঁত কাৰো গুটীয়া হবিব বা বিবাদেৰে ডাঠকৈ বোলোৱা নহয়। গীত-বোৰৰ গতিও অতি খৰ আৰু সহজ, ঠিক শিশুৰ চঞ্চল কোমল পদস্ফুৰণৰ দৰে। শিশুৰ সৃজন শক্তি স্বয়ং ব্ৰহ্মাতকৈ কোনো গুণে তাকৰ নহয়; পালন শক্তিতো শিশু বিষ্ণুৰ সমানেই, আৰু সংহাৰ শক্তি ৰুদ্ৰতকৈও একাচি চৰা। ব্ৰহ্মজ্ঞানী শিশুৰ এই ৰাজ্যত ভেদ-ভাব আৰু পাৰ্থক্য-বোধ অতি তাকৰ; যাক যি বুলিছে সি সেয়ে হৈ গৈছে। ফটাকানিৰ দৰা-কন্যা সাজিলে; ধূলি-বালিৰ ভাত আৰু বৰালি-বুকুৱাৰ আদখৰীয়া মাছৰ আঞ্জাৰে কন্যা-দানৰ ভোজ হল; তেতিয়াই জাত-জাতকৈ নাম দি বিয়া পাতিলে, কন্যাৰ মাকে কন্দা-কটা কৰিলে; দুই দন্দুৰী বিয়নীৰ দন্দ লাগিল, দুয়ো দুইৰো চৈধ্য পুৰুষক গালিৰে উদ্ধাৰ কৰিলে! সম্প্ৰতি শিশুৰ বাবে এই সকলো কথাই প্ৰকৃত জীৱন্তই হৈ উঠিল; কিন্তু এক মুহূৰ্ত্তৰ পিছতে আকৌ সকলো আগৰ দৰেই হল, কন্দা-কটা আৰু গলা-গলি কেনিবাদি গল, দুইকো দুয়ো ডিঙিত সাবটি ধৰিলে; একে গোৰতে ভোজ-ভাত আকৌ ধূলি-বালিত পৰিণত হল, আৰু দৰা-কন্যাই একে দলিতে হাবিৰ মাজত ঠাই পালে। এই গীতবোৰৰ বিষয়েও সেই একে কথা। অযত্নত উঠা হলেও এই গীতবোৰ পৰা হলে হয়তো তেওঁলোকে এইদৰেই মোহাৰি-সামৰি শেষ কৰি পেলালেহেতেন; কিন্তু জন্ম পোৱাৰ পাছত দেখে যে ইহঁতৰ প্ৰত্যেকেই কিবা অমৰণৰ গুটি খাই আহিছে, ইহঁতক মাৰিব খোজা বৃথা। ইমান অযত্নত উঠা কাৰণেই হয়বা ইহঁত অমৰ। যিমান যত্নত উঠিব সিমানে আয়ুস চুটি হব।

এইদৰে সদায়েই ভাব-ভাষা একোতে এই গীতবোৰত নোহোৱা-নোপজা কথা একো নাই; কিন্তু তাৰ ভিতৰতে তাত লুকাই আছে অপূৰ্ব্ব কাব্য-ৰস আৰু তাৰ পিছফালে লুকাইআছে অভূতপূৰ্ব্ব কবি-প্ৰতিভা। ওপৰৰ "অ' ফুল! অ' ফুল! সুফুল কিয়" গীতটিতে, বা "ৰদে-বৰষুণে খৰা শিয়ালৰ বিয়া" নামটিতে বিশেষ গৌৰৱ কৰিবৰ কথা কিবা আছে জানো? কিন্তু এই আগ-গুৰি নোহোৱা কথাকেইটাৰ ভিতৰতে শিশু-কল্পনাই কি সোণৰ সম্বন্ধ-সূত্ৰ উলিয়াই সিহঁতক গাঁথি পেলায়? এনেয়ে শিয়ালৰ বিয়াকে জনমত



কেইজনে দেখিছে? তাতে আকৌ খৰা শিয়ালৰ কথা! বতৰটো ৰদে-বৰষুণে মিহলি হোৱাত যদি একো বাধা নাথাকিল, তেনেহলে আমাৰ খৰা শিয়াল বাপাৰ বিয়াখনত নো আপত্তি হব কিয়? গতিকে ভবা মাত্ৰকে ততালিকে বিয়াৰ দিহা হল, কাৰো ওজৰ-আপত্তি থাৰৰিব নোৱাৰিলে। ঘূৰি চাবলৈ নৌপাওঁতেই বিয়াৰ উলহ-মালহত ঘন-চিৰিকাক ইফাল সিফাল কৰি ফুৰা দেখি বুজিলে তাই নিশ্চয় বিয়াৰ তামোল কাটিছে; গতিকে থিতাতে তামোল এখনি খুজি থলে, আৰু লগে লগে আমাকো চিৰকাললৈ বিয়াৰ এখনি তামোলৰ লোভ লগাই গল! এই যে সাধাৰণ এষাৰি কথা, এয়ে পৈণত শিল্পীৰ লেখনীৰ এটি আঁকৰ দৰে মনত যি এখনি অপূৰ্ব্ব চিত্ৰ আঁকি গ'ল, সি সতকাই মচ নাযায়। সেই মুহূৰ্ত্তৰ পৰা আজিলৈকে যিমান ৰদ-বৰষুণ মিহলি বতৰ গৈছে, সিমান দিন সেই খৰা-শিয়ালৰ বিয়াৰ বাৎসৰিক উৎসৱ সমাধা হব লাগিছে, সিমান দিনেই ঘন-চিৰিকাৰ গাত বিয়াৰ তামোল কটাৰ বাব পৰিছে, আৰু সিমান দিনেই ঘন-চিৰিকাৰ হাতৰ এখনি তামোলৰ লোভ আমাৰ মনতে উদয় হৈ মনতে মাৰ যাব লাগিছে।

এইদৰেই "ৰ'দালি এ' ৰ'দ দে" আৰু "আবেলি বেলি" এই গীত দুটিয়ে কেনেকৈ কব নোৱাৰোঁ, আকাশত সহজে নিমিষতে জ্বলি নিমিষতে লুকুৱা বিজুলীৰ দৰে, কি ঐন্দ্ৰজালিক প্ৰভাৱেৰে জীৱনৰ অমানিশাতো সূৰ্য্যোদয় আৰু সূৰ্য্যাস্তৰূপ দুখনি আনন্দময় নিত্য জগতৰ চিত্ৰ মনৰ চকুৰ আগত কত দিন দাঙি ধৰি অদৃশ্য হৈছে! জীৱনত যদি এনে এখনি মাথোন অমৰ শব্দ-চিত্ৰ আঁকি শেষ নিশাহ এৰিব পাৰিলোঁহেতেন, এই নিস্ফল মনোৰথ কতবাৰ হিয়াতে উঠি হিয়াতে লয় পাইছে! যদিও এই "কুম্পানীৰ" দিনত কপালৰ ঘামেৰে তুলাপাত বিয়পাই কাপ নিপিহি বা জৰীগছৰ তলে তলে ঘূৰি সুফুৰি কাউৰী যোৱাৰ লগতে ঘৰলৈ গ'লেই আমাৰ আধাকঠি চাউলো মুকলি হবৰ সম্ভাৱনা নাই, তথাপি "কাউৰী গল, গধূলি হল" গীতফাকি শুনিলে, কিয় কব নোৱাৰোঁ, খন্তেকলৈ হলেও মনত আশ্বাস পাওঁ, ভৱ-জ্বালা এফেৰি পাতল হয়। সেইদৰে "লাই হালেজালে আবেলি বতাহে" বা "আগলি কলাপাত লৰে কি চৰে" নামষাৰিহঁত শুনিলে সামান্য একোটি কথাৰ উল্লেখতে নাজানো কিয় অসমীয়া জাতিৰ স্বপ্ন চকুৰ আগত সাকাৰ আৰু সজীৱ হৈ উঠে। কোন 'চিলনীৰ জীয়েকে', কি বেথাসনা মাতেৰে, কোন নিচিনা-নজনা ঠাইত বহি

মাটিত বৈ পৰা দীঘল চুলিটাৰ মেলি এই হিয়া-ভেদা বিননিটি টানিছিল কব নোৱাৰোঁ সঁচা, কিন্তু এইটো হলে বুকু ডাঠি কব পাৰোঁ যে প্ৰবাসী অসমীয়া মাত্ৰই স্বৰূপভাৱে গোৱা এই বিননিটি শুনিলে, তেওঁৰ প্ৰাণ অনুভূতিৰ চোকা ৰ'দত মৰহি যাব খুজিব আৰু সহস্ৰ যোজনৰ দূৰত থাকিলেও, সেই বতাহৰ চোৱত নাচিব খোজা কোমল গহীন আগলি কলাপাতখিলিৰে, কলনিৰে বেৰা জুপুৰিটি এবাৰ চকুৰ আগত ওপঙি উঠি অদৃশ্য হব।

"জোনবাইৰ আগৰে একেটি তৰা" নামষাৰি সৰুতে শুনি ধাইকৈ "গঁঠীয়া দৰা" আৰু বৌৱেকে ননদৰ "মূৰতে তলীয়া ফালোঁ" বোলা কথা কেইষাৰি শুনি বৰ আমোদ উপভোগ কৰিছিলোঁ। তেতিয়া, দেহি ঐ! এক মুহূৰ্ত্তৰ কাৰণেও যদি জানিলোঁহেতেন এই ঠুফাকি কথা মুখত ওলাওঁতেও কি অন্তৰ্জ্বালাত এই আলসুৱা ননদৰ বুকু ফাটি যাব খুজিছিল!! কোন ন-বোৱাৰীয়ে পৰৰ বাৰীৰ পিছফালে ওলাই, জোনলৈ চাই আমনে-জিমনে মনতে ইনাই-বিনাই এই গীতটি ৰচিছিল,—কিন্তু জননীৰ ইচ্ছাৰ বিৰুদ্ধেও ভূমিষ্ঠ হোৱা সন্তানে কান্দি কোচাল লগোৱাৰ দৰে, তেওঁৰ মনৰ ভাবটিয়ে বাগ্মিতা লাভ কৰি চন্দ্ৰমণ্ডল পৰ্য্যন্ত কঁপাই তুলিলে। তেতিয়া নিশ্চয় বঙাল দেশৰ দৰা-কিনা প্ৰথাৰ দৰে আমাৰ দেশত ছোৱালী-কিনা নিয়মে ইতৰ সমাজৰ মুখত কলঙ্কৰ ছাই সানিছিল; আৰু এনে কোনো কাৰণতে নিশ্চয় মাক-বাপেক আৰু ককায়েকৰ অতি আলো-লোৱা কান্দি-ভাত-খোৱা তিঁয়হৰ জালি যেন ছোৱালীটো "গঁঠীয়া দৰাত" পৰিবলৈ পাইছিল। "এনেয়ে মেকুৰী গেলা। তাতে পৰিছে চাঙৰ পৰা॥" এনেয়ে গঁঠীয়ালৈ পৰিছে এই তিঁয়হৰ জালি যেন ছোৱালীটো, তাতে আকৌ গঁঠীয়াৰ বৰ কথা! অৱস্থাটো যে অসহনীয়, তাত সন্দেহ নাই। তেনেহলে, ঘৰৰ ছোৱালী আকৌ ঘৰলৈকে গুচি যাব, খঙৰ বেগত ইয়াকে থিৰ কৰিলে। কিন্তু ঘৰত গৈ কি পাব, পিছ মুহূৰ্ত্ততে এবাৰ ঘূৰাই ভাবি চালে! মাক-বাপেক ককায়েক সকলোৱে কিযান আদৰ-সাদৰকেনো নকৰিব! গতিকে মাকৰ ঘৰলৈ যেনে-তেনেকৈ কিয় যাব? যাব "ভৰি পখালি।" এওঁলোকৰ কথা ভাবি আশ্বাস পালে হয়, কিন্তু বৌৱেকৰ ওলটা মৰমৰ ব্যৱহাৰলৈ মনত পৰি হোৱা-ভাত তেনেই চাউল হল! তথাপি আমাৰ "ননদো" তাৰ বাবে তেনেই পৰি-মৰা নহয়; তেৱোঁ তাৰ জোৱায়-জোখায় পাঙিলে!—



"বোপাইলৈ আনিছোঁ শালৰ বৰকাপোৰ, আইলৈ আনিছোঁ খাৰ।
ককাইলৈ আনিছোঁ পাটৰে টঙালি, বৌলৈ বাৰ্হনিটাৰ॥"*

বাহিৰৰ গচৃত "অ' ফুল! অ' ফুল! মুফুল কিয়" গীতটিৰ লগতো ইয়াৰ সাদৃশ্য সুন্দৰ।

তাৰ পাছত, মহাদেৱ-পাৰ্ব্বতীৰ নাম। পোনেই পগলা-পাগলীৰ দন্দ, তাতে গীতটিৰ আৰম্ভ; কিন্তু সুখৰ কথা, দুইৰো পুনৰ্মিলনত ইয়াৰ সমাপ্তি হৈছে। পৃথিবীৰ অতুল ঐশ্বৰ্য্যৰ অধিকাৰী হিমাদ্ৰিৰ কন্যা মহাদেউৰ ঘৰলৈ আহি কেতিয়া ক'ৰ পৰা কুঁচি আনি তাঁত বাটি কৰিবলৈ শিকিলে, আমি তাৰ ভু নাপাওঁ; নিজ ঘৰৰ চোতাল এৰি নো তেতেলিৰ তললৈকে বা তাঁত বাটি কৰিবলৈ কিয় যাব লগা হল, তাকো নাজানো। হয়বা ভিকহু শিৱৰ ঘৰত যে তাঁত বাটি কৰিবৰ জোখাৰেও আহল-বহল চোতাল এখন নাছিল, তাকে দেখুৱাবৰ কাৰণেই। সি যি হওক, আমি পোনেই দেখোঁহি যে পাৰ্ব্বতীয়ে তেতেলি তলত কুঁচি পাহৰি আহি আসন্ন বিপদৰ আশঙ্কাত, কি কৰিব ভাবিছে। এই আসন্ন বিপদ, পোনপটীয়া কথাৰে কবলৈ হলে, স্বামীৰ মাৰ-কিল; "কুঁচিৰে লগতে পগলাই কিলাব!" গতিকে স্বয়ং মহাদেৱৰো

* ইংলণ্ড আৰু স্কটলেণ্ডৰ সৰবৰহী এনে একাকি চহা গীতৰ লগত এই গীতটিৰ অতি অপূৰ্ব্ব মিল দেখিবলৈ পোৱা হয়:—

'O what will you give to your father dear?'
'The silver shode steed that brought me here,'
'What will you leave to your mother dear?'
'My velvet pall and my silken gear.'
'What will you leave to your sisier Anne?'
'My silken scarf and my gowden fan.'
'What will you leave to your sister Grace?'
'My bloody cloths to wash and dress.'
'What will you leave to your brother John?'
'The gallows-tree to hang him on.'
'What will you leave to your brother John's wife?'
'The wilderness to end her life.'

(First quoted by this author in 1924)

যে আজি-কালিৰ অসমীয়া পুৰুষৰ বীৰত্ব অৰ্থাৎ "ঘৈণীৰ ওপৰত বৰ মটা" বোলোৱা স্বভাৱ আছিল, তাক অনায়াসে ধৰিব পাৰি। গিৰিৰাজ-দুহিতাৰ কাৰণে এডাল কুঁচিনো কি কথা, অথচ তাৰ কাৰণেই এই ঘোৰ অপমান। আজিকালিৰ পাশ্চাত্য শিক্ষিতা কোনো হোৱা হলে নিশ্চয় স্বামীৰ বিৰুদ্ধে বিচ্ছেদ আৰু মানহানিৰ বাবে আদালতৰ আশ্ৰয় গ্ৰহণ কৰিবলৈকে হয়বা মনত থিৰ কৰিলেহেতেন; কিন্তু সৌভাগ্যক্ৰমে নাঙঠ মহাদেউৰ ঘৈণীয়েক ইমান সভ্য নাছিল; গতিকে তেনে অৱস্থাত স্বামীৰ ঘৰৰ আগন্তুক বিপদৰ হাত সাৰিবলৈ নিৰাশ্ৰয়া অসমীয়া তিৰুতাই যি উপায় কৰিব পাৰে, তাকে কৰিবলৈ তেওঁ মনত পাঙিলে—"যাওঁ আইৰ ঘৰলৈ গুচি।"

কিন্তু মহাদেৱো কম সিয়ান নাছিল;—হয়বা সেই সময়ত তেওঁৰ ভাং-ধুতুৰাৰ জাল অলপ পাতলেই আছিল। তেতিয়াই হাই-হুই বাঢ়ি গল, অৱশ্যে সৌভাগ্যক্ৰমে সি মৌখিকতে আৱদ্ধ থাকিল; কিন্তু কাজিয়াখন যে বুৰঞ্জীত ঠাই পাব লগীয়া তাত সন্দেহ নাই। এপিনে অন্নপূৰ্ণা গৌৰী, আনপিনে যোগেশ্বৰ মহাদেৱ; কাজিয়া ডাঙৰ হবৰ কথাই। এই ঘটনাত চহা কবিৰ কল্পনা যিমান ওপৰলৈকে উধাব পাৰে উধালে; সেহত আমি প্ৰথমতে পোৱা গীতমতে পাৰ্ব্বতীৰ জয়লাভ, আৰু পাছত পোৱা গীতমতে, তাতোকৈ উজাই আহি শিৱৰ জয়-প্ৰতিষ্ঠাত গীতটি শেষ হৈছে। যেনেকৈয়ে হওক, শেষত যে পাৰ্ব্বতীয়ে মেনকাৰ ঘৰলৈ যোৱাৰ কথা পৰিত্যাগ কৰিলে, আমি তাতেই আশ্বস্ত হৈছোঁ।—

"জবাৰ কুমলীয়া পাত, ঐ পগলা,
জবাৰ কুমলীয়া পাত।
এবাওঁ এবাওঁ বুলি এবাব নোৱাৰোঁ,
এই নো পগলাৰে হাত॥"

হৰ-গৌৰী বিষয়ক এই নামটি আৰু এনে আন নামবোৰত ঘাইকৈ লক্ষ্য কৰিব লগা প্ৰথম কথা নিশ্চয় এইবোৰৰ ঘৰুৱা ভাব-ভঙ্গী। ইয়াত গাঁৱলীয়া কবি-প্ৰতিভাই হৰ-গৌৰীৰ প্ৰাণৰ ভক্তি আৰু হেঁপাহেৰে এনেদৰে সজাইছে যে, এওঁলোকক সেই অন্নপূৰ্ণা আৰু যোগেশ্বৰ, বা "কুমাৰসম্ভৱৰ" সেই অপূৰ্ব্ব তপস্বিনী আৰু তাপস বুলি চিনিবৰ সাধ্য কাৰ? সৰহ নকওঁ, হৰক আনি



কবিয়ে আমাৰ গাঁৱলীয়া ভাং-ধুতুৰাৰ ৰাগিতো উন্মত্ত কৰিবলৈ বাকী নাৰাখিলে! গৌৰীক হৰৰ কিলৰ ভয় দেখুৱাবলৈকো দ্বিধা বোধ নকৰিলে। কিন্তু অসমীয়াৰ ঘৰে ঘৰে আহি হৰ-গৌৰীয়ে ইমান লটি-ঘটি সহিও আমনি পোৱা নাই বুলিয়ে আমি অনুমান কৰিব পাৰোঁ; কিয়নো, "ন তত্ৰ বিস্মৃতিজ্ঞানাপবাদঃ"—("ভক্তিসূত্ৰ"); হৰ-গৌৰীৰ মহত্ত্ব চহা কবিয়ে সমূলি পাহৰা নাই; যি কৰিছে কেৱল প্ৰীতি আৰু ভক্তিৰ অতি-মাত্ৰাতহে। তেওঁলোকৰ ইমান আদৰৰ ধন হৰ-গৌৰীক নি হেঁপাহৰ পথাৰত এবাৰ ঠিয় নকৰাকৈ সন্তুষ্ট থাকিব পাৰে? গতিকে হৰক মাতি নি এবাৰ তেও নাঙলৰ-খুটিত ধৰাইহে এৰিলে। মহেশ্বৰ কিন্তু নিতান্ত ভাল লৰা, তাত সংশয় নাই; আৰু সেই দিনাৰ পৰা অসমীয়া গাঁৱলীয়া সমাজৰ ভিতৰত তেওঁ বৰ-হালোৱা, এনে হালোৱা পৃথিবীত আজিলৈকে ওলোৱা নাই। হাজাৰো হওক, গিৰিৰাজৰ কন্যাক ভূঁই ৰোৱা বা ধান দোৱাবলৈ নিবলৈ অলপ শঙ্কা কৰিবৰে কথা, কিন্তু চলেৰে হলেও মহাদেউক বিচাৰি পঠিয়াই পাৰ্ব্বতীক এবাৰ পথাৰ গৰকাইহে এৰিলে!

এই মহাদেৱ-পাৰ্ব্বতী সম্বন্ধীয় নামবোৰৰ আৰু এটি মন কৰিব লগা কথা এই, ইয়াৰ ভিতৰেদি অসমীয়া চহা জীৱনক দুৱাৰ কৰি ভাৰতীয় জীৱনৰ এটি মহৎ আদৰ্শ ফুটি উঠিছে। তাৰ বাবে কবিয়ে পৌৰাণিক সাহিত্যৰ পৰা হৰগৌৰী-প্ৰসঙ্গৰ জুমুঠিটোহে লৈছে; তাৰ বাহিৰে নিজ হৃদয়ৰ সকলো সম্পদ উবুৰিয়াই দি তেওঁলোকক প্ৰাণ ভৰি আৰু জীৱন্তৰূপে সজাইছে। আৰু সজাইছে কিৰূপে?—

"সদাশিৱ এ! তোমাৰ শিৰে জটা।
জগতক বৰ দিছাঁ, আপুনি নঙঠা॥"

ইয়াতকৈ মহৎ আদৰ্শ এই সূৰ্য্যৰ তলত আৰু কিবা হব পাৰে নে? আজিৰ পাশ্চাত্য সভ্যতাই যি দাৰিদ্ৰ্যক কাপুৰুষতাৰ ফল বুলি নিন্দা কৰিব পাৰে, জগতৰ গৰাকী সদাশিৱ সেই দৰিদ্ৰতাৰে সেৱক নে? তেনেহলে, দৰিদ্ৰ কোন?—যাৰ আৱশ্যক আছে। যি "মোক নালাগে" বুলিব পাৰে, সি কিহৰ দুখীয়া? এইদৰে চহা কবিয়ে মহাদেৱ সদাশিৱত আৰোপ কৰি দাৰিদ্ৰ্যক দেৱত্ব বা পৰম-পদ দান কৰিছে। এই দৰিদ্ৰতাই শিৱৰ মহা

দেৱাঙ্গ ভূষণ, আৰু এই ভূষণেৰে ভূষিত স্বামীৰ সৈতে অতুল ঐশ্বৰ্য্যৰ অধিকাৰী হিমালয়ৰ কন্যাৰ জগতৰ আদৰ্শনীয় দাম্পত্য জীৱন! সামাজিক স্বৰূপে, ইও এই গীতবোৰৰ গুণ। কিন্তু হায়! "কৌপিনৱন্তঃ খলু ভাগ্যৱন্তঃ" এই মহৎ আদৰ্শ অৱনত ভাৰতবাসীৰ মনৰ পৰা যেন চিৰকাললৈ নিৰ্ব্বাসিত হৈছে! তাৰ ঠাইত আজি "কোট-পেণ্টৱন্তঃ খলু ভাগ্যৱন্তঃ" আদৰ্শ সাজি নিজে ৰচা অভাৱৰ ভাৱনাৰ ভাৰবীয়া হৈ আমি কি প্ৰহসন কৰিছোঁ, তাক নেদেখা-জনেহে দেখিছে। অন্ততঃ বাহিৰে দেখাত শিৱৰ জৰা, কুৰূপ আৰু দুৰ্ভিক্ষ; গৌৰীৰ নৱীন যৌৱন, অপূৰ্ব্ব ৰূপ-লাৱণ্য, পিতাকৰ অতুল বিভৱ; ইমান ব্যৱধানৰ ভিতৰেদিয়েইহে "হৰগৌৰী বসতি" চিৰকাল ভাৰতীয় সমাজৰ মহৎ আদৰ্শৰূপে সুপ্ৰতিষ্ঠিত হৈ ৰৈছে। কেতিয়াবা পাহৰিও যে পাৰ্ব্বতীয়ে ইয়াৰ বিৰুদ্ধে সামান্য অসন্তোষৰ আভাস দেখুওৱা নাই। ভুলতো যে তেওঁ শিৱক এধাৰ হাৰ বা এযোৰ "ৱাৰিঙৰ" 'ফৰ্ম্মাছ' দিবলৈ কেতিয়াও কোৱা নাছিল!

---

( বাঁহী, অষ্টাদশ বছৰ, দ্বাদশ সংখ্যা : চ'ত, ১৮৫০ শক )

# সাঁথৰমালা—পানীমিঠৈ-ভাঙনি

সাঁথৰ প্ৰাচীন জগতৰ সৃষ্টি। পুৰণি গ্ৰীক সাহিত্যত দেখিবলৈ পোৱা হয়, ৰাক্ষসী স্ফিঙ্ক্‌ছে প্ৰশ্ন কৰিছিল—কোন জীৱ আছে সৰুতে চাৰি ঠেঙীয়া, ডাঙৰত দুঠেঙীয়া আৰু বুঢ়া হলে তিনিঠেঙীয়া? এই পানীমিঠৈ গিলিব নোৱাৰি কিমান মানুহে প্ৰাণ দিব লগা হৈছিল! অৱশেষত ঈদিপুছে এই সমস্যা পূৰণ কৰিলে,—সেই জীৱ মানুহ। আৰু তেৱেঁ সেই ৰাক্ষসীৰ প্ৰাণ ললে।

প্ৰাচীন ভাৰততো সাঁথৰৰ ঐতিহ্য পুৰণি। ঋক্ বেদত এনে সমস্যা-পূৰণ বহুত আছে, তাৰে এটি ( ১।১৬৪।৪৮ )—"দ্বাদশ প্ৰধয়শ্চক্ৰমেকং ত্ৰীণি নভ্যানি ক উ তচ্চিকেত। তস্মিনৎসাকং ত্ৰিশতা ন শংকবোৰ্পিতাঃ ষষ্টিৰ্ন চলাচলসঃ॥" অৰ্থাৎ বাৰটা নেমি ( =মাহ ), এক চকা ( =বছৰ ), তিনটি



ফুটা ( =ঋতু ); কোনে চিনে? তাৰ ৩৬০টা চলাচল অৰ ( spoke=দিন ) আছে।

পুৰণি অসমতো সাঁথৰৰ জন্ম প্ৰাচীন কালৰ, সন্দেহ নাই। হিতোপদেশ আদি সংস্কৃত সাহিত্যৰ পৰা অহা সমস্যা-পূৰণবোৰৰ কথা এৰিও পুৰণি অসমীয়া গ্ৰন্থকাৰসকলে প্ৰায়ে নিজ নাম আৰু ৰচনাৰ কালো সাঁথৰ ৰূপেহে দেখুওৱা কথাও মন কৰিব লগীয়া। ইয়াৰ বাহিৰেও জন-গণৰ মুখে মুখে চলি অহা সাঁথৰ অনেক আছে।

নতুন-পুৰণি যুগ, সকলো যুগতে সাঁথৰে মানুহৰ মন আকৰ্ষণ কৰিবই; কিয়নো স্বয়ং জীৱনেই আটাইতকৈ ঘাই সাঁথৰ। সংসাৰলৈ ক'ৰ পৰা কেনেকৈ আহিলোঁ; মৃত্যুৰ পাছত কি হব, কলৈ যাম; এনেবোৰ সাঁথৰে যুগে যুগে মনীষীৰ পৰা সৰ্বসাধাৰণলৈকে আটাইৰে চিত্ত গিলি পেলাইছে; গতিকে সাঁথৰত মানুহৰ আনন্দ আৰু আগ্ৰহ স্বাভাৱিক। "কলিঙ্গৰ লিঙ্গ কাটি পাঠাৰ কাটি পা" আদি সাঁথৰ তুলনাত আধুনিক নিশ্চয়।

---

# বন-ঘোষা—ডেকা-গাভৰুৰ গীত

প্ৰথমে প্ৰণমো, জয় সৰস্বতী, দ্বিতীয়ে প্ৰণমো হৰি।
কোন জন ঈশ্বৰে, আমাক চৰজিলে, এখানি-এবানি কৰি॥

ঈশ্বৰৰ সৃষ্টি বিনন্দ-বিলাস, প্ৰকৃতিৰ শাসন সুকঠোৰ,—চুলি এডালি-মানৰো হেৰ-ফেৰ নাই; মানুহৰ অৱস্থা দলাৰ বগৰিৰ দৰে থান-থিত নোহোৱা। আগত অনন্ত, পিছত অনন্ত; মাজত তিনি হাত এবেগেত দীঘল জীৱনৰ ভেটি। আগলৈ চাবলৈ আহৰি নাই,—চালেও পথালি চকুত একো দেখিবলৈ নাই, দৃষ্টিশক্তি চুটি, সেইবাবে দেখি কেৱল বিভীষিকা, কেৱল আন্ধাৰ; দেখি ধাতু উৰি যাব খোজে! কিন্তু কি হব,—পিছলৈ যাবৰ উপায় নাই আগলৈ যাবলৈ সাহ নজন্মে। গতিকে যি দুদিন থকা হয়, গাঁঠিত জীৱ বান্ধি থাকিব লাগে; যেতিয়াই এইদৰে থাকোঁতেই কাল উকলি যায়, তেতিয়াই ৰক্ষা, তেতিয়াই শান্তি;—জীৱনৰ যৱনিকা।

এয়ে মানুহৰ জীৱন-যাত্রা, আৰু এয়ে উচ্চ কাব্য আৰু উচ্চ সাহিত্যৰে ঘাই বিষয়। নিৰক্ষৰ চহা এটিয়ে এই অনন্ত বেদনা যেনেকৈ অনুভৱ কৰে সংসাৰৰ মহাজ্ঞানীজনৰ হিয়াতো এই স্বৰ্গীয় নিৰাশাই জীৱনৰ জীয়া-মৰিশালিৰ জুই তেনেকৈয়ে চিৰকাল জ্বলাই থয়। ইয়াৰ পৰা নিস্তাৰ পাবৰ উপায় নাই, আৰু উপায় বিচাৰিলেও সি ঘূৰি নিৰুপায়হে কৰে। সাগৰত নাও-বুৰা মানুহে আগেদি উটি যোৱা তৃণ-কুটা এডালি দেখিলেও সেয়ে তেওঁৰ তৰণৰ উপায় বুলি ভাবি সাৱটি ধৰিবলৈ যাওঁতে ঘূৰি সি প্রাণ-বিনাশতহে সহায় কৰে; সংসাৰ-সাগৰত আজন্ম নাও-বুৰা জীৱন-যাত্রীৰো চিৰকাল সেই দশা।

জীৱনৰ এই 'এথানি-এৰানি' অৱস্থাত মানুহৰ শান্তনা কি? ঈশ্বৰ যদি কৰুণাময় হয়, তেওঁ মানুহৰ করুণ আৰ্ত্তনাদৰ বাবে এই মায়া-ৰচনা সজাৰ অৰ্থ কি? আৰু প্রকৃতিকে বা তেওঁ সংসাৰৰ শাসন-ভাৰ দিয়ে কিয়? যি ৰাজদণ্ডৰ কাষত দয়া নাই, ক্ষমা নাই, তেনে কঠোৰতাৰ ৰাজদণ্ড তেওঁ প্রকৃতিৰ হাতৰ পৰা কাঢ়ি অনা নাই কিয়? তেন্তে, ইংৰাজ কবি টেনিছনৰ আৰ্থৰ ৰজাই কবৰ দৰে, যি সৃষ্টিত আমি আছোঁহঁক, এই নিকুটুমীয়া সৃষ্টি ঘাই বিধাতাৰ মঙ্গল সৃষ্টিৰ বাহিৰৰ কিবা অনুকৰণ মাথোন,—এই সৃষ্টি তেওঁ নিজ হাতে সজা নাই, আৰু যিজনে সাজিছে তেওঁ ইয়াক ভালকৈ গঢ় দিব আৰু গঢ় দি পালিব জনা নাই? সেই 'দ্বিতীয় বিধাতা'হে মানুহৰ এই অনন্ত যাতনা আৰু অনন্ত নিৰাশাৰ তপত খোলাত মানুহ প্রাণীক কেইওলুটিয়ে ভজাৰ বাবে জগৰীয়া? অসমীয়া নিৰক্ষৰ চহা কবিৰ মুখৰ এই বনৰীয়া নামবোৰো মানুহৰ হৃদয়-তলিৰ এই একে স্বৰ্গীয় নিৰাশাৰ পুং ফুটি ওলাইছে মাথোন।

ৰূপ স্বৰ্গীয় বস্তু, আৰু অৰূপৰ পূৰ্ব্ব আভাস। অথচ তিকতাৰ ৰূপে কৰিব নোৱাৰে এনে কাম স্বৰ্গ আৰু পাতালৰ সীমাৰ ভিতৰত বিৰল। এজনৰ গুটীয়া জীৱন ক্ষুদ্র কথা, তিকতাৰ ৰূপে একোখন মহানগৰী বা একোখন ৰাজ্যৰ ধ্বংস হেলাৰঙে সাধন কৰিছে; হেলেন, ক্লেওপেট্রা আদিৰ কাহিনী তাৰেই প্রমাণ স্বৰূপ। জগতৰ সাহিত্যৰ এটি ডাঙৰ অংশ যেনেকৈ তিকতাৰ ৰূপৰ অৰ্চ্চনাই ঢাকি থৈছে, মানুহ জীৱনৰো একো একো অধ্যায় সেইদৰে ৰূপৰ জুয়ে অগ্নিকাণ্ডত পৰিণত কৰিছে। তথাপি যি জুয়ে ঘৰ-ৰাখী পুৰি মানুহক সৰ্ব্বস্বান্ত কৰে সেই জুই নহলে মানুহৰ জীৱন-ধাৰণৰ



অনেক সুচল হেৰায়; জাৰকালি জুহালৰ কাষৰ কতনো মোহৰ পৰা বঞ্চিত হব লগা হয়। সেইদৰে উষাৰ কোমল প্রতিভাৰ লগত বেলিৰ উম-লগা ৰ'দ-কাঁচলিৰ নিচিনাকৈ, মদনৰ লগত ৰতিৰ মধুৰ সঙ্গমৰ দৰে, জীৱনৰ লগত যৌৱনৰ আৰু যৌৱনৰ লগত ৰূপ-সুধাৰ তীব্র তৃষ্ণা, ভাবৰ লগত ভাবাৰ্থৰ দৰে সদায় লাগি আৰু জাগি আছে। আকৌ, বসন্তত সদৌ প্রকৃতিয়ে জড়তা এৰি প্রাণ পৰিগ্রহ কৰাৰ দৰে, যৌৱনত মানুহ-প্রাণ অভিনৱৰূপে সজীৱ হৈ উঠে। জগত কল্পনাময়; চিত উৰণীয়া, দিগ্‌দিগন্তত এক মহোৎসৱৰ বাঁহী! জগতৰ শব্দ, ৰূপ, ৰস, স্পৰ্শ, ঘ্রাণ সকলোটিয়ে এটি-এটিকৈ তালৈ নিমন্ত্রি যায়—"ৰতাহৰ ঢালতে, গোন্ধায় মলেমলি, কাৰ বাৰীৰ জনীয়া আম?"

এয়ে অৱশ্যে প্রণয়ৰ প্রথম উচ্ছ্বাস। এই উচ্ছ্বাস, এই অনিবাৰ অনুসন্ধান, "কমোৱা তুলাৰ" দৰেই পাতল; কিয়নো ই অশৰীৰী। কাক বিচাৰি বা কি বিচাৰি প্রাণ উতলা হল তাৰ বাতৰি নাজানে, কেৱল মৃগ-নাভ হৰিণৰ দৰে নিজতে নিজৰ হৃদয়-কস্তুৰি সুমাই লৈ বন-বনান্ত, দিগ-দিগন্ত তাৰ অন্বেষণত ঘূৰিব লাগিছে; কোনোবা অচিনাকি জনম-চিনাকিক প্রাণ সঁপি দিবলৈ ব্যাকুল হৈ পৰিছে! ইয়াৰ পাছতহে পূৰ্ব্বৰাগৰ পাতনি। এই সন্ধি-ক্ষণত কল্পনাৰ ধনে শৰীৰী ৰূপে দেখা দিয়াত এইবাৰ প্রেম-পূজাৰীক হৃদয়ৰ প্রথম পূজাভাগ লৈ মন্দিৰৰ দুৱাৰ-মুখত ঠিয় দিয়া দেখা পোৱা হয়। এইখিনিতে পোনৰ দেখা-দেখিত ওপজা স্নেহ। মানুহৰ অন্তৰত সপোন-কোঁৱৰৰ আতিথ্য স্বীকাৰ কৰিবলৈ সাজু নোহোৱা জনে এনে অনুৰাগত বিবেচনাৰ নাটনি বা সংযম-হীনতাৰ চোকা গোন্ধ পাব পাৰে সচা; কিন্তু আনফালৰ পৰা চালে তাতেই সকলো প্রণয়-গৰিমা কেন্দ্রীভূত। এক মুহূৰ্ত্ততে যেন ই যুগ-যুগান্তৰ শত সোঁৱৰণি এটি-এটিকৈ মনত পেলাই দিয়ে,—পূৰ্ব্বজন্মৰ একাত্ম-অভিজ্ঞানত কিবা মৃদু অপাৰ্থিৱ বিজুলী-শক্তিৰ প্রভাৱত যেন দুয়ো আকৌ পৰস্পৰ আকৃষ্ট হৈ উঠে! কিন্তু এই প্রথম দেখা-দেখিত ওপজা প্রেমৰ মোহন মন্ত্রত মিলন আৰু বিৰহৰ সুৰ একেলগে বাজি উঠে। এয়ে অনন্তৰ গুণ। চকু-পানী বেজাৰৰ সমল, অথচ অতি আনন্দতো চকুলো ওলায়; গতিকে আনন্দ আৰু বেজাৰ একেটি পুঙৰ পৰা ওলোৱাও হব পাৰে,—দুয়ো একে 'মৰ্ম্ম'তে আঘাত কৰে। সেইদেখি প্রণয়িনীক প্রথমে

"তাঁতৰে শালতে দেখিবৰে পৰা পেটলৈ যোৱা নাই ভাত"; এই অতি-আনন্দ স্বৰ্গীয় নিৰাশাৰ পৰা সৰহ নিলগত থকা নাই।

মিলন প্ৰায়ে বিজুলীৰ দৰেই তীব্ৰ উজ্জ্বল আৰু ছঁয়াময়া। সৰহ কি জ্যামিতিৰ বিন্দুৰ দৰে সংসাৰত ইয়াৰ অস্তিত্ব থাকিব পাৰে, কিন্তু ব্যাপকতা নাই। প্ৰেমৰ স্থিতি বিশেষভাৱে বিৰহত; প্ৰেমত বিৰহ মাথোন সাৰ।

লাহিকৈ কেতেকীৰ পাহি, ঐ মইনা, লাহিকৈ কেতেকীৰ পাহি।
বুকুত দিয়ে গলি, জীয়া জুই একুৰা, মুখৰ লৈয়ে গলি হাঁহি॥

যৌৱন আৰু প্ৰণয়ৰ প্ৰাৰম্ভতে যেতিয়া কিবা হৃদয়-ৰোগে বাহ লয়, তেতিয়া বহুতে ভাবে বোলে কিবা ভেবেলি-লতাৰ বন-দৰৱেই তাক ভাল কৰিব, কিন্তু সি মিছা। এপাহি চেনি-চম্পা ফুল,—তাক দেখিও হেঁপাহ নুগুচে, হাতত লৈ শুঙিও তৃপ্তি নপালায়; সি প্ৰেম-তৃষ্ণা জগাই তুলিব পাৰে সচা, কিন্তু তাৰ নিবাৰণৰ উপায় তাত নাই। "চাইনোকৈ থাকিলে হাবিয়াহ নপলায়, নাখালে নুগুচে ভোক"; কিন্তু এই "বালিঘাটৰ বেঙেনা" খায়ো জানো ভোক গুচে? কি শাৰীৰিক, কি মানসিক কোন ক্ষুধা-তৃষ্ণাৰ কেতিয়া "খাই" নিবাৰণ হৈছে? "নাখাই ঐ নোৱাৰি, খালেও নামুৱায়, বাঙ্কৰ থুৰী তামোলখনি"—এয়ে অৱস্থাটোৰ প্ৰকৃত সৌন্দৰ্য্য আৰু কাৰুণ্য; তাতেই তাৰ ৰসে ডোঙা বান্ধিছে। স্বৰ্গীয় কবি কুমাৰী তৰু দত্তই কবৰ দৰে 'হৃদয়-কুসুম ফুলিলে এবেলি, যাব নে ছুনাই জাপ?' প্ৰণয়ৰ এনে যাতনাৰ হাত সাৰিবলৈ বুলিয়ে এনে অৱস্থাত বহুতে কৰ্ত্তব্যত শৰণ মাগে; কিন্তু সূৰ্য্যৰ দৰে অনিৰুদ্ধ প্ৰেমেও তাতেই ভুমুকি মাৰি সকলো বিফল কৰি দিয়েগৈ—

তাঁত-বাতি কৰোঁতে, নাহিবি বুলিলোঁ, বহি বৈ আছিলোঁ তাঁত।
মোৰে মূৰ-খোৱা, তই যে সোণামুৱা, পিছৰ পৰা লগালি মাত॥
আছিৰ কমুৱা গণ, ঐ লাহৰী, আছিৰ কমুৱা গণ।
ৰাখিব পাৰোঁ মই, হাতৰ পানীচলু, ৰাখিব নোৱাৰোঁ মন॥

এইদৰেই বিপদে পুনৰ মৰ-জাহ দিবলৈ মাতি নিয়েছি। এই অৱস্থাটোক শুদ্ধ সংযম-হীনতা বুলিলে অলপ ভুল কৰা হয়; ই সংসাৰ-খেলৰ ঢৌৰ এধাৰি



মালা। সৃষ্টি-পাতনিৰে পৰা মানুহৰ হিয়াত এনে কত শত ঢৌ উঠি মাৰ গৈছে, কিন্তু সেই সত্য চিৰন্তনৰূপে ৰৈ আছে। যৌৱনৰ এই লীলা খন্তেকীয়া মোহৰ সপোন নহয়, ই গোটেই জীৱন-সপোনৰ লগত জীৱন্ত! এনে নানা বৈষম্যৰ মাজতো অন্তৰৰ প্ৰতিধ্বনিয়ে মানুহৰ অন্তৰাত্মা পৰশ নকৰাকৈ নাথাকে। কোটি কোটি ব্ৰহ্মাণ্ডৰ বিশাল বিশাল সৌৰ জগতৰ পৰা ধৰি সূক্ষ্মাতিসূক্ষ্ম বৈজ্ঞানিক অণু-পৰমাণুলৈকে সকলো এক মহতোৰ্মহীয়ান আকৰ্ষণত মুগ্ধ, এক বিৰাট প্ৰেম-স্পন্দনত নৃত্যমান! ই মানুহৰ অন্তৰত নিহিত আছে আৰু ছেগ পালেই ই আত্ম-প্ৰকাশৰ সুবিধা নেৰে। এই সুপ্ত আকৰ্ষণ, বাটত সম-দুৰ্ভগীয়াক লগ পাই ব্যক্ত হৈ উঠে, আৰু তাৰ পৰা এই খন্তেকীয়া যাত্ৰাৰ ভিতৰতো যি বহুমূলীয়া সম্বল পায়, তাক সি চিৰকলীয়া কৰিবলৈকো বিচাৰে,—

পিৰিতি শুদা গুণ, মহঙৰ কেচা লোণ, থৰা যতনেৰে বান্ধি।
কিবা ময়া কৰি, হেৰাব লাগিলে, বিচাৰি নাপাবা কান্দি॥
পৰ্ব্বতে পৰ্ব্বতে, খালোঁ বীৰাজৰা, খোপাত গুজি নিছিলোঁ লোণ।
হাড়ৰ মাজে মাজে, সুমুৱাই আনিছোঁ, সৰুটি চেনাইৰে গুণ॥

পেটৰ জুই আৰু অন্তৰৰ কাম-বাসনা যে সৃষ্টিৰ দুটি প্ৰধান চলন্ত শক্তি; তাক নুই কৰিবৰ উপায় নাই। সিহঁত সংসাৰ ৰথৰ এধুৰি চকা, ইহঁতৰ এটিৰ অবিহনেও সংসাৰ অচল হলহেতেন। এই কথা বটিয়াকৈ বুজিয়ে চতুৰা প্ৰকৃতিয়ে দুইটাকে একেলগে সাঙুৰি দিছে! প্ৰথমতে তেওঁ সকলো জীৱৰে মনত কাম ভাব দিছে, তাৰ ফল সন্তান-উৎপাদন; এই সন্তানৰ বাবে আৰু নিজৰ কাৰণেও আহাৰৰ আৱশ্যক হল, এইদৰেই সকলো প্ৰাণীয়ে "জগত" নাম সাৰ্থক কৰে। গুৰিতে সৃষ্টিকৰ্ত্তাই প্ৰাকৃতিক সৃষ্টি-পালনৰ এই দুটি গুপুত মন্ত্ৰ দি নোযোৱা হলে প্ৰাণী-সমাজত কোন কাহানিয়ে ধৰ্ম্ম-ঘট হলহেতেন তাৰ ইয়ত্তা নাই। মানুহৰ অন্তৰত যিদৰে সন্তান-পৰম্পৰা এই কাম ভাবৰ পোনতে অঙ্কুৰ মেলে, সি অতি অভাৱনীয়। সন্তান ভুমিষ্ঠ হল, ইকোলা সিকোলা বগাই সি ডাঙৰ হল; একোৰে শঙ্কা নাই, একোৰে চিন্তা নাই। কিন্তু যেই শৈশৱ পাৰ হল, অঙ্গৰাগ বাঢ়ি উঠিল; নতুন তেজ, নতুন বল, বাৰিষাৰ ধলৰ দৰে ওফন্দি আহিবলৈ ধৰিলে। চকুৰ আগত যেন এক অভিনৱ নতুন

জগতৰ দুৱাৰ মুকুলি হল; প্ৰতি খোজ, প্ৰতি দৃষ্টিত, কিবা বাধা পৰিবলৈ ধৰিলে। শঙ্কা-চিন্তা দুয়ো হাত ধৰাধৰি কৰি আগত ঠিয় হলহি; খন্তেক থমকি নিজ দেহত উদ্ভিন্ন নব যৌৱনৰ লক্ষণ-প্ৰকাশ দেখি চক্ খাই উঠিল! "ইনৈত বুৰে মাৰি, সিনৈতে ওলালে, কাৰে পোহনীয়া উদ?"

বন-ফুল প্ৰতিভাৰ চহা কৱিৰ এই গীতফাকি বিশেষ অৰ্থব্যঞ্জক। নৈত উদ, মাটিত তৰাৰ গজালি আৰু পাটগাভৰুত উদ্ভিন্ন নব যৌৱনৰ লক্ষণে 'দেখা দিয়া, সকলো সত্য; কিন্তু অকল স্বাভাৱিক সত্যই নহয়, অভিনৱও। এই অভিনৱ সত্যকে আৰু অভিনৱ কৰিছে তিনিওটি অভিনৱৰ সমাবেশে, ঘাইকৈ পোনৰটিৰ ভূমিকাই। উদটি পোহনীয়া হলেও তেনেই জাতি নহয়, সি "ইনৈত বুৰ মাৰি সিনৈত ওলালে।" এই বিচিত্ৰতাৰ ৰহনেই পাছৰ দুফাকিত ছিটিকি পৰিছে; অকল উদটিয়েই নহয়, গাভৰুৰো সেই যৌৱন-লক্ষণ কৰবাৰ মনৰ মাজত বুৰ মাৰি কৰবাত এই শৰীৰত দেখা দিছেহি!! বাস্তৱতে, ই এক বিচিত্ৰ বিৱৰ্ত্তনৰ যুগ। নৰ-নাৰীৰ এই প্ৰথম পৱিত্ৰ সৌন্দৰ্য্যৰ এই মহা পয়োভৰ কি পৰম উৎসৱ উদ্দেশ কৰি উৎসৰ্গিত হৈছে? তাৰ চৰম সাৰ্থকতা কিহত? ফুল যেতিয়া কলি হৈ থাকে, বা ফুলৰ পৰা যেতিয়া গুটি হয়, তেতিয়া তাৰ কাষলৈ ভোমোৰা নাহে; সেইদৰে নাৰীৰ বাল্যৰূপ আৰু সন্তান-প্ৰসৱৰ পিছৰ অৱস্থাত এটা বেলেগ মোহিনী গুণ থাকিব পাৰে, কিন্তু তাত যৌৱনৰ সেই মাদকতা নাথাকে, অৰ্থাৎ সি কোনো ক্ষুধা-তৃষ্ণাৰ কাৰণ নহয়। গতিকে গম ধৰিব পাৰি, যৌৱনত সৌন্দৰ্য্যৰ এই মহা পয়োভৰ কেৱল সৃষ্টি বা সন্তান-উৎপাদনৰ পৱিত্ৰ উদ্দেশে এটি সুমঙ্গল অভিযান মাথোন; উভয় পক্ষৰ ৰূপ-যৌৱন, সৃষ্টিৰ বাবে আহ্বান-সঙ্কেত; আৰু প্ৰেম-আকৰ্ষণ কেৱল সৃষ্টিৰ দাৰুণ ইচ্ছা। ৰূপ-যৌৱন তেন্তে সৃষ্টিৰ পৱিত্ৰ মন্দিৰৰ সিংহ-দুৱাৰ; যিমান দিনলৈকে প্ৰাণীৰ জড় দেহত সৃষ্টি কৰিবৰ জোখাৰে শক্তি গোট নাখায়, সিমান দিনলৈকে এই সিংহদুৱাৰ মুকলি নহয়। এই উদ্দেশ্যেৰেই পুৰুষ আৰু তিৰুতাৰ নিজ নিজ সৌন্দৰ্য্য নিজৰ অজ্ঞাতে স্বকীয়া অৱয়ব আশ্ৰয় কৰি স্বকীয়াভাৱে ফুটি উঠে, নিজে তাৰ বিশেষ ভু নাপায়; কিন্তু পৰস্পৰে পৰস্পৰৰ ৰূপ-তৃষ্ণাত একেবাৰে মতলীয়া হৈ উঠে।—"চাউলৰ চিকুণ, খুদ ঐ লাহৰী, চাউল চিকুণ খুদ।"

সচাকৈয়ে নাৰীৰ শৰীৰ-ৰাজ্যত কামদেৱৰ সেয়ে সৰ্ব্বপ্ৰথম আৰু সৰ্ব্বপ্ৰধান



জয়জয়কাৰ, বিজয় স্তম্ভ। আকৌ সেয়ে কামদেৱৰ হাতে পোতাই ৰখা প্ৰজাপতিৰ পৱিত্ৰ পতাকা; অথবা ৰতিৰ হাতে আগধৰি পঠোৱা অন্নপূৰ্ণাৰ পৱিত্ৰ সিধা! তাৰ পাছত সন্তান-জন্ম সেই দুটি অমৃতৰ পৱিত্ৰ থালিত মুখ দিয়ে। সৃষ্টিকৰ্ত্তাৰ কি চতুৰালি! কিন্তু এই যাদুকৰী বিদ্যা, এই পৱিত্ৰ মধুৰ ৰহস্য, আঁৰকাপোৰৰ পিছৰ পৰাহে। তাক লৈ মানুহে পোনতে অকপটভাৱে উমলিছে বা হাঁহিছে-কান্দিছে। বুজা নাই সি কি অপূৰ্ব্ব মঙ্গল নিদান, গম পোৱা নাই সি কি ছদ্মৰূপী জগন্নাথ-মূৰ্ত্তি! বুজা হলে, গম পোৱা হলে, তাৰ কাষ চাপিবলৈ গৈ বুকু কঁপিলহেতেন, বিধাতাৰ উদ্দেশ্য বিফল হলহেতেন। সেইদেখিয়েই হবলা প্ৰকৃতিয়ে মোহনী ভাঙৰ ৰাগি লগাই দি মানুহৰ হাতেৰে নিজ কাম সাধন কৰিছে। কেনে বিতোপন কৌশল, মানুহৰ কেনে সুমধুৰ অজ্ঞানতা! "গাৰে জুৰনি, ৰি-ৰিয়া বতাহ ঐ, পেটৰে জুৰনি ভাত।"

এফালে জন্ম আৰু মৰণৰ মাজত জীৱনটো যেনেকৈ পদুম পাতৰ পানীৰ দৰে টলবলাব লাগিছে সিফালে হাঁহি-চকুলো, আশা-নিৰাশা, প্ৰেম-ঘৃণা, ভয়-ভক্তি, আবেগ-উদ্বিগ্নতাৰ মাজত সেইদৰে প্ৰকৃত বিশ্ব-সাহিত্যৰ সূত্ৰপাত হৈছে। অনন্ত বাটৰ বাটৰুৱা মানুহৰ এহাতে যিদৰে প্ৰেম, দয়া, অনুভূতি, সিহাতে সিদৰে কঠোৰ কৰ্ত্তব্যজ্ঞান; এপিনে যিভাৱে তেওঁ কৰ্ম্মশীল, সিপিনে সিভাৱে মধুৰ স্বপ্নময়। এই বাহিৰৰ মানুহটোৰ চলন-ফুৰণ, কৰ্ম্ম-তালিকা যেনে লাগতিয়াল, তাৰ ভিতৰত লুকাই থকা মানুহটোৰ সমাজিক বা কল্পনাখিনিৰ লেখ-জোখো তাতকৈ কোনো গুণে তাকৰকৈ লগা কথা নহয়; কিয়নো, এই বাহিৰ জগতখনৰ কৰ্ম্ম-কোলাহলৰ গুৰি হৈছে সেই ভিতৰ জগতখন। যি ভাষাত মানৱ-প্ৰকৃতিৰ এই প্ৰধান অঙ্গ, প্ৰেম, ভক্তি, দয়া, কৰ্ত্তব্য, বন্ধুতা, স্বাধীনতাৰ আদৰ্শ আদি পিছৰ যুগবোৰৰ বাবে সংৰক্ষিত হৈছে সেয়ে সাহিত্য,—সুকুমাৰ কলাৰ সহায়েৰে সত্য আৰু সুন্দৰৰ সাজ পিন্ধি ওলোৱা জীৱনৰ অভিব্যক্তি।

সকলোৰে ভাব-প্ৰকাশৰ কিছুমান সঙ্কেত বা ভাষা আছে, কিন্তু আটাইৰে সাহিত্য নাই; সেইদেখি সকলোৱে নিজৰ মনৰ ভাববোৰ যুগমীয়াকৈ পিছৰ কাললৈ সাঁচি-ৰাখি যাব নোৱাৰে। কিন্তু অসমীয়া চহা জীৱনৰ দৰে জগতৰ অনেক জাতিৰ নিৰক্ষৰ সম্প্ৰদায়ৰ ভিতৰত সদায় সাহিত্যৰ উপযোগী এনে

অসংখ্য গীত-মাত, যোজনা-ফকৰা থাকে যিবোৰ হয়বা বহুত দিনলৈ লিপিবদ্ধ নহয়, আৰু হলে সিহঁতে বিশ্ব-সাহিত্যৰ কলেৱৰ আৰু মোল ভালেখিনি বঢ়ায়। সভ্যতাৰ পোহৰ বিস্তাৰিত হোৱাৰ লগে লগে এফালে মানুহ যেনেকৈ প্ৰাকৃতিক অৱস্থাৰ পৰা ভালেমান আঁতৰি পৰিছে, সেইদৰে সাহিত্যতো নানা কৃত্ৰিমালি সোমাইছে ; তেনে মাৰ্জ্জিত সাহিত্যত অকপটতাৰ অভাৱৰ হেতুকে তাত আদিম মানুহৰ ভিতৰখনৰ বিশ্বাসযোগ্য দাপোণ পোৱা টান। কিন্তু মূল মানৱ-প্ৰকৃতিৰ হুবহু চিত্ৰ চাব পাৰি এই গীত-মাতবোৰৰ ভিতৰেদি যিবোৰ এতিয়াও প্ৰচলিত আছে এনে সমাজতহে যি এতিয়ালৈকে নতুন সভ্যতা-বৃক্ষৰ গুটিৰ জুতি পোৱা নাই। তথাপি হাজাৰো এই গীত-মাতবোৰ এনে আওহতীয়া চুকত সোমাই থাওক, তাতো বাহিৰৰ কোলাহল আৰু সাল-সলনিৰ একোটি ক্ষীণ প্ৰতিধ্বনি গৈ নোজোকোৱাকৈ থকা নাই ; আৰু সেইবোৰেও ইইঁতক নওলাৰ মূৰৰে পৰা খেদি দিব পৰা নাই। এনে হোৱাইহে সম্পূৰ্ণ স্বাভাৱিক ; কিয়নো এই নিচিনা অলপ-অচৰপ সাল-সলনিৰ পৰাও একোটা জাতিৰ বাহিৰৰ ৰাজনৈতিক সামাজিক আদি অৱস্থাৰ প্ৰভাৱ ভালকৈ বুজিব পৰা হয়।

কোনো বিৰাট সাহিত্যই জাতীয়তাৰ মেৰত সোমাই নাথাকে আৰু মনুষ্যত্বত বাজে একোৱে হাক নামানে। অসমীয়া এই গীত-মাতবোৰো সেইদৰে এহাতে যেনেকৈ জাতীয়, সিহাতে তেনেকৈ বিশ্বজনীনো। ইয়াৰ সৰহখিনি গীতেই বিশ্বমানৱৰ হৃদয়-দুৱাৰত খুন্দিয়াব। গছৰ ছাল-বাকলিতো প্ৰেম-কবিতা লিখা থকা কথা ইউৰপীয় সাহিত্যত শেক্স্‌পীয়েৰৰ ৰোমাঞ্চিতকাৰী 'ৰমাঞ্চ', সন্দেহ নাই ; কিন্তু তাতকৈ কোনো গুণে হীন নোহোৱা অনুৰাগ-পূৰ্ব্বৰাগৰ কবিতা আজিলৈকে অসমৰ আকাশে-বতাহে সদায় "কমোৱা তুলাবোৰ, যেনেকৈ উৰিছে, তেনেকৈ উৰি" ফুৰিছে। শেক্স্‌পীয়েৰৰ এৰিয়েলে মৌমাখিৰ লগত ভোমোৰাৰ পিঠিত উঠি আনন্দ উপভোগ কৰাৰ হাবিয়াস কৰিছিল ; এৰিয়েল মানুহ নহয়, সি মানুহৰ প্ৰকৃতি ধৰিছিল মাথোন, কিন্তু আমাৰ চহা কবি গধুৰ তেজ মঙহৰ শৰীৰ হৈয়ো তাতকৈ হীন আবেগ বা কল্পনা-শক্তিৰে কোৱা নাই—

ইাহ হৈ চৰিমগৈ, তোমাৰে পুখুৰীত, পাৰ হৈ পৰিমগৈ চালত।
ঘাম হৈ সোমামগৈ, তোমাৰে শৰীৰত, মাখি হৈ চুমা দিম গালত ॥



কুপাৰৰ আলেকজেণ্ডাৰ ছেলকাৰ্কৰ সমান বহুদৰ্শী বা জ্ঞানী অসমীয়া চহা কবি নহয় ; কিন্তু সেই নায়কে সমাজ, বন্ধুতা আৰু প্ৰেমৰ মাধুৰী চাকিবলৈ কপৌৰ পাখিৰ অভাৱ যিদৰে অনুভৱ কৰিছে, আমাৰ চহা কবিয়েও "চৰাই হোৱা হলে উৰি গলোঁহেতেন" বুলি একে কল্পনাৰে প্ৰমাণ দিছে। অসমীয়াৰ জাত-কুলৰ বিৰোধতকৈ কেপুলেট আৰু মণ্টেগু পৰিয়ালৰ খৰিয়ালখন নিশ্চয় গুৰুতৰ নহয়, তথাপি য'ত জুলিয়েটে তেওঁৰ প্ৰেমিকক কৈছে—'ৰমিও, ৰমিও তুমি, ৰমিও কিয়নো ? পিতৃনাম এৰাঁ তযু, এৰাঁ নিজ নাম তৱ, মোৰ স্নেহ হেতু ; যদিহে নকৰাঁ তাকো, দেৱতাক সাক্ষী কৰি হোৱাঁ মোৰ প্ৰিয়, কেপুলেট নাম মই তেৱে তিয়াগিম।' অসমীয়া প্ৰেমিক-প্ৰেমিকাই কোনো শঙ্কা-খুকুৰি বা সৰ্ত্ত মনলৈ ননাকৈয়ে এইদৰে বুকু ডাঠি সমুখ-বিপদলৈ মু কৰি ৰৈছে—

চ'তে চ'তে গৈ, বহাগো পালেহি, ফুলিলে বাবৰি ফুল।
তোমাৰ লগতে, মৰোঁ যদি মৰিম ঐ, এৰি যাম নিজৰে কুল ॥
তোলৈ চাওঁতে, জপনা দেওঁতে, বিন্ধিলে অঘৈয়া হুলে।
তোৰো মনে গলে, মোৰে মনে গলে, কি কৰিব কলিতা কুলে ॥

ভাষাৰ সৌষ্ঠৱৰ ফালৰ পৰাও এই গীতখিনি অপূৰ্ব্ব সৌন্দৰ্য্য-ব্যঞ্জক। "তই যে কলীয়া. অলিয়া-বলিয়া, মোকো কৰি গলি বাউল। জালি-কটা বেৰেদি, সুহুৰি মাৰিলি, হোৱা ভাতক কৰিলি চাউল ॥" ইয়াত নটি 'ল' আৰু পাঁচোটি 'ৰ'ৰ মিলনত প্ৰেমৰ মধুৰতা যেনেকৈ কৰিছে, সেইদৰে ভাব আৰু কল্পনাৰো অভিনৱ সমাবেশ ঘটিছে। "হোৱা ভাতক চাউল" কৰা আৰু কৃষ্ণৰ বাঁহীৰ মাতত 'যমুনা উজাই বোৱা' একে শাৰীৰ কল্পনা-মাহাত্ম্য। সেইদৰে "অতি মৰমৰে, মুগাৰে মহুৰা, অতি মৰমৰে মাকো। অতি মৰমৰে, বহাগৰ বিহুটি, নাপাতি কেনেকৈ থাকোঁ ॥" বোলাত যি অনুভূতি প্ৰকাশ পাইছে, সি যেনে সৰল, তেনে স্বাভাৱিক, তেনে জাতীয় আৰু হৃদয়-স্পৰ্শী ; ইয়াত কবিয়ে 'গ' 'ম', আদি কোমল ব্যঞ্জনৰ অনুপম অনুপ্ৰাস আৰু ব্যঞ্জনাৰে স্ত্ৰী-হৃদয়ৰ সকলো কোমলতা আৰু মধুৰতা দুগুণে বঢ়াই মুখতে পমি যোৱা এক অমিয়া মাধুৰীৰ সৃষ্টি কৰিছে।

বাঁহী. পঞ্চদশ বছৰ. দ্বিতীয় সংখ্যা ; জেঠ, ১৮৪৬.

---

# বিয়া নাম—তিৰুতাৰ গীত

বৈষ্ণৱ সাহিত্য যদি আমাৰ শিৰৰ বস্তু, জন-সাহিত্য নিশ্চয় আমাৰ অন্তৰৰো অন্তৰত ; পোনৰটি যদি প্ৰধানকৈ শিক্ষামূলক, পিছৰটি সৰ্ব্বতোভাৱে বসন্ত বতাহত আপোন-মনেৰে উৰি ফুৰা কমোৱা তুলাৰ দৰে মুকলি-মূৰীয়া। এই জন-সাহিত্যৰ ভিতৰুৱা লৰা-ওমলা নামবোৰত যিখিনি ঠাই অধিকাৰ কৰিছে খৰালিৰ লাহি ককালৰ প্ৰকৃতি-জীয়ৰী তটিনী সুন্দৰীৰ কুলুকুলু গীতৰ দৰে আধাফুটা সুচঞ্চল ভাবাবেগে ; আই-তুতিত যিখিনি ঠাই জুৰি লৈছে ভকতীয়া আইসকলৰ সংসাৰৰ ত্ৰিতাপক্লিষ্ট আত্মা জুৰাই শীতল পেলোৱা, জেঠ মাহৰ টিকাফটা ৰ'দত হঠাৎ কঁপি উঠা প্ৰকৃতিৰ চঞ্চল অঞ্চল যেন মৃদু মলয়াৰ এছাটি বাৰ দৰে সুশীতল ভক্তি-কল্পনাই ; বন-ঘোষাত যি ঠাই জিনি আছে ঘাইকৈ ডেকা-গাভৰুৰ পৰস্পৰ আকৰ্ষণ আৰু মিলনৰ উদ্‌ভ্ৰান্ত ভাব এটাই, অসমীয়া বিয়া-নামত সেই ঠাই ঢাকি লৈছে তিৰুতাৰ স্বভাৱ-সুলভ ঘৰুৱা মায়া-মমতাৰ ৰসত জুৰুলি-জুপুৰি বিৰহৰ ভাব আৰু দৰা-কন্যা মিলনৰ কল্পনা-পৰাগত লুতুৰি-পুতুৰি স্বভাৱ-কবিতাই।

বসন্তত হাবি-বনবোৰ হঠাতে এদিন গীত-মুখৰিত, তৰু-লতা মুঞ্জৰিত আৰু সুগন্ধি সৌৰভত উদাস হোৱাৰ লগতে প্ৰকৃতি প্ৰাণপূৰ্ণা হৈ উঠাৰ দৰে, উদ্ভিন্ন নৱ যৌৱনত আকুল পথিকৰ অন্তৰ উদ্‌ভ্ৰান্ত প্ৰীতি-গীতেৰে উপচি পৰাৰ নিচিনাকৈ, জ্ঞাতি-কুটুম্ব বা ওচৰ চুবুৰীয়াৰ বিয়াৰ কথা শুনাৰ পৰাই সেই বিষয়ক আশ্ৰয় কৰি তেওঁলোকৰ কল্পনা বিচিত্ৰভাৱে ঠন ধৰি উঠে। মানুহৰ জীৱনত জনম-মৰণতকৈ কোনো গুণে হীন নোহোৱা বিয়া এটি মহৎ সংস্কাৰ ; আৰু খোৱা-পিন্ধা আনন্দ-উলাহেৰে ৰাংঢালী ধৰ্ম্ম আৰু আমোদৰ প্ৰধান উৎসৱ। প্ৰায় বাৰও মাহ ঘৰুৱা বনতে লেকাট লাগি ৰাহিৰৰ আটাইবোৰ ৰং-ধেমালিত মুনিহৰ দৰে মুকলি মনেৰে যোগ দিবলৈ নোপোৱা ঘাইকৈ গঞা তিৰুতাৰ কাৰণে ই এক প্ৰধান আনন্দৰ পৰ্ব্ব, আৰু তাত এওঁলোকৰে ভালেমান বিষয়ে ভাগ সৰহ। সেইদেখি ওচৰ-চুবুৰীয়া বা সম্বন্ধীয়াৰ বিয়াৰ উম-ঘাম হোৱাৰ পৰা তেওঁলোক গাৰ সাজ—



পাৰ আৰু অয়-অলঙ্কাৰৰ দৰে বিয়া নাম গোটোৱাতো ব্যস্ত হৈ উঠে। সূতা লেতিয়াওঁতে, উঘাওঁতে, তাঁত বওঁতে, মহুৰা ফুৰাওঁতে, পানী আনিবলৈ যাওঁতে সমনীয়াইঁতৰ লগত গুণগুণাই তেওঁলোকে বিয়া-নামৰ আলোচনা কৰিবই লাগিছে। আন নালাগে, একো একো গৰাকী নামতীৰ নাম ওৰে ৰাতি গায়ো ওৰ নপৰে। 'ক'ৰ তিনি চুক চিনি নোপোৱা চহা ডেকাই বন-ঘোষাত যেনেকৈ অপূৰ্ব্ব স্বভাৱ-কবি বুলি চিনাকি দিয়ে, সেইদৰে আধুনিক শিক্ষাৰ সমূলঞ্চে আও-ভাও নোপোৱা অসমীয়া তিৰুতাৰ অসীম কল্পনা-শক্তিৰ পৰিচয় পোৱা হয় তেওঁলোকৰ প্ৰাণ-ঢলা এই আই-নাম বিয়া-নামবোৰত।

এই বিয়ানামবোৰ সাধাৰণতে দুশাৰীত ভগাব পাৰি ; এবিধ পৌৰাণিক ঘাইকৈ হৰ-পাৰ্ব্বতী, কৃষ্ণ-ৰুক্মিণী, অৰ্জ্জুন-সুভদ্ৰা, উষা-অনিৰুদ্ধ আদিৰ বিয়া বিষয়ক কল্পনাৰ মাজেদি অহা, আৰু ইবিধ আধুনিক বা নৱন্যাসমূলক। ঘাইকৈ এই পিছৰ বিধত স্বভাৱ-কবি অসমীয়া তিৰুতাৰ কল্পনা-গৰিমা, ভাব-সৌষ্ঠৱ আৰু বচন-ভঙ্গিৰ প্ৰাঞ্জলতা আৰু মৌলিকতা বিশেষকৈ মন কৰিব লগীয়া। ইয়াৰ একো-একোটি গীতত, একোটি লনী ঘৰুৱা কথা আৰু একোটি মনমোহা সাধাৰণ উপমাৰ সহায়েৰে অঁকা অসমীয়া ঘৰুৱা জীৱনৰ একোখনি নিখুঁত চিত্ৰত জাতীয়তা সুন্দৰকৈ জিলিকাই তুলিব পৰা অসমীয়া তিৰুতা সামান্য স্বভাৱ-শিক্ষিতা বুলিব নোৱাৰি। গীত-সাহিত্যৰ এই ঠেঙুলিটোত অসমীয়া জাতিৰ সাহিত্য-ভঁৰালত বহুমূলীয়া শব্দ-সম্পদবোৰ যেন ফল-ফুল হৈ দোঁ খাই লাগি আছে। কবিত্বত ইয়াৰ উপমাবোৰৰ মোল দিবলৈ নাই ; একোটি উপমাই যেন উপমেয় বস্তুটোৰ ভিতৰ জগতখনৰ সাতকাণ্ড ৰামায়ণ কয়। আহিন মহীয়া জুৰৰি বনৰ পাতত লাগি থকা নিয়ৰৰ টোপালবোৰৰ ওপৰত নকৈ উঠি অহা জোনৰ ফৰিংফুটা পোহৰ পৰাদি, মাজে মাজে ঘনীভূত করুণ ৰসত গা-ধোৱা এই নামবোৰৰ ওপৰত কবিত্বৰ শাৰদীয় শুভ্ৰ কিৰণ-মালাই যেন হেঁপাহ পলুৱাই উমলি-জামলি ফুৰিছে! কিছুমান গীতত যেন অসমীয়া তিৰুতাৰ স্বভাৱ-সুলভ সৰলতা আৰু কমনীয়তা মিলি আকাৰ ধৰি সেইদৰে আত্মপ্ৰকাশ কৰিছে। সৰহখিনি গীততে নিছেই সৰু কোমল শব্দ-গাঁথনিৰে ওখ ধৰণৰ কবিতাৰ ভাব ফুটাই তুলি তিৰুতা কবিয়ে ৰচনাৰ যি মোহিনী জাল তৰিছে, তাক চাই

কোনেও অন্তৰেৰে নবখানি নোৱাৰে। কিছুমান নাম যেন ৰূপে-গোন্ধে ভৰপূৰ একোপাহি মনমোহা চেনিচম্পা ফুল, শুঙি থাকিও তাৰ সৌন্দৰ্য্য উপভোগ কৰা শেষ নহয়।

কইনা নোৱাবৰ হল, আয়তীসকল হাতে হাতে মাহ-হালধি লৈ নোৱাবলৈ গল ; কিন্তু কইনাৰ গাত হালধি ঘঁহিবৰ ৰীতি ধৰ্ম্মসম্মত হলেও ব্যৱহাৰত তাৰ আৱশ্যকতা আছে জানো? আইদেউৰ গাৰ বৰণেই বা কি ?—"কেলেই ঘঁহিছা কেতুৰী হালধি, আপুনি কেতেকীৰ পাহি!" মৈথিলী কবি বিদ্যাপতিয়েও নায়িকাৰ ৰূপ বৰ্ণনা কৰোঁতে তাক জোনাকৰ লগত তুলনা কৰি কৈছে—"দেহ-জোতি সখি, কিৰণ সমাইতি, কে বিতি-নাৱবে পাৰ ?" যিহওক, আইদেউক যেতিয়া নোৱাই অনা হল,—

গাঁ ধুই আইটী, মাকক সুধিলে, 'মোলৈ কিয়ে সাজে আছে'?
'ছাঁতে শুকুৱা, মুঠিতে লুকুৱা, তোমালৈ সেই সাজ আছে।'
গা ধুই আইটী, মাকক সুধিলে, 'কি ফুল পিন্ধিব পায় ?'
সেউতী নিপিন্ধে, মালতী নিপিন্ধে, নিপিন্ধে খৰিকা-জাঁই ;
সাগৰৰ মাজতে, আছে পাৰিজাতে, তাকো আনি দিওঁতা নাই ;
ককাই নাওবৈছা, ললে নাৱে-বঠা, পাৰিজাত বিচাৰি যায়।

কেনে অভিনৱ মৌলিক কল্পনা! সাহিত্যত এনে "ছাঁতে শুকোৱা মুঠিতে লুকোৱা" সাজ কেনে আপুৰুগীয়া! আইটীৰ খোপাৰ ফুলৰ বাচনিত কেনে সুৰুচি,—হাতে ঢুকি পোৱা সেউতী, মালতী, একোতেই মন নবহিল ; সেই যে মৰ্ত্ত্যৰ দুৰ্ল্লভ দেৱ-পাৰিজাত, তালৈহে ৰল তেওঁৰ ধাউতি। আঘোণ-মহীয়া মুকলি বতৰত বগা বগা ডাৱৰৰ দাঁতিয়ে দাঁতিয়ে ধীৰ মলয়াত বায়ু সঞ্চালন নকৰাকৈ পাখি দুখন এনেয়ে মেলি দি বতাহ লোৱা চিলনীৰ দৰে এনেবোৰ গীতত যেন তিৰুতা কবিৰ আকাশ-ছোৱা কল্পনাও এই ধৰণে পাখি মেলি বিনা আয়াসে ওখ আকাশত উটি ফুৰিছে! নাইবা, বৰ্ণনা স্বৰূপে এইবোৰ কল্পনা যেন বাৰিষাৰ মেঘৰ দৰে শূন্যে শূন্যে ওপঙি ফুৰি কেতিয়াবা ঘনীভূত হৈ শ্ৰোতাৰ ওপৰত কবিত্ব-ৰসৰ অমৃত বৰিষণ কৰিছে, আৰু কেতিয়াবা বা হাস্যৰসৰ একোটি জিলিঙনি পৰাত সিহঁতে অপূৰ্ব্ব শোভা ধাৰণ কৰিছে। সিফালে দৰাক নোৱাই তেওঁবো ৰেহ-ৰূপ বৰ্ণাইছে—



বোপাটি গুৱনী, কঁকালত তিয়নি, সাজ বা নসনায় কিয় ?
পিতলৰ শৰাইতে, সাজ থৈ আহিছোঁ, যোগান বা নধৰে কিয় ?
পাগে মাৰিবৰে, কত ছেৱে জানা, নোলায় পাহেকটা চুলি।
খোজে কাঢ়িবৰে কত ছেৱে জানা, ভৰিতো নালাগে ধুলি॥
চৰাইটৰে চিকুণে, তেলীয়া সাৰেঙে, মাছৰে চিকুণে মালী।
সৰাতো চিকুণে, আমাৰে বোপাটি, গুৱায় গজপুৰৰ আলি॥

এনে আড়ম্বৰহীন সৰল ভাব আৰু ভাষাৰে এনে অনুপম ৰচনা যেন কেৱল অসমীয়া জাতিৰেহে এদনীয়া সম্পদ! "আকালো নাই, ভঁৰালো নাই" বুলিয়ে জীৱন-সমস্যা অতি লঘুকৈ লোৱা প্ৰকৃত "সুজলা সুফলা শস্য-শ্যামলা" ভাৰতৰ এচুকীয়া শান্তিৰ আশ্ৰম অসমৰ সৰল-প্ৰাণ তিৰুতা সমাজৰ বাহিৰে আন যেই সেই মূলৰ পৰা এনেবোৰ গীত উপজিব পাৰে বুলি কল্পনা কৰাও স্বৰূপতে টান কথা। ইয়াত অসমীয়া জাতীয় আৰু ঘৰুৱা জীৱনৰ লগত এনেদৰে প্ৰতিটি বিষয়েও হৈ ৰজিতা খাই পৰা আৰু তাৰ উপমাও অসমীয়াৰ এনে গাজত-লগা যে কোনেও তাক ন্ধুই কৰিব নোৱাৰে। আকৌ, আইদেউক নোৱাই আনি মৰলত বহিবলৈ মতাৰে পৰা চতুৰ আয়তীসকলে গীত জুৰিলে—

চাউল ছাটি মাৰি, ফুলাম পাটি পাৰি, আনাগৈ আইদেউক মাতি।
নালাগে মাতিব, আপুনি আহিব, লবহি সমাজত পাটি॥
পাণ পাৰিবলৈ, মৈটা নালাগে, আপুনি পকি সৰিব।
আইদেউক মাতিবলৈ, কটকী নালাগে, আপুনি আহি বহিব॥

ইয়াত আইদেউক কি বিতোপন অভিনৱ উপায়েৰে সমাজলৈ মতা হল! আইদেউ গছৰ পাণৰ দৰেই ওখৰ বস্তু, গতিকে তেওঁক মাতি আনিবলৈ হলে কটকীৰূপ মৈটা লাগিব ; কিন্তু বৰ্ত্তমান অৱস্থাত তাৰো আৱশ্যক নাই, পাণ পকিলে আপুনি সৰাৰ দৰে সময় পকিলে আইদেউ আপুনিয়ে আহিব। কেনে মৌলিক প্ৰকাশিকা শক্তি! কেনে হাড়ে-হিমজুৱে জাতীয় !!

তুলিতে তলিছা, বহিছে ললিতা, শৰাইলৈ মেলিছে চুলি।
দহো আঙুলিয়ে, ৰত্ন জ্বলিছে, নুপুৰে ধৰিছে তুলি।

বৰ চৰাৰ মুখতে, পাৰৰ টঙি দিলে, পাখিয়ে ঢপেঢপায় ॥
একাঁঠু তুলিতে, আইদেউ বহিছে, মজিয়া ভকেভকায় ॥

এইদৰে কত বিচিত্ৰভাৱে তেওঁলোকে আইদেউক বৰ্ণাইছে! শৰতৰ মুকলি ৰাতি সকলোবোৰ তৰাই উজ্জ্বল, কিন্তু তাৰ মাজত উজ্জ্বলতৰ হৈ জলা ভোটা-তৰাটিৰ দৰে এনে কিছুমান নাম অতীব সৌন্দৰ্য্যব্যঞ্জক হৈ উঠে!

তেলে চিকেমিকায়, চিকুণ ঐ আইদেউ, গলে চিকমিকায় মণি।
মুঠিৰে ভিতৰত, কিহে চিকমিকায়? হেঙুল-হাইতালৰে ফণি ॥
খিলাৰে গছতে, খিলা নাইকিয়া, পাতে তিৰেবিৰে কৰে।
ককাইদেউৰ গাৰুতে, গিলিপ নাইকিয়া, চকে তিৰেবিৰে কৰে ॥

আইদেউৰ গাত তেলে আৰু ডিঙিত বহুমূলীয়া অলঙ্কাৰে চিকমিকাই তেওঁৰ ৰূপত বহন চৰোৱা সকলোৱে দেখিছে, কিন্তু পাতৰ আঁৰৰ পৰা জুমি চোৱা ধুনীয়া ফুলটিৰ দৰে আইদেউৰ পদুমী হাতৰ মুঠিত চিকমিকোৱা অপৰূপ বস্তুটি কি, তাকে কৌতূহল সৃষ্টি কৰি কবিয়ে "সাঁথৰ-ভাঙনি হৈ পানী-মিঠৈ গোটটি" সাজি, ৰচনাত নতুন সৌন্দৰ্য্য সম্পাত কৰিছে। আকৌ, সাধাৰণতে সৰ্ব্বাঙ্গসুন্দৰ বস্তুতো নতুন সৌন্দৰ্য্যৰ যোগে গৰিমা বঢ়ায়; অথচ মৌলিক কবিয়ে এই গতানুগতিক বাট এৰি কোনো অঙ্গৰ অভাৱৰেও তাত সৌন্দৰ্য সঞ্চাৰ কৰি দেখুৱাব পাৰে; খিলা-নোহোৱা গছ আৰু গিলিপ-নোহোৱা গাৰুৰ উপমায়ো সেইদৰে এক অভিনৱ নতুন সৌন্দৰ্য্যৰ সৃষ্টি কৰিছে।

দৰা যেতিয়া কলৰ গুৰিত নামিলহি, কবি-নামতীসকলে সেই ৰাতৰি কিৰূপে ৰাষ্ট্ৰ কৰিব?—

ফকিৰ পালে আসি, উঠা পৰেবাগী, পদুলিত মাৰিছে উকি।
আছে যই কন্যাদান, নাই যই সমিধান, ফকিৰক নথবা ৰাখি ॥
আইটীৰ ঘৰতে, আজি চোৰ সোমালে, হাতত গৰু ছালৰ বীণ।
পালি-পহৰীয়া, ভালকৈ থাকিবা, কাণত লোকাপাৰ চিন ॥

সৰলচিতীয়া ধৰমী আইসকলৰ কাৰণে আজি ৰাতিৰ এই অভ্যাগত স্বৰূপতে প্ৰেমিক-সন্ন্যাসী; তেওঁক ৰখাই থবৰ অধিকাৰ কাৰ? কিন্তু এই



ফকিৰ আৰু তেওঁ বিচৰা দানটিও শুদা-শুদি নহয়,—তেওঁ স্বয়ং মহাযোগী সদাশিৱ আৰু সেই দান "কন্যা-দান" নামৰ মহৎ দান! তাকে কল্পনাৰ আন এফেৰা বহন সানি কৈছে, কাণত লোকা-পাৰ পিন্ধি যিটি বীণ-বৰাগী চোৰ আজি আইদেউৰ ঘৰ সোমাইছে, তেওঁক চিনা সহজ হলেও, তেওঁৰ পৰা তেওঁ নিব খোজা বস্তুটি সৰুওৱা টান।

এই আটাইবোৰ হল বাহিৰৰ ৰূপ; কিন্তু আইদেউৰ ভিতৰুৱা গুণা-গুণৰ কথাও কব লাগিব নহয়! যেতিয়া এই প্ৰশ্ন উঠিল—"চোতালৰে পৰা, সোধে জোঁৱাই-লৰা, আইদেউ কি-এ বন পাৰে?"—জোঁৱাই-লৰাৰ, এই অৱশ্যম্ভাৱী প্ৰশ্নৰ সমিধান দি ভতালিকে কন্যাঘৰীয়া নামতীয়ে নিজ চতুৰতা প্ৰকাশ কৰিলে—

আমাৰে আইটী, নিছে কুমলীয়া, নিছে কলাপাতৰ থুৰি।
আঁটিৰ নাজানে, কঁকালৰ কাচুটি, মেলাৰ নাজানে চুলি ॥
ই বোলে আইদেউ সি বোলে আইদেউ, আইদেউ তিঁয়হৰ জালি।
আইদেউৰ চুলিতাঁৰ, মেঘতকৈ চমৎকাৰ, বংশীবদনৰ চুলি ॥
চোতালৰ আগৰে, মিঠা আম এজুপি, বাকলি গুচায়ে খাবা।
শুকান পিঠাগুড়ি, চালিব নোৱাৰে, হাতত ফুটে পানীজোলা ॥
তাঁতত হালেজালে, শৰাইত মলা গাঁথে, আইদেউ সেই বন পাৰে।
লোকৰ মাত-কথা, শুনিব নোৱাৰে, আপুনি স্বয়ং হৈ থাকে ॥
চাৰি ভাইৰ মাজৰে, মুমলী আইদেউ, খায় দোৱা-ভজা চিৰা।
টান বন নিদিবা, লঘোনে নথবা, চেঁচুকৰে ডাম-ডেউকা ॥

এই প্ৰশংসা-পত্ৰ দেখি "বোপাদেউ" তুষ্ট হল নে ৰুষ্ট হল আমি কব নোৱাৰোঁ সচা; কিন্তু ইয়াৰ পৰা আইদেউ যে অতি কবিতাময়ী তাত আমাৰ এফেৰিও খুকুৰি নাথাকিল। ঈশ্বৰৰ সৃষ্টিত সকলো বস্তুৰে নিশ্চয় একোটা সাৰ্থকতা আছে; সিহঁতৰ মূল্য-নিৰূপণত আমি বেমেজালি লগাব পাৰোঁ, কিন্তু সিহঁতৰ নিজ নিজ মূল্য আমি অস্বীকাৰ কৰিব নোৱাৰোঁ। কাৰ্য্যকাৰিতাৰ ফালৰ পৰা চাই আমি বাৰীৰ ফুলপাহতকৈ কেৰোলা-বেঙেনাটোক, বা বাঁহীটোতকৈ টোকনডালক, অধিক লাগতিয়াল বুলি ধৰিব পাৰোঁ; কিন্তু ফুলপাহ কিয় কেৰোলা-বেঙেনাৰ দৰে নহল, বা বাঁহীটোৱে কিয় টোকনডালৰ কাম নকৰে,

বুলিলে স্ৰষ্টাৰ উদ্দেশ্যকে বিদ্ৰূপ কৰা হয়; সেইদৰে মানুহবোৰো সকলো কেৱল ভাব-কঢ়িওৱা জন্তু হবলৈ ওপজা নাই; অন্ততঃ "আইদেউ" নহয়। কলাপাতৰ থুৰি, তিঁয়হৰ জালি; চোতালৰ আগৰ মিঠা আম, প্ৰতিটিৰে দিনেকীয়া জীৱনৰ ভোক-পিয়াহৰ অতীতৰ এটি আৱশ্যকতাও থাকিব পাৰে; আইদেউৰে সেইদৰেই আছে। তদুপৰি আইদেউৰ কামিলা গুণো একেবাৰে নোহোৱা নহয় কিয়নো—"তাঁতত হালে-জালে, শৰাইত মলা গাঁথে, আইদেউ সেই ধন পাৰে।"

এইকেবাৰি নামৰ ভিতৰত "চেঁচুকৰ ডাম-ডেউকা'ৰ উপমাটিও অতি ভাব ব্যঞ্জক। আৰু এটি কথা; আইদেউৰ এনে অঙ্গ-অলঙ্কাৰ, সাজ-পাৰ আৰু গুণাগুণৰ বৰ্ণনা-পাৰদৰ্শিতাৰ সহায়ত এটা আটকধুনীয়া অসমীয়া ছোৱালী চিত্ৰ যেনেকৈ মানস-চকুৰ আগত ওপঙিবলৈ ধৰে, তেনেকৈয়ে সুৱলা শব্দ গাঁথনিৰ বাখকৰা মণি আৰু অনুপম উপমাৰ বনকৰা ৰিহা-মেখেলাৰে কবিয়ে যি মানস-সুন্দৰী এটা সজাইছে, তালৈকো মনত নপৰি নাথাকে; কিয়নো পুৰণি সাহিত্যত ক'তো এনে একোটি চিত্ৰ পাবলৈ নাই। পুৰণি সাহিত্যত শ্ৰীশঙ্কৰদেৱৰ ৰুক্মিণী বা চন্দ্ৰভাৱতীৰ উষা আদি অনিন্দ্যসুন্দৰী পৌৰাণিক ৰমণীৰ কমনীয় বৰ্ণনা সচা, কিন্তু সেইবোৰ সৰ্ব্বাঙ্গসুন্দৰী অসমীয়া গাভৰুৰ নিখুঁত চিত্ৰ নহয়! পুৰণি সাহিত্যতে যদি এনে ৰূপহী আইদেউক পোৱা নহয় তেন্তে বৰ্ত্তমানৰ জাতীয় আদৰ্শ-বৰ্জ্জিত সাহিত্যত সেই চিত্ৰ চাব খোজা পৰ্ব্বতত কাছকণী বিচৰা মাথোন হব; অৰ্থাৎ আপোন-মনেৰে ফুলা আমাৰ সাহিত্য কাননত বন-ফুল ৰূপহী অসমীয়া আইটীক চাবলৈ নাপালে পুৰণি সাহিত্য তপোবন বা বিদেশী আদৰ্শৰ আধুনিক আমোদ-বনত সেই নাৰী-ফুল ক'ত ফুলা দেখিম?

অসমীয়া-গীত-সাহিত্যৰ এই ডালটি ইমান জাতিস্কাৰ যে তাক য'তে ত'তে ধৰি জোকাৰিলেই তাৰ পৰা ন ন সৌন্দৰ্য্যৰ ফুল তল ভৰি সৰিব। হাঁহি-ৰ মিহলি জোৰা-নামবোৰো বিয়া নামৰ এটি শকত ঠেঙুলি। যিখন বিয়া নামতীসকলে জোৰা-নাম গাবলৈ নাপায়, সেইখন বিয়ালৈ তেওঁলোকৰ মনেৰে যোৱাতকৈ নোযোৱাই ভাল; সি যেন বিয়াই নহয়! অথচ গাবলৈ পালে তেওঁলোকৰ নামৰ ওৰ নপৰেহে নপৰে; যিমানেই গাওক, তথাপি গাব—

শিঙৰা মাছৰে, কণী হৰি হৰি, শিঙৰা মাছৰে কণী;
জোৰা নাম একাষাৰ, গাবকে নোৱাৰি, বাপুদেউ বহিছে শনি॥



নাৰৰ তলিপাতে, শেলাই ঐ বাপুদেউ, নাৰৰ তলিপাতে শেলাই।
বিধি পঢ়িবলৈ, বাপুদেৰ বহিছে, নাও যেন পেট পেলাই॥

সীমা পাৰ নহলে দৰাঘৰীয়া কন্যাঘৰীয়া উভয়ে উভয়ক জুৰি গোৱা এই নামবোৰ শুনিবলৈ অতি আমোদজনক, যেন এক সুন্দৰ মানসিক ব্যায়াম-প্ৰতিযোগিতা। কন্যাঘৰীয়ায়ে পোনতে জোকাই ল'লে—

লোণে আমেলখি, খালা ঐ কলীয়া, লোণে আমেলখি খালা।
কোনোবা জনমত, তপস্যা সাধিলা, সীতা হেন সুন্দৰী পালা॥

দৰাঘৰীয়াই আকৌ তাৰ চুঙা চাই সোপা দিলে—

বাঁহৰে চেৰেকী, কলী ফেৰেকী, তাইইতে যচাইছে চোৰা।
নিয়ে কি নিনিয়ে, জাঁতলী যখিনী, আমাৰ সোণামুৱা দৰা॥

আৰু কিছুমান জোৰা নাম আছে, সিবোৰত মিঠাৰ বাহিৰে তিতাৰ নামগোন্ধো নাই; যেনে, হোম ভগাৰ পাছত দৰা-কন্যা ভিতৰলৈ যাওঁতে গোৱা—

আইদেউৰে আঁচলত কিবা মধু আছে।
মধু-লোভী বোপাদেৰে ফুৰে পাছে পাছে॥

কিন্তু বিয়ানামৰ মুখচ ফুটা গৰিমা পাইছেগৈ তাৰ করুণ ৰসত জুবুৰিওৱা গীতবোৰত। সুচতুৰা নামতীসকলে একোটা উপমাৰ চলেৰেই কন্যাৰ মাক-বাপেকৰ মনৰ ভাব কাঢ়ি আনি এনে একোখনি করুণ চিত্ৰ আঁকে যে শ্ৰোতামাত্ৰকে চকুলো টোকাইহে এৰে। অতি বিচিত্ৰ কথা এইহে, তেওঁলোকে শোকৰ এই পুণ্য প্ৰবাহ অকল মানুহ বা আন সজীৱ পদাৰ্থৰ ভিতৰে বোৱায়ে নেৰে, তেওঁলোকে এই বেজাৰৰ সুতি বোৱায় অসমীয়া ছোৱালীৰ অতি লাকতৰ বস্তু নিৰীহ লেটাই-চেৰেকীৰ মাজেদিও। এয়ে অসমীয়া তিৰুতা-কবিৰ শ্ৰেষ্ঠ মৌলিকতা। মহাকবি কালিদাসৰ কল্পনাই "মেঘদূত"ৰ প্ৰকৃতি ৰাজ্যৰ প্ৰজা মেঘ, নৈ, পৰ্ব্বত আদিকহে সজীৱ কৰি তুলিছিল, কিন্তু অসমীয়া তিৰুতা-কবিৰ কল্পনাত শুকান বাঁহেও হৈনাই-বিনাই কান্দি শাওণৰ মেঘৰ দৰে চকুলো টুকিছে—

পধূলিৰ মূৰতে, তামোল তিনি জুপি, তাৰ মাজে তৰিছে তাঁত।
মাকোৰ ঘিটঘিটনি, গামখাৰুৰ বাজনি, মুগুনি আইদেউৰ মাত॥

সৰুতে আইটী, মাকক সুধিলে, 'মোৰ লগত কি বস্তু দিবা ?'
'মোৰ আই সুমলী, সোণৰ দোৰপতি, মহুৰা কাঠিকো নিবা ॥'
ৰৰঘৰত কান্দিলে, নেওথনি-যতৰে, মাৰলত কান্দিলে ভনী।
বাৰীৰ পিছে ফালে, কান্দে তাঁতশালে, আইটীক বিয়া দিব শুনি ॥
চালতে কান্দিছে, লেটায়ে চেৰেকি, মড়লত কান্দিছে মাকে।
সমাজৰ মাজতে, পিতাদেউ কান্দিছে, কেনৈ কান্দিব লাগে ॥

প্ৰকৃতিৰ সকলো পদাৰ্থ আৰু মানুহৰ ভিতৰেদি আত্মাৰ একেডালি কনকসূত্ৰ দেখা ইংৰাজ কবি ৱৰ্ডছ্‌ৱৰ্থৰ সেই সত্যৰ চৰম বিকাশ অৰ্থাৎ প্ৰকৃতি আৰু মানৱৰ অভেদ-আত্মাৰ চূড়ান্ত নিদৰ্শন অমৰ কবি কালিদাসৰ "শকুন্তলা" আৰু তাৰো চতুৰ্থ অঙ্কত বাজে যেনেকৈ আন ক'তো পাবলৈ নাই ; অসমীয়া তিকতাৰ লগতো তাঁত-সূত, লেটাই-চেৰেকিৰ এনে নেৰা-নেপেৰা মৰ্মভেদী সম্বন্ধ ওপৰৰ গীত কেফাকিৰ দৰে আন সাহিত্যত পাবলৈ আশা কৰা ভুল। এই একে করুণ সুৰতে আকৌ—

আইদেউৰ মজিয়াত, কোনে উমলিলে, কৰ্ছ'ন চৰাইৰে পাখি।
আন্ধাৰি মজিয়া, পোহৰাই আছিলা, ৰামে লৈ যাব আজি ॥
ইটাৰ গড়ে মাৰি, সীতাই তুলা ধুনে, বাতে নাৰেবতী সূতা।
নিবলৈ আহিছে, লোকৰ ৰামচন্দ্ৰ, যাবলৈ লাগিছে চিতা ॥
আগেয়ে ককাইদেউ, কৈ ফুৰিছিলা, আইদেউ কতবাৰ খায়।
এতিয়া ককাইদেউ, চোৰাঁ মন কৰি, বৰ ঘৰ শুদা হৈ যায় ॥
উচুপি উচুপি, নাকান্দা আইটী, আমাৰ পুৰি আছে হিয়া।
পুত্ৰ হলাহেতেন, ৰখাই থলোঁহেতেন, কিকৈ দিওঁ মাধৱত বিয়া ॥

এই গীতবোৰৰ ঘন করুণ-ৰসৰ উপৰিও শব্দবাচনি, উপমা, অনুপ্ৰাস আদি সকলো অতি মনোৰম। "ইটাৰ গড়ে মাৰি সীতাই তুলা ধুনে" নামটিত "ইটা", "সীতা", "বাটে", "নাৰেবতী সূতা", "চিতা" আদিত "ত"ৰ ; আৰু "নিবলৈ", "লোকৰ", "লাগিছে" আদিত "ল"ৰ অপূৰ্ব্ব সমাবেশে এটি অভিনৱ সৌন্দৰ্য্য সম্পাত কৰিছে। সৰলতা বিষয়ত ওপৰৰ শেষফাকি নামত "পুত্ৰ হলাহেতেন, ৰখাই থলোঁহেঁতেন" আদি ভাব-ব্যঞ্জনাৰ চৰম প্ৰান্তত উপনীত হৈছে। এইদৰে চাওঁতে চাওঁতে আইটীৰ বিচ্ছেদ-ভাৱনা ইমান



জীৱন্ত হৈ উঠিলগৈ যে ই সহনৰ সীমা পাৰ হৈছে—"আইটী নামেৰে, কন্যা সুতুলিবা, গৰ্ভতো নিদিবা ঠাই !"

এই গীতবোৰত ইমান সৌন্দৰ্য-সন্নিবেশ আছে, সেই বুলি জানো কৰবাত অকণো চেষ্টাৰ ছাঁ পৰিছে ? বাগ্দেবীৰ নিজ মুখেহে যেন সেইবোৰ ওলাই পৰিছে ! এই নামবোৰৰ ( ঘোষা ) জাতবোৰো এনে মিঠা, এনে অনুপম ! যেনে,—"সীতা ! আইদেউ নবহে, দলিছা তিতা !!" তিতা দলিছাত আইদেউ বহিবই বা কিয় ? আইদেউহে যি ৰূপহী !—

ইকৰাৰ বেৰেদি, কি চা জুমি জুমি, ন জোন ওলাইছে বুলি।
একে বগীতৰা, সোণৰ গিলিপ-মৰা, দাপোণ চাই মেলাইছে চুলি ॥

নকলেও হব যে এই সৌন্দৰ্য্য—

'জলৰ নহয় ইটি, নহয় থলৰ।
'দিব্য জ্যোতি সুকবিৰ সপোন পুৰৰ ॥'

"বাঁহী" ত্ৰয়োদশ বছৰ, নৱম সংখ্যা, মাঘ, ১৮৪৫ শক।

---

# পটন্তৰ-মালা—যোজনা-ফকৰা

সকলো ভাষাত আৰু জনসাহিত্যত তাৰ জাতীয় পটন্তৰ-মালাৰ প্ৰভাৱ বিশেষ লক্ষ্য কৰিব লগীয়া। অসমীয়া পটন্তৰ-মালা বুলি আমি ঘাইকৈ এই ভাষাৰ যোজনা-ফকৰা আদি সকলো প্ৰচলিত বচনকে সামৰিছোঁ। অসমীয়া ডাকৰ বচনৰ লগত বাহিৰে ইয়াৰ অনেক মিল থাকিলেও, দুইৰো অন্তৰ্প্ৰকৃতি একেবাৰে সুকীয়া। আমাৰ চেপি উলিওৱা পটন্তৰৰ পুথিকেখনত এই দুবিধ সাহিত্য একেলগে জপতিয়াই লৈ এক বেমেজালিৰ সৃষ্টি কৰা হৈছে। এতিয়া আমি ধৰা মতে পটন্তৰ-মালাই কেইবাটাও গঢ়ৰো হব, আৰু বাক্‌সংযম বা সংক্ষিপ্ততাই এই বংশৰ সকলোবোৰৰে উমৈহতীয়া তেজ-মঙহ স্বৰূপ। এইমতে গদ্যৰ এডোখৰ বা আধাডুখৰীয়া বাক্য বা উপমা, নিছেই চুটি বা অলপ দীঘলীয়া

স্বাভাৱিক ছন্দৰ ভুশাৰী বা ততোধিক, আৰু সবল বৃদ্ধৰ বচন আৰু জন-সাহিত্যৰ গঢ়ৰ আন জ্ঞান-গৰ্ভ সৰবৰহী ঘৰুৱা কথা আদিয়ে অসমীয়া পটন্তৰ-মালা গাঁঠি আহিছে আৰু যাইকৈ ঘৰোৱাহী জীৱনত জ্ঞান-বয়োবৃদ্ধ অমৰ সাৰথিৰ স্বাভাৱিক পৰিচালনাৰে জাতীয় জীৱনৰ মানসিকতাত ই যুগে যুগে নিজ বিবেকৰ দৰে হৈ পৰিছে।

পটন্তৰ-মালাৰ এই স্বাভাৱিক ছন্দৰ লক্ষণ আকৌ এক আমোদজনক বিষয়। বৰ্ত্তমান আমি ৰচনাৰ ভুশাৰীত বা কেইবা শাৰী কথাত একেটা শব্দৰ ধ্বনি নিয়মমতে দোহৰাকে ছন্দ বুলি বুজোঁ; এই শাৰীবোৰ সাধাৰণতে নিৰ্দিষ্টৰূপে দীঘল বা চুটি হব লাগিব। কিন্তু এই নিয়মৰ বান্ধ-ছাটত সোমাই ছন্দ বা শব্দৰ ধ্বনি মিলোৱা কথা কিমান পুৰণি আৰু তাৰ উৎপত্তি কিহত, এই এটা কথাই লগে লগে আমাৰ মনত খুন্দিয়ায়। ছন্দৰ উৎপত্তি সম্বন্ধে কোনো স্থিৰ মীমাংসা সতকাই হোৱা অসম্ভৱ; কিন্তু হওক বা নহওক, তাৰ এটি আভাস পাবৰ চেষ্টা কৰা নিশ্চয় আৱশ্যক। সংস্কৃত কবিসকলৰ মতে শোকতে শ্লোকৰ উৎপত্তি; এটা ব্যাধে এহাল কৰ্চন চৰাইৰ এটি মৰাত লগৰটিক বিৰহ-শোকত অধীৰ দেখি খঙত আপোন-পাহৰা হৈ বাল্মীকিৰ মুখত নিজেই বুজিব নোৱৰা যি শ্লোক ওলাই পৰিল কবিতাৰ বোলে এয়ে প্ৰথম জন্মোৎসৱ। কবিত্বপূৰ্ণ কাহিনীৰূপে ই নিশ্চয় নিৰুপম; কিন্তু বোধ হয় সাধাৰণ বিচাৰ-বুদ্ধিৰে ইয়াৰ তত্ত্ব বিচাৰিবলৈ অলপ ইফাল-সিফাল নকৰিলে নহব। বাহিৰৰ ছন্দ কাব্যৰ প্ৰাণ, ভিতৰৰ ছন্দ হে তাৰ আত্মা; সেইহে সংস্কৃত সাহিত্যৰ "কাদম্বৰী" পৃথিত এই আভ্যন্তৰিক ছন্দ থকাৰ কাৰণে গদ্য হলেও তাক উৎকৃষ্ট কাব্যৰ লেখতো ধৰা দেখা পোৱা হয়।

এই আভ্যন্তৰিক ছন্দ সৃষ্টিৰ স্তৰে স্তৰে বিজুলী গোতৰ দৰে সদায় কঁপিব লাগিছে। আভ্যন্তৰিক ছন্দৰ এই ধ্বনি আদিম মানুহৰ পবিত্ৰ হৃদয়ত প্ৰতিধ্বনি স্বৰূপে ঘনাই বাজি উঠা অতি স্বাভাৱিক। এই গভীৰ ছন্দ প্ৰকৃতিত বিচিত্ৰৰূপে ব্যক্ত; তটিনীৰ কুল্ কুল্, মলয়াৰ ৰিৰ্ ৰিৰ্ আদি সকলোতে সেই মহান বিশ্ব-কবিৰ ছন্দৰ স্পন্দন, সঙ্গীতৰ মূৰ্চ্ছনা। সৃষ্টিৰ আভ্যন্তৰিক ছন্দৰ এই বাহিৰৰ গাম্ভীৰ্য্যৰ সংস্পৰ্শৰ সমাবেশেই পৃথিৱীৰ কবিতা, আৰু বাহিৰৰ ঐক্যই তাৰ নিঃকিন ছন্দ। সি যি হওক, বৰ্ত্তমান আলোচ্য বিষয়—ছন্দৰ উৎপত্তি আৰু তাৰ ক্ৰমবিকাশ; প্ৰকৃতিৰ এই বহিৰ্প্ৰকাশৰ মানুহ হৃদয়ত হোৱা ক্ষুদ্ৰ



প্ৰতিধ্বনিতেই আমাৰ মনেৰে ছন্দৰ জন্মস্থান, আৰু শব্দৰ ধ্বনি দোহৰাই ইয়াৰ বাহ্যিক পৰিচয়।

তথাপি বৰ্ত্তমান ছন্দৰ নিয়ম-কাৰণ সম্পূৰ্ণ আধুনিক, আৰু এই স্বাভাৱিক ছন্দেৰে কোৱা পটন্তৰবোৰৰ গঢ়েই ইয়াৰ পূৰ্ব অৱস্থা হয় নে নহয় চোৱা হওক। ইউৰপীয় পুৰণি সাহিত্যলৈ যদি এবাৰ চকু ফুৰোৱা হয়, তাত আদিতে এই ছন্দৰ চিন-চাব বিচাৰি পাবলৈ নাই, আৰু পোনতে যেতিয়া পুৰণি গ্ৰীক আৰু লেটিন ভাষাৰ কবিসকলৰ লিখাত তাৰ পূৰ্ব আভাস জিলিকি উঠিছিল, তেতিয়া ই সচাকৈয়ে অভাৱনীয় কথা! শব্দৰ ধ্বনি দোহাৰিবৰ কাৰণে পুৰণি কবি-সকলৰ কোনো কোনো জনৰ স্বাভাৱিক প্ৰবৃত্তি, আৰু কবি ভাৰ্জিলৰ লিখাত এশাৰী বাক্যৰ শব্দটোৰ শেষ অংশৰ লগত মাজৰ শব্দ এটাৰ শেষ অংশৰ ধ্বনি মিলাৰ নিচিনা শাৰী ভালেমান পোৱা হয়; এইদৰে শব্দ-ধ্বনি মাজৰ পৰা শেহত মিলাত তেওঁলোকৰ কাণত এইবোৰ বৰ্ত্তমানৰ পদ্যৰ দৰে সুশ্ৰাব্য লগাত বাধা হৈছিল বুলি কব নোৱাৰি। এই বিধৰ ছন্দক "লিয়নিন ছন্দ" বুলি জনা হৈছিল; কিয়নো লিয়নিয়াছ নামে কোনোবা খৃষ্টান ভিক্ষু এজনে অ'ল্ড টেষ্টামেণ্টৰ বুৰঞ্জী এখন নিয়মমতে এই ছন্দত লিখিছিল। ইয়াৰ পাছত ক্ৰমে অনুপ্ৰাস আৰু ব্যঞ্জনান্ত শব্দৰ ধ্বনি দোহাৰিলে কাণত সুত লগা হয়, আৰু তাৰ পাছত স্বৰবৰ্ণৰ শব্দৰ ধ্বনি সেইদৰে মিলোৱা হ'ল, আৰু শেষত এই দুই নিয়ম গোটাই শব্দাংশবোৰৰ পৰা একোটা সম্পূৰ্ণ শব্দৰ ধ্বনি দোহাৰিবলৈ চেষ্টা কৰা হয়। তাৰ লগে লগে ছন্দৰ এই নিয়ম-কাৰণ অলঙ্কাৰ শাস্ত্ৰত ঠাই পায়, আৰু বাক্যৰ শাৰীৰ শেষফালে এই শব্দৰ ধ্বনিৰ মিল, ৰখাৰ লগে লগে বৰ্ত্তমান ছন্দৰ নিয়ম সম্পূৰ্ণ হয়।

এই অৱস্থাটোকে অসমীয়া পটন্তৰ-মালাৰ আদিৰ পৰা অন্তলৈ দেখা হয়। অনুপ্ৰাস-বিলাসিতা আৰু ব্যঞ্জনান্ত ধ্বনিৰ ঐক্য ৰখাৰ আদি চিন এতিয়াও প্ৰায়বোৰ লিখিত ভাষাতে মচ যোৱা নাই। ইংৰাজী এংল'-চেক্সন কবিতাৰ লগত বৰ্ত্তমানৰ যাইকৈ টেনিছন্ আদিৰ কবিতা সামঞ্জস্য ৰাখি পঢ়িলেই এই আদি আৰু পৈণত অৱস্থাৰ প্ৰভেদৰ এটি ভাল ধাৰণা পাব পাৰি। মাজত ছন্দ মিলা আৰু কেৱল ব্যঞ্জনান্ত ধ্বনিৰ সমাবেশ থকা অসমীয়া পটন্তৰৰ উদাহৰণ অনেক পোৱা হয়:—"কাউৰী টেঙৰ নে মাউৰী টেঙৰ;" "দায় নাই দেৱলীয়া, তিৰি নাই কেৱলীয়া।" "মাক মৰা মাউৰা, বাপেক মৰা কোঁৱৰ;"

"কিনো পৈ হুতাই-তাই, লোন সানিবলৈ তৎ নাপায়।" "ঘৰৰ বুঢ়া, পথাৰৰ মূঢ়া।" "যেতেকতে নাটিছে, তেতেকতে ফাটিছে" ইত্যাদি। ইয়াত স্বাভাৱিক ছন্দত দীঘল-চুটিৰ সাধাৰণতে কোনো নিৰ্দিষ্টতা নাই; স্বভাৱতে যেনেদৰে মিলিছে, সেয়ে ইয়াৰ ছন্দ। কিন্তু ইয়াৰ পৰাই যে অলপ উন্নত কবি ছন্দৰ নিয়ম ক্ৰমে বান্ধি-ছাটি পদ, ছুলৰী, লেছাৰি আদি বেলেগ বেলেগ ছন্দলৈ ইয়াক নিয়াটো সম্ভৱপৰ হব পাৰে, গোটেই পটন্তৰখিনিৰ ওপৰত এবাৰ চকু ফুৰাই চালেই সেইটো ধৰা পৰে।

এতিয়া জীৱনৰ অভিব্যক্তি স্বৰূপে এই তৰপৰ সাহিত্যৰ বিশেষ মূল্য কি তাকো ভালকৈ মন কৰিব লাগে। 'এশৰ অভিজ্ঞতা, এজনৰ বাণী',—বছেলে কোৱাৰ দৰে এয়ে পটন্তৰৰ মৰ্মকথা। যুগ-যুগান্তৰৰ অগ্নি-পৰীক্ষাইদি সৰকি অধিক চিকমিকাই অহা আৰু একোটা জাতিয়ে বুকুৰ তেজেৰে লিখি পিছৰ যুগলৈ সাঁচি ৰাখি থোৱা ই অমূল্য সম্পদ। ইয়াৰ বলতে সংসাৰ-সমুদ্ৰত একোটা জাতিৰ কোটি কোটি লোকৰ জীৱন-তৰীৰ গুৰি-বঠা স্বভাৱতে চালিত হয়। অকল ইমানেই নহয়, এইবোৰ জীৱনৰ নিৰপেক্ষ তীব্ৰ সমালোচনা; এই শ্ৰেণীৰ পটন্তৰ প্ৰতিটোৱেই আমাৰ অনভিজ্ঞ জীৱনৰ খুত, ভেম আৰু অসম্পূৰ্ণতাবোৰলৈ যেন এনে অন্তৰ্ভেদী চোকা দৃষ্টিৰে চাই আছে, নাইবা তালৈ এনেদৰে আঙুলি টোৱাঁইছে যে আমি ধৰা পৰাৰ ভয়ত ততালিকে সেইবোৰ শুধৰাই লবলৈ বাধ্য হওঁহঁক। সাধাৰণতে এই শ্ৰেণীৰ পটন্তৰবোৰ যেনে জ্ঞানগৰ্ভ, তেনে সুনিশ্চিত; নহয় বুলিবৰ কাৰো বাপৰ-শকতি নাই,—যেন সংসাৰ-জ্ঞানী অভিজ্ঞতাৰ নিজ মুখৰ পৰা আপোনা-আপুনি সৰি পৰা একোটি আকাশী-বাণীহে। "দুখীয়াই কথা কয় কথাত নিদিয়ে কাণ, চহকীয়ে কথা কয় গাখীৰে-গুৰে সান;" "বঙহে মঙহ খায়, বঙহ নহলে মঙহ পেলনি যায়;" "খাব জানিলে চাউলেই চিৰা, বহিব জানিলে মাটিয়েই পীৰা;" "লাগনি নহলে জুই নজ্বলে, টুটকীয়া নহলে গাঁও নবহে;" "বণিয়াৰ দিম দিম, কমাৰৰ কালি: কৈৱৰ্ত্তৰ বৌ মাছ হাততেই পালি;" "যাৰ নাই গৰু বৃন্দাবনত চাৰে, যাৰ নাই তিৰি একেচৰে মাৰে;" "বুঢ়াই-লৰাই ঘৰখন, ডোখোৰাই-ডুখৰিয়ে জুহালখন;" ইত্যাদি ইত্যাদি আৰু এহেজাৰ এটা কথা অচল অটল সত্য নহয়নে? কেতিয়াবা এই সত্য-সূৰ্য্যৰ দুপৰৰ তীক্ষ্ণ অগ্নিবাণ কাৰোবাৰ প্ৰতি বিশেষকৈ টোৱাঁই মাৰি পঠিওৱা হয়, কেতিয়াবা আকৌ হঠাতেই তাত



হাঁহি-ধেমালিৰ ছাঁ পেলাই সেই সন্তাপ গুচোৱা হয়। উদাহৰণ ৰূপে, "বাই, বাইলুঙনী! উঠি পীৰা এখন দিলোঁহেঁতেন, মই হলোঁ শইকীয়ানী;" "বাপুৰ জাঢ়িত ছুৱা লাগিল, আচাৰ মাৰিলেই শুচি; শূদিৰৰ গাত ছুৱা লাগিল, পৰাচিত হলেহে শুচি;" "আগৰ কমলাবৰীয়াই ধুই খায় খৰি; এতিয়াৰ কমলাবৰীয়াই খাবলৈ নিতিয়ায় ভৰি;" "চহাই বেহা শিকিলে, ৰাতিকে দিন যেন দেখিলে;" "বামুণে শগুনে বিচাৰে মৰা, গণকে বিচাৰে নৰিয়া-পৰা;" "যাৰ জহত শাঁখ-সেন্দুৰ, তাক পাতিছে ভোকোৰা এন্দুৰ;" "নমো নমো পাৰিজাত, কুকুৰে ছুলে বাহী গাত" ইত্যাদি ইত্যাদি এপোণ দহঁৰা পটন্তৰে যেনেকৈ আমাৰ সামাজিক দুৰ্বলতাবোৰ কঠোৰ ন্যায়ৰ তুলাচনিত জুখি পেলাইছে, সেইদৰে আকৌ "আগত এটা পিছত এটা হলে অকলে যাব পাৰি, গাখীৰে-গুৰে হলে শুদায়ে খাব পাৰি;" "ত'তে থাওক এখেতে কান্দো, ভৈয়াইক আনি দিয়া বুকুতে বান্ধো;" "তিনিও মোলোনা থাকিল চাই, খোদাইটো ওলাল ভোৰোকাই;" "মাজ মুৰত নাই চুলি, পৈয়েকে মাতে ৰূপহী বুলি;" "চাপি আহাঁ চুমা খাওঁ, পেট ডাঙৰ চুকি নাপাওঁ;" "মোমাই! মোমাই!" "কিহৰ ভোমাই ভোমাই, হেৰ' কিহৰ ভোমাই, ভোমাই?" "মোমাই! আঠিয়া কলে বোকা চাউলে।" "ওঁ, আহাঁ তেনে সোমাই;" "তোমাৰ বাৰীৰে বাঁহগাঁজ খুন্দি তাৰে কৰিছোঁ খৰিচা; তাকে দি তোমাৰে ধান সলাইছোঁ, কথাটো মন কৰিছা?" ইত্যাদি ইত্যাদি আন দহ বুৰিয়ে আকৌ সেই তিতা মাৰি মনক এটি বিমল আনন্দ দিয়ে।

এইবোৰ সাধাৰণ পটন্তৰৰ বাজেও আন দুবিধৰ কথা উল্লেখ কৰিব লগীয়া—কিছুমান ধৰ্ম আৰু আৰু কিছুমান ইতৰ ভাৱৰ ব্যাখ্যা থকা। ইয়াৰ প্ৰথম বিধৰ যোজনাবোৰ যেনেকৈ ধৰ্ম-ভাৱ আদিৰে পৰা লাগি আছিছে বুলি সঠিক কব নোৱাৰি, সেইদৰে পিছৰ বিধতো যে আদিতে সেই ভাৱৰ চোকা গোন্ধ আছিল, তাৰ সহজে সৈ লবলৈ টান। সি যি হক, "বাৰ হাত জলৰ তেৰ হাত ফটা, ভাল মাৰিলি বাপৰ বেটা; বৌ-বৰালি সৰকি গল, পুঠি-খলিহা পাহে পাহে ৰ'ল;" "কথিলেই কথা, মথিলেই ঘিউ; ভাতত দিয়া হাঁহকণীৰ কেনি যায় জীউ" আদি ধৰ্ম-ব্যাখ্যা থকা কেৱল দুই এটি প্ৰথম বিধৰ। পিছৰ বিধৰ সাধাৰণ ভাল মানুহৰ পৰিয়ালত প্ৰচলিত কিছুমান যোজনাত বাজে বাকীখিনি সৰবৰহী বুলি আমাৰ বিশ্বাস নহয়। ইতৰ (ভলগাৰ) কথাবাৰৰ

বিষয়ে আৰু এটি কথা কব লগীয়া। ইয়াৰ কোনো ভাষাতে কোনো নিৰ্দ্ধাৰিত সীমা নাই। অৱশ্যে ই যেতিয়ালৈকে সাধাৰণ ভাল মানুহৰ পৰিয়ালৰ ভিতৰত আৰু সজ সাহিত্যত ব্যৱহৃত হয়, তেতিয়ালৈকে ইয়াক দোষণীয় বুলিব নোৱাৰি। কোৱা আৰু লিখাত ব্যৱহাৰ কৰা কিছুমান লঘু কথাও ইয়াৰ লগত ধৰিব লাগিব। ইংৰাজী আৰু আন আন উন্নত সাহিত্যৰ পুৰণি প্ৰসিদ্ধ লেখকসকলৰ লিখাত উভয় ধৰণৰ মাত-কথাৰ একেবাৰে অভাৱ দেখা হয় বুলিলে সত্যৰ অপলাপ কৰা হব। সাধাৰণ ইংৰাজী 'লঘু কথা' (স্লেং ৱৰ্ডছ)ৰ অভিধান এখন মেলি ললেও তাত পাচিয়ে পাচিয়ে নহলেও এখবাহি এনে শব্দ ওলাব যিবোৰ ইংৰাজী কওঁতাসকলৰ মুখত আখৈ ফুটাদি ফুটে। অসমীয়া পটন্তৰবো সেইদেখি ভাল-বেয়া অৰ্থাৎ 'ইতৰ' (ভলগাৰ) লঘু (স্লেং) বাচোঁতে আমি বৰ্ত্তমান সম্পূৰ্ণ আমাৰ ৰুচি অনুসাৰে নাবাচি সেইবোৰ যথাৰ্থতে "ধৰৰ বুঢ়া, পথাৰৰ মুঢ়া" সকলে আৰু আনেও অলপ দিনৰ আগতে আৰু এতিয়ালৈকে যেনেকৈ ব্যৱহাৰ কৰিছিল আৰু কৰিছে, তাৰ লগত মিল ৰাখি আৰু তেওঁলোকে কোৱা মতেহে ধৰা নিৰ্ভুল হব। য'ত কেৱল এটা বৰ্ত্তমান প্ৰায় অশ্লীল বুলি ভৱা শব্দৰ কাৰণে এটা সুন্দৰ অৰ্থৰ যোজনা এৰা পৰিব লগীয়া হয়, আমি তাৰ সংৰক্ষণৰ উপায় বিচৰা উচিত। এনে ঠাইত কেৱল বাঞ্ছা কৰিব পাৰি যেন তাৰ আভৰণে বৰ্ত্তমানে আমাৰ সভ্যতাৰ কাৰণে কেৱল আঁঠুৰ মূৰ দুটা ঢাকিলেহেতেন! কিন্তু এনে আন কিছুমান যোজনা আছে হয়বা তাক কোনোমতেই ৰক্ষা কৰিবৰ উপায় নাই। সি যি চিত্ৰ আমাৰ মনৰ চকুৰ আগত দাঙি ধৰে সেই চিত্ৰ যদি সুন্দৰ নহয়, তেন্তে তেনে পটন্তৰ অকল সাহিত্যৰ পৰাই কিয়, আমাৰ জাতিৰ মনৰ পৰাই মচ নিয়াবলৈ আমাৰ যত্ন হোৱা উচিত, ভৱিষ্যত বংশধৰসকলৰ মনত যাতে তাৰ শিপা বগাবলৈ কোনো চেলু নাপায়। কিন্তু কাল্পনিক চিত্ৰ নথকা বুলিয়ে এটা চহা মলিন শব্দ আমি নভবা-নিচিন্তাকৈ দলিয়াই পেলাব নালাগে, কিয়নো হয়বা তাৰ বিশেষ অৰ্থ বা মৰ্ম্মই তাৰ কেটুৰা-কলীয়া সাজ-পাৰৰ ক্ষতিপূৰণ কৰি দিব পাৰে। কিন্তু সাধাৰণতে প্ৰচলিত নোহোৱা পটন্তৰ এটাৰ বিষয়ে এই কথা নাখাটিব। শুদা ধৰ্ম সম্বন্ধীয় সাঁথৰ স্বৰূপেই সাধাৰণতে চলিত হোৱা কথাবোৰ পটন্তৰৰ শাৰীত ঠাই দিয়াৰ বিশেষ আৱশ্যকতা নাই।

দুখৰ কথা, এতিয়ালৈকে অসমীয়াত বৈজ্ঞানিকভাৱে জুকিওৱা আৰু নিখুত



সংগ্ৰহৰ কাষ চাপিছে বুলি কব পৰা কিতাপ এখনিও আমাৰ চকুত পৰা নাই। এই শ্ৰেণীৰ মৌখিক সাহিত্যৰ প্ৰভাৱ ভাষাত কিমান দকৈ সোমাই আছে, অলপ ভালকৈ ভাবি চালেই সহজে অনুমান কৰিব পাৰি। মুঠতে, অসমীয়া বিৰাট জন-সাহিত্য বৰ্ত্তমানৰ লিখিত বা 'শিক্ষিত' সাহিত্যৰ তীৰ্থস্থান হব লাগিব; পটন্তৰ-মালা তাৰে এটি অতি আৱশ্যকীয় অঙ্গ। এই তীৰ্থস্থান পাহৰণিৰ শত্ৰু-সৈন্যৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ আৰু তাত হৃদয়ৰ নতুন সংযোগ দি এটি নতুন বিৰাট জাতীয় সাহিত্য সৃষ্টি কৰিবলৈ এতিয়াও তৎপৰ নহলে অসমীয়া সাহিত্যৰ ভৱিষ্যত আন্ধাৰ। বিশেষকৈ অসমীয়া গদ্য-সাহিত্যলৈ এতিয়াও সাধাৰণতে এটি নিভাঁজ নিমজ গতি আহিবলৈ বাকী; পদ্য-সাহিত্য কেতিয়াবা কেনেবাকৈ বনফুলৰ দৰে ফুলি উঠিলেও উঠিব পাৰে, কিন্তু গদ্য সাহিত্য সেইদৰে হোৱা বস্তু নহয়; তাৰ কাৰণে জাতীয় সাহিত্যৰ ভালেখিনি অধ্যয়ন, শিক্ষা আৰু সাধনাৰ আৱশ্যক।

"বাঁহী", পঞ্চদশ বছৰ, নৱম সংখ্যা, পুহ, ১৮৪৭ শক

---

# ফুল-পুৰাণ—ফুলকোঁৱৰৰ গীত

কেচুৱাই কথা কবলৈ আৰম্ভ কৰা স্বৰূপে পোনতে কল্‌কলোৱাৰ দৰে পৃথিবীৰ প্ৰত্যেক জাতিয়েই কাপ-কাঠি হাতত লোৱাৰ বহুত আগতে আত্ম-প্ৰকাশৰ প্ৰেৰণাত পোনতে সহজ গীত আৰু প্ৰকৃতি-পুৰাণ, পশু-পুৰাণ আদিৰ সাধু ৰচনা কৰি গায়, কয়; সেয়ে জন-কাব্য, জন-সাহিত্য। জাতিৰ বিদ্যাৰম্ভই জন-কাব্যৰ দশা গণে; পুথি-ফলি হাতত লোৱাৰ লগে লগে শিশুৰ সোণৰ সপোন পমি যোৱাৰ দৰে জাতিও 'শিক্ষিত' হোৱা মাত্ৰকে সেই গীত-সাধুবোৰ হৰি আহিবলৈ ধৰে। সেই হৰণত বাধা দি তাক লিখিত ৰূপলৈ আনিবলৈ গলেই সি পুৱাৰ নীয়ৰ-মুকুতাৰ দৰে হাততে হেৰায়; 'সাহিত্য'লৈ ৰূপান্তৰিত কৰিলেই সি গোট মাৰে, গতানুগতিক হয় আৰু তাক "জন" স্বৰূপত পানী-চলু দিব লগা হয়।

জুলছ্ ব্লখে সেইদেখি ব্যৱেপতি আপত্তি তোলে আৰু দোহাৰে বোলে জন-সাহিত্যৰ দিনাঙ্ক-মাসাঙ্ক নালাগে বৰ্ষাঙ্ক-যুগাঙ্কও থাকিব নোৱাৰে; কিয়নো ইউৰপতো আজিও ন ন জন-কুসংস্কাৰ সোমাব লাগিছে, আৰু ৰচনাৰ বৰ্ষাঙ্ক বা যুগাঙ্ক নিৰ্ণয় কৰোঁতে বোলে ভাষাৰ বিচাৰে আগঠাই পাব লাগে। প্ৰকৃততে তেনে বিচাৰত ডাকৰ বচনকে ধৰি অসমীয়া কোনো জন-সাহিত্যকে উনৈশ শতিকাৰ আগলৈ ঠেলিব নোৱাৰি নিশ্চয়; কিন্তু তেনে বিচাৰ এচঁহীয়া বুলি নোৱাৰি। সাহিত্যৰ বিচাৰত ভাষা শৰীৰ, ভাব আত্মা; আমি আন এঠাইত কৰৰ দৰে, এশ বছৰৰ আগৰ কেচুৱা এটি আজি চাব খুজিলে এশ বছৰীয়া বুঢ়া এজন দেখুৱাব পাৰি, কেচুৱা দেখুৱাব নোৱাৰি, সচা; পিছে নাই-মোমাইতকৈ কণা-মোমাই ভাল বুলি যি দেহক আজি যৌৱন আৰু জৰাই ক্ৰমাৎ গচকি-খচকি আহিছে, এটি মোখনিৰে, সেই দেহতেই এশ বছৰৰ আগত সোণৰ শৈশৱে ক্ৰীড়া কৰিছিল বোলা একেবাৰে অযুগুত নহয়।

আমাৰ যুগুতি, ভাবেই যেতিয়া সাহিত্যৰ প্ৰাণ আৰু সেই প্ৰাণৰ সন্ধান য'ত যেতিয়ালৈকে পাব পাৰি তালৈ আঙুলিওৱা একোপধ্যে অবিচাৰ হব নোৱাৰে। জন-সাহিত্যৰ কোনো যুগ নাই বোলা কথাষাৰো বিনা সীমায় মানি লোৱা টান; ইউৰপ তথা ভাৰত তথা অসমতো আজিও ন ন জন-সাহিত্য ৰচিত হব পাৰে, কিন্তু জন-সাহিত্যয়ো যুগৰ ছাব মোহৰৰ বাবে পিঠি পাতি দিদি নোৱাৰে নিশ্চয়। আজিৰ অসমত গান্ধী-নেহৰুৰ বা ফুকন-বৰদলৈৰ স্বৰাজ-গীত ৰচিত হব পাৰে, আৰু বোধকৰোঁ হৈছেও; কিন্তু আজিৰ অসমত "জোনবাই এ, তৰা এটি দিয়া," বা "অ' ফুল, অ' ফুল, মুকুল কিয়" গীত বা "ওকণী সখী মাৰি গল বগে বৰত কৰে" সাধু ৰচিত হোৱা অসম্ভৱ বুলিয়ে কব পাৰি।

"যুগৰ ছাব-মোহৰ"ৰ ওপৰত ভিৰ দি, দেশখনতকৈ দেশৰ নামটো অতি অৰ্বাচীন হব পাৰে, তাৰ তুলনা দি সেইদেখি আমি বাচি-বিচাৰি নিশ্চয় তাকৰ কেইটিমান গীত-মাত আদি-মধ্যযুগত ঠাই দিছোঁ; মণিকোঁৱৰ-ফুলকোঁৱৰৰ গীত তাৰ অন্যতম। "শঙ্কলদেৱ ৰজাৰে পুতেক মণিকোঁৱৰ" বুলি প্ৰথমটি কাহিনীৰ আৰম্ভ; মণিকোঁৱৰৰ অকাল মৃত্যুৰ পাছত তেওঁৰ পুতেক, শঙ্কলাদিবৰ নাতিয়েক, ফুলকোঁৱৰৰ জন্ম। অসম বুৰঞ্জীত বা ভাৰত বুৰঞ্জীত



নহলেও মুছলমান বুৰঞ্জীত শঙ্কলাদিব অতি প্ৰসিদ্ধ; খৃষ্টপূৰ্ব সপ্তম শতিকাত পাৰস্যৰ প্ৰখ্যাত বীৰ ৰুস্তমৰ হাতত শঙ্কলাদিবৰ মৃত্যু ঘটে বুলি প্ৰথিত। মহম্মদ কাছিম ফেৰিষ্টাৰ পাৰস্য বুৰঞ্জীৰ মতে খৃষ্টীয় ত্ৰয়োদশ শতিকাত মুছলমান আহি টুওালৈ উঠাই নিনিয়ালৈকৈ শঙ্কলাদিবে পতা লক্ষ্মণাৱতী (গৌড়) নগৰ দুই হাজাৰ বছৰ বঙ্গৰ ৰাজধানী আছিল; পাছে ফিৰদৌছিৰ অমৰ ফাৰ্চী কাব্য শ্বাহ-নামাত খৃষ্টীয় চতুৰ্থ শতিকাৰ ছাছানীয় ফৈদৰ পাৰস্যীয় ৰজা বাহৰাম গৌৰৰ আক্ৰমণ-প্ৰসঙ্গতহে শঙ্কলাদিবৰ উল্লেখ আছে।—

"ভাস্কৰ-জেউতি ভাস্কৰ বৰ্মা প্ৰাগ্‌জ্যোতিষৰ ৰজা;
ভাৰতৰ ৰজাৰ আগশাৰী ললে, নহয় ই কথা সজা।
উত্তৰ ভাৰতৰ কেদাৰ ব্ৰাহ্মণ মহাবলৱন্ত ৰজা,
কামৰূপ-পতি শঙ্কলাদিবে ঘটুৱালে কেনে বুজা।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদঙ্গ-খোল!
অসম আকউ উন্নতি-পথত "জয় আই অসম" বোল!!

চাৰি-লাখ পদাতি, লাখ অশ্বাৰোহী, চাৰি হাজাৰেক হাতী;
শঙ্কলাদিবৰ বীৰ্য্য-বিক্ৰমৰ ভাৰত-বিয়পা খ্যাতি।
লক্ষ্মণাৱতী গৌড় নগৰ আমাৰ শঙ্কলে কৰা;
ৰাজধানী হই আছিল বঙ্গৰ দুহাজাৰ বছৰ জোৰা।
বাজক ডবা বাজক শঙ্খ বাজক মৃদঙ্গ-খোল!
অসম আকউ উন্নতি-পথত "জয় আই অসম" বোল!!

পাৰস্য-বিজেতা আফ্ৰছিয়াবৰ আদ-লাখ মোগল সেনা
ঘটুৱাই শঙ্কলে ঘোৰাঘাট পৰ্বতত কীৰিতি ৰাখিলে জানা।
মোছলেম বুৰঞ্জীত ফেৰিষ্টাই লিখিছে, নহয় ই সাধু-কথা;
প্ৰাণৰ প্ৰাণত অসমীয়া ভাই, ই কথা তোমাৰ গোঁথা।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদঙ্গ-খোল!
অসম আকউ উন্নতি-পথত "জয় আই অসম" বোল!!"

খৃষ্টপূৰ্ব সপ্তম শতিকাই হওক বা খৃষ্টীয় চতুৰ্থ শতিকাই হওক, শঙ্কলাদিব তথা মণিকোঁৱৰ-ফুলকোঁৱৰৰ কাহিনী সময়-সম্মানিত যে সন্দেহ নাই। কিন্তু

আমি এই আৱশ্যকীয় বাহ্যিক সাক্ষ্যতকৈও গীত-দুটিৰ ততোধিক আৱশ্যকীয় আভ্যন্তৰিক প্ৰমাণৰ পৰাহে গীত-দুটিৰ সেই আদি-মধ্যযুগত জন্ম বুলি ঠাৱৰাব খুজিছোঁ; যদিও অৱশ্যে গীত-দুটিৰ অকল ভাষাই নহয়, পৰিবেশো আহোমৰ দিনৰ ভিতৰেদি পৰিপুষ্ট হৈ অহা কথা কোনোমতেই আশয় মাতিবৰ উপায় নাই। অৱশ্যে এই পিছৰ কাৰণৰ পৰা গীত-দুটিক পিছৰ যুগলৈ আজুৰিবলৈ চোৱা অন্যায় হব, যি হেতুকে পিছৰ যুগে যিমান খুৱাই-পিন্ধাই নোদোকা আৰু নিপুতল কৰক, সেই গীতবোৰে সিহঁতৰ জন্ম-দিয়া যুগৰ সোঁৱৰণ আজিও সদায় বুকুত বান্ধি আছে; আলোচনাৰ প্ৰসঙ্গত আমি এই কথা মুকলি কৰি যাবলৈ যত্ন কৰিম।—

শঙ্কলদেৱ ৰজাৰে    পুতেক মণিকোঁৱৰ,    কোলাতে খতি-থুণ নাই।
এবেলা দোলাতে,    এবেলা ঘোৰাতে,    এবেলা খেৰি খেলায় ॥
খেৰি খেলায়ে    ৰঙকে নাপালে,    নৈত গা ধুবলৈ যায়।
ছৰঁবা লিগিৰী    দি যায় পানী তুলি,    মুজুৰায় কোঁৱৰৰ গাই ॥
হাতৰ সেওমণি,    ভৰিৰ সেওমণি,    গলৰ গলপতা থলে।
সদৌ সেওমণি    সোলকাই কোঁৱৰে    তামুলীৰ হাততে দিলে ॥
সদৌ সেওমণি    সোলকাই কোঁৱৰে    নৈত গা ধুবলৈ গলে।
এপতাৰ পৰা    নামে এডিঙিলৈ    তেও সুত নালাগিলে ॥
এজাবোৰ মাৰিলে    ঠাসুৱা কোঁৱৰে    চান্দ-সুৰুযলৈ চাই।
ইজাবোৰ মাৰিলে    ঠাসুৱা কোঁৱৰে    আপোন নগৰলৈ চাই ॥
আৰু এজাবোৰ    মাৰিব খোজোঁতে    নিলে জলকোঁৱৰে হৰি।
গ'ল সেই কথা    কাঁচন বাইক কবলৈ    পোৱালি তামুলী লৰি ॥
আউলী কাঁচনে    বাউলি কান্দিলে    আজুৰি ছিঙিলে কেশ।
ওলাই দৰিশনে    দিয়াঁ, মোৰ কোঁৱৰ ঐ!    ফুৰোঁ একেলগে দেশ ॥
কি চৰাই মাৰিবৰ    বগ, মোৰ কোঁৱৰ ঐ!    কি চৰাই মাৰিবৰ বগ।
এপতাৰ পৰা    নামে এডিঙিলৈ,    নাপালে কোঁৱৰক লগ ॥
লুইতে এৰিলে    দীঘলী এসুতি,    দিহিঙে এৰিলে কুল।
আয়ে-বোপায়ে    ধৰম-বিয়া দিলে,    মুগুচিল হালধিৰ বোল ॥"

মণিকোঁৱৰৰ গীত, কাঁচনকুঁৱৰীৰ গীত আৰু ফুলকোঁৱৰৰ গীত নামত সুকীয়া



হলেও স্বৰূপতে গীত একেটি বুলিব পাৰি; আৰু তেতিয়া হলে ফুল-কোঁৱৰৰ গীতকে মূল বুলি আন দুটি গীত তাৰ পাতনি বুলিব লাগিব।—

"শঙ্কলদেৱ ৰজাৰ    পুতেক মণিকোঁৱৰ,    হেৰাল পানীত পৰি
শঙ্কলদেৱ ৰজাৰ    কাঁচন বোৱাৰী    থাকিল গলত জৰী ॥
উজনি-নামনিত    মণিকোঁৱৰক    বিচাৰি নাপালে পাৰ;
শঙ্কলদেৱ ৰজাৰ    কাঁচন বোৱাৰীৰ    ৰ'ল ছমহীয়া ভাৰ ॥
খৰি লুৰিবৰ    মিটুকৈ কটাৰি,    মাছ কাটিবৰ দা।
আজি কিছু কৰি,    কালি কিছু কৰি    কাঁচনৰ জিলিকিল গা ॥
আজি থেন্ মেন্,    কালি থেন্ মেন্,    কুঁৱৰীৰ গা লৰিল।
মঙলবাৰৰ দিনা    মাজ নিশাখন    ফুলকোঁৱৰ উপজিল ॥

ককাক শঙ্কলাদিৰে নাতিয়েক ফুলকোঁৱৰক বাঢ়ৈৰ হতুৱা কাঠৰ এটা আচৰিত পখী-ঘোৰা সজাই দিলে, আৰু ফুলকোঁৱৰৰ সাহ জুখিবৰ বাবে সেই পখী-ঘোৰাত কোন উঠিব পাৰে বুলি সুধিলে; আৰু ফুলকোঁৱৰ আগ বাঢ়ি গৈ ককাকৰ চকুত চমক লগালে। বুকেফেলছ নামৰ এটা ভয়ঙ্কৰ ঘোৰাত উঠি শিশু আলেকজেণ্ডাৰে তেওঁৰ পিতাক ফিলিপক চমক লগাই "মেছিডন্ তোমাৰ বাবে নিছেই ঠেক হব" বোলোৱাৰ লগত এই কথা মিলে—

সৰগৰ ওপৰত    সৰগ তুলি তুলি    সাজিলে সাত তাল সৰগ।
সাতোটা ঘোৰাৰে    সূৰ্য্যই ৰথ ডকাই    পোহৰাই ৰাখিলে নৰক ॥
কদম কুঁৱৰী    ফুলৰে বাৰৰী    ফুলে জকমক কৰে।
বাঢ়ৈয়ে সাজিলে    কাঠৰ পখী-ঘোৰা    আকাশে উৰাৰত কৰে ॥
শালৰ বৰ হাতী,    সুৰুযৰ নাতি,    তেজে চিকমিক কৰে।
নৃপতিয়ে পাছে    ঘনাই মাত দিলে,    'ইয়াত কোন উঠিব পাৰে?'
কদম কুঁৱৰী    বনৰে বাৰৰী    ফুলি জকমক হল।
সেই কথা শুনি    ফুলকোঁৱৰ পখী-    ঘোৰাত উঠিবলৈ গল ॥

ফুলকোঁৱৰৰ হেৰোৱা পিতাক মণিকোঁৱৰক বিচাৰি যোৱাৰ প্ৰবল ধাউতি

ছোৰাবৰ তেওঁৰ নেদেখা পিতাক পাৰস্য বীৰ কস্তমক বিচাৰি দিগ্বিজয় কৰাৰ দৰে বিচক্ষণ ঃ

| | | |
|---|---|---|
| কৰে টাঙ্-টিঙ্, | কৰে টাঙ্-টিঙ, | গঢ়ে বিনন্দীয়া ঢেঁকি। |
| কবৰহে শুনিছোঁ | বোপাই মণিকোঁৱৰ, | চকুৰে নাপালোঁ দেখি ॥ |
| খেদে গৰখীয়াই | টাঙনি আতোলা, | খেদে গৰখীয়াই হই। |
| বোপাইকে নেদেখি | গাকে মুজুৰায়, | মনতো জলিছে জুই ॥ |
| কি মণি কলীয়া | হাঁও, নো মোৰ আই, | কি মণি কলীয়া হাঁও। |
| ঘৰতে থাকি মোৰ | গাকে মুজুৰায়, | ভাটিলৈ ভটিয়াই যাওঁ ॥ |
| সেইনো কথা শুনি | কাঁচন কুঁৱৰীয়ে | তললৈ কৰিলে মূৰ। |
| বাপেৰ শতুকৰে | ইয়াতে এৰিলে, | তয়ো এৰি যাব মোক ॥ |

তাৰ পাছত ফুলকোঁৱৰৰ আচৰিত আকাশী যাত্রা। সংগৃহীত গীতবোৰৰ পৰা মূল গীতৰ এটি পৰিপাটি ৰূপ বিচাৰি লোৱাও কঠিন; কিন্তু কেনেবাকৈ যদি ইয়াৰ মূলপাঠ কৰবাত থকা সম্ভৱ হলহেতেন, এংলো-চেক্‌চন সাহিত্যৰ বি-উল্‌ফ্ কাব্যৰ দৰে ই ভাৰতীয় সাহিত্যৰ এটি অপৰূপ বস্তু হলহেতেন।—

| | | |
|---|---|---|
| নেজৰ ছাটি মাৰি | উঠিবি পখীৰাজ, | মুখেৰে মাতিবি চিঁউ। |
| জানিবি জানিবি | কাঠৰ পখী ঘোৰা, | তোৰ-মোৰ একেটি জীউ ॥ |
| কাঠৰ পখী-ঘোৰাত | উঠি ফুলকোঁৱৰে | মাৰি যায় চাবুকৰ ছাট। |
| আকাশে-পাতালে | উৰাৰত কৰিলে, | ধৰিলে আকাশৰ বাট ॥ |
| দেও দি এৰালে | দেও দৰিকণা, | লুটি দি এৰালে শল। |
| নগৰ সাত পাক | উঠি পখী-ঘোৰা | ছমাহৰ বাটলৈ গল ॥ |
| কাঠৰ পখী-ঘোৰা | পাই ফুলকোঁৱৰে | পিতাকৰ দেশকে এৰে। |
| মনিছে নমণে, | দেৱেও নমণে, | বিজুলী সঞ্চাৰে চলে ॥ |
| কাঠৰ পখী-ঘোৰাৰ | জেউতি চৰিলে | উৰি-যাওঁ, উৰি যাওঁ কৰে। |
| ছমাহৰ বাটকে | গই একেদিনে | মালিনীৰ বাৰীতে পৰে ॥ |

ইউৰপীয় পুৰাণৰ বসন্ত-দেৱতাৰ আগমন বা ভাৰতীয় কবিৰ অকাল বসন্ত সৃজনৰ দৰে এইখিনিৰ পৰাই অসমীয়া কবিৰ আদিম অভিনৱ জন-কল্পনাই এনে অপৰূপ ৰূপ ধাৰণ কৰিছে যে তাৰ তুলনা দিবলৈ নাই।—

| | | |
|---|---|---|
| মালিনীৰ বাৰীত | পৰি ফুলকোঁৱৰে | ভৰিৰে মাৰিলে টিপা। |



| | | |
|---|---|---|
| সেউতী মালতী | টগৰ গুটিমালী | সৱেও মেলিলে শিপা ॥ |
| কাঠৰ পখী-ঘোৰা | এৰি ফুলকোঁৱৰে | মুখেৰে বজালে শঁখ। |
| সেউতী-মালতী | টগৰ গুটিমালী | সৱেও মেলিলে পোখা ॥ |
| দেও দি এৰালে | দেও দৰিকণা, | লুটি দি এৰালে শাল। |
| সেউতী মালতী | টগৰ গুটিমালী | সৱেও মেলিলে ডাল ॥ |
| মালিনীৰ বাৰীত | পৰি ফুলকোঁৱৰে | চৌপাশে পোনালে হাত। |
| সেউতী মালতী | টগৰ গুটিমালী | সৱেও মেলিলে পাত ॥ |
| কাঠৰ পখীঘোৰা | এৰি ফুলকোঁৱৰে | চৌপাশে মাৰিলে দলি। |
| সেউতী মালতী | টগৰ গুটিমালী | সৱেও পেলালে কলি ॥ |
| মালিনীৰ বাৰীতে | পৰি ফুলকোঁৱৰে | মিচিকাই পেলালে হাঁহি। |
| সেউতী মালতী | টগৰ গুটিমালী | সৱেও মেলিলে পাহি ॥ |
| কাঠৰ পখীঘোৰা | এৰি ফুলকোঁৱৰে | চৌপাশে মাৰিলে শূল। |
| সেউতী মালতী | টগৰ গুটিমালী | সৱেও মেলিলে ফুল ॥ |
| ফুলনিৰ বাৰীতে | আছে ফুলকোঁৱৰে | ইপাহি সিপাহি লেখি। |
| বাটৰ বাটৰুৱাই | কৰে হৰি হৰি | ফুলৰ জকমকে দেখি ॥ |

ফুলনিৰ এনে অভাৱনীয় পৰিবৰ্ত্তনৰ বাৰ্ত্তা মালিনীয়ে পৰিহাস বুলি নাভাবি নোৱাৰিলে। তদুপৰি ফুলকোঁৱৰক দেখিও শ্বেক্সপীয়েৰৰ 'ধুমুহা' নাটকত মিৰাণ্ডাই ফাৰ্দিনান্দক দেখি মনিছ্ নে দেৱতা থিৰ কৰিব নোৱৰা অৱস্থাত পৰিল।—

| | | |
|---|---|---|
| ই বোলে মালিনী, | সি বোলে মালিনী, | 'তোৰ ভাল দশা হল। |
| বাৰ বছৰীয়া | শুকান ফুলনি | ফুলি তমস্কাৰ হল ॥' |
| ফুলৰে ইচনি, | ফুলৰে বিচনি, | ফুলৰ সৰু সৰু চং। |
| ফুলৰ কথা শুনি | মালিনী বাইৰে | টিকিচাই উঠিলে খং ॥ |
| 'মোৰ মূৰ খোৱা, | বুকুত জুই দিয়া, | কিহলৈ চিন্তিছ হৰি। |
| ফুল মৰিবৰ | হল বাৰ বছৰ, | সৱে লুৰি খালে খৰি ॥ |
| মাছৰ কুমলীয়া | শল, নো বোপাই, | মাছৰ কুমলীয়া শল। |
| বাৰ বছৰীয়া | মালিনীৰ ফুলনি | মৰি জহি-খহি গল ॥' |
| 'কলীয়া চেৰাৰে | ফাল, বাই মালিনী, | কলীয়া চেৰাৰে ফাল। |

যদি মিছা কৈছোঁ তই, বাই মালিনী, চৰিয়াই ফালিবি গাল ॥'
হাততে হাকুটি, কাষতে কৰণি, মালিনী বাৰীলৈ গল।
ফুলনিৰ ৰূপকে দেখি বাই মালিনী তেনেয়ে বিচুৰ্তি হল ॥
হাই দি তুলিবৰ লাই, নো মালিনী, হাই দি তুলিবৰ লাই।
কোঁৱৰক দেখি মালিনী বায়ে, এবেলা থাছিলে চাই ॥
মুখলৈ কি চাবা সোণৰে দাপোণে, চকু সৰগৰ তৰা।
দেও নে মনিছে চিনিব নোৱাৰোঁ, আহাঁ কোন থানৰে পৰা ॥

তাৰ পাছত অৱশেষে ফুলকোঁৱৰে মালিনীক নিজৰ চিনাকি দি ক'লে, "ছমাহৰ বাটকে উকৱাই আনিলে, সাদিন নাহিকে ভাত।" আৰু মালিনীয়েও আপোন চিনাকি দিলে—"নগৰত আছে পস্তলা গাভৰু, তেওঁৰ ফুল-যোগাতী মই।"—

উৰণীয়া চৰায়ে উৰিবলৈ এৰিলে, শিপিনীয়ে এৰিলে তাঁত।
কোনে তুলি দিব নাদৰ পানীটুপি, কোনে ৰান্ধি দিব ভাত ॥
কি পহু মাৰিবৰ শৰ, মোৰ কোঁৱৰ ঐ, কি পহু মাৰিবৰ শৰ।
বুঢ়ী বেটীৰ ঘৰলৈ যাব যে খুজিছা, ঘৰৰ নাহিকে থৰ ॥

বিপ্ৰ দামোদৰে হেঁপাহেৰে নিয়া খোজনীয়া খুদমুঠি কৃষ্ণই মুখত দিয়াৰ ফলত ঘূৰি গৈ বিপ্ৰই চিনিব নোৱৰাকৈ তেওঁৰ ঘৰৰ ৰূপ সলনি হোৱাৰ দৰে সেই আতিথ্যৰ সূচনাত মালিনীৰ ঘৰৰো অভাৱনীয় সলনি হল—

'সোণৰ কাঠি-কামি, ৰূপৰ মাৰলি, চ'তিত মুকুতা জ্বলে।
নিজ ঘৰ নিচিনি, অ' বাই মালিনী, সৰকি আহিলি তলে ॥'
'মাতৰো নাজানো ভাৱ, মোৰ কোঁৱৰ ঐ, কথাৰো নাজানো খান্দি।
বুঢ়ী-বেটীৰ ঘৰটো ক'তে বা হেৰালে, কেনেকৈ পামগৈ চান্দি ॥'
এহাতে ধৰিছে পত্নমৰ ঠাৰি, এহাতে ধৰিছে পাহি।
সেই কথা শুনি ঠাকুৰা কোঁৱৰে মিচিকাই পেলাহে হাঁহি ॥
জাতি হেঙুলৰ বীণ, বাই মালিনী, জাতি হেঙুলৰ বীণ।
ঘৰৰে মূধতে তামোলৰ ঢকুৰা, তাতে ধৰিবা চিন ॥"



ভিতৰত দেখিলে সোণৰ খাট-পালং, পধুলিত চামৰে পীৰা।
গেলা পঁইতা গৰ্হা নিৰলৈ আহোঁতে পালে দোৱা-ভজা চিৰা ॥
খেদে গৰখীয়াই টাঙনি আতোলা, খেদে গৰখীয়াই হই।
নেদেখা কথাকে দেখি মালিনীয়ে এবেলা আছিলে ৰই ॥

খাই-বৈ জিৰাই-শঁতাই ফুলকোঁৱৰে অনা-জৰীৰে বাৰ ধাৰি মালা গাঁথি মালিনীৰ হাতেদি পস্তলা গাভৰুলৈ পঠাই দিলে—

'এৰিলি এবুৰি, এৰিলি ছবুৰি, এৰিলি নদীৰে কুল।
এই নো বাৰ মলা ফুল ক'তে পালা, কোনে গুথিছিল ফুল ॥'
'এৰিলোঁ এবুৰি, এৰিলোঁ ছবুৰি, এৰিলোঁ নদীৰে কুল।
লিহিৰি-পিহিৰি কোঁৱৰ কুমলীয়া, তেৱেঁ গুঁথিছিল ফুল ॥
পোৱালি হাতীৰে শুৰ, মোৰ পস্তলা, পোৱালি হাতীৰে শুৰ।
অনা-জৰীৰেই গুঁথিছিল মলা, তাৰো ভাঙি কওঁ ওৰ ॥
হাই দি তুলিবৰ লাই, মোৰ গাভৰু, হাই দি তুলিবৰ লাই।
এই ফুল-মলা গাঁথিছিল কোঁৱৰে তোমাৰে খোপালৈ চাই ॥
অনা-বতাহত লৰে থুৰীপাত, মাটি সবলৰ লাই।
এই ফুল-মলা গাঁথিছিল কোঁৱৰে তোমাৰে খোপালৈ চাই ॥
ঢাপৰ কাণ-কটা গিজু, মোৰ পস্তলা, ঢাপৰ কাণ-কটা গিজু।
লিহিৰি-পিহিৰি কোঁৱৰে গাঁথিছিল, খোপাত খাই যাব ৰিজু ॥
এই ফুল-মলা গুঁথিছিল কোঁৱৰে, মাজতে খৰিকা-জাঁই।
শীতলে-পিতলে কোঁৱৰ কুমলীয়া, দেখিলে থাকিবা চাই ॥'
'পাট-কঠালৰ শ্যাম, বাই মালিনী, পাট-কঠালৰ শ্যাম।
লিহিৰি-পিহিৰি কোঁৱৰ কুমলীয়া, কেনে কৰি দেখা পাম ॥'
এই ফুল-মলা গুঁথিছিল কোঁৱৰে, তাৰো লিখা নাই বিহা।
লিহিৰি-পিহিৰি কোঁৱৰক দেখিলে দলিয়াই দি যাবা ৰিহা ॥
শীতলে-পিতলে কোঁৱৰ কুমলীয়া, দেখিলে পেলাবা হাঁহি ॥
এই ফুল-মলা গুঁথিছিল কোঁৱৰে, তাৰো লিখা নাই পাহি।'
'চাঁদ সুৰুযলৈ চাবাঁ, বাই মালিনী, চাঁদ-সুৰুযলৈ চাবাঁ।
লিহিৰি-পিহিৰি কোঁৱৰ কুমলীয়া, এতিয়াই পঠিয়াই দিবাঁ ॥'

'শিয়ালে কৰিব 'হোৱা', মোৰ কোঁৱৰ ঐ, শিয়ালে কৰিব 'হোৱা'।
কালিন্দী ভোমোৰা হই, মোৰ কোঁৱৰ ঐ, পস্তলাৰ গুৰিলৈ যোৱা ॥'

এইখিনি ঘটনা উষা-অনিৰুদ্ধৰ পৰিণয়ৰ লগত মিলে। তাৰ পাছৰ কথাখিনি সহজে অনুমান কৰিব পাৰি—

ওপৰে উৰিলে কৰ্দ্দন কমুৱা, তাৰো নসাধিলে পাখি।
আজি কিছু কৰি, কালি কিছু কৰি, পস্তলাক খীণোৱা দেখি ॥
পস্তলাৰ নগৰখন কোৰোকা-কুৰুকি লয় বৌ মাছে খোৰ।
সেই কথা শুনি বাপেক নৃপতিয়ে তললৈ কৰিলে মূৰ ॥
পোৱালি হাতীৰে শুৰ, ঐ গাভৰু, পোৱালি হাতীৰে শুৰ।
ঘোৰ মাজ-নিশা ফুল-কোঁৱৰক, কোনে ধৰি দিলে চোৰ ॥
কিনো বাঁহৰে উষাকৈ চেৰেকি, কিনো বাঁহৰে লেটাই।
ফুল কোঁৱৰক কোনে ধৰি নিলে, দিলেগৈ ৰজাক ভেটাই ॥

পস্তু-পুৰাণৰ সাধুবোৰ অসমীয়াৰ দৰে ফৰাছী আদি সাহিত্যতো পাবলৈ আছে; কিন্তু ফুল-পুৰাণৰ এনে কাব্য বিৰল বুলিয়ে মনে ধৰে। পৰবৰ্ত্তী জনা-গাভৰু আদিৰ গীত-কাব্যবোৰত মণিকোঁৱৰ-ফুলকোঁৱৰৰ প্ৰভাৱ পাহৰিব নোৱাৰি। সৌ-সিদিনালৈকে মুখে মুখে চলি অহা হেতুকে ইয়াৰ মূল ভাষা আৰু ছন্দৰ বিষয়ে কোনো কথা ডাঠি কোৱা টান; কিন্তু ইয়াৰ বাহিক ছুলড়ি বা ত্ৰিপদীৰ গঢ়ত পৰৱৰ্ত্তী যুগৰ অক্ষৰ-বৃত্ত ছন্দতকৈ বা আদিম অনুপ্ৰাস-প্ৰধান স্বৰ-বৃত্ত ছন্দৰ প্ৰভাৱ একেবাৰে অস্তমিত হোৱা নাই, তাক সহজেই কব পাৰি।

---

# অসমীয়া সাহিত্যৰ অধ্যয়ন

## দ্বিতীয় পুথি

### মধ্যযুগীয় বৌদ্ধ-শাক্ত-মনসা কাব্য



শ্ৰীডিম্বেশ্বৰ নেওগ

শুৱনী প্ৰকাশ
তিষ্পুৰ, গুৱাহাটী
১৯৬৩

# উছৰ্গা

অসমৰ চিন্তাই যাৰ উশাহ-নিশাহ আছিল; নিজৰ ঘৰ-সংসাৰ দুখ-
দৈন্য একোলৈকে কটাহিত নকৰি যি এই সমাজ আৰু জাতিৰ
উন্নতিৰ ধ্যানত আমৰণ মগ্ন আছিল; জ্ঞান আৰু নিষ্ঠাত
ভীষ্ম-প্ৰতিম হৈ তিনি কুৰি বছৰৰো ওপৰ অসমীয়া
সাহিত্যত মহৰ্ষিসুলভ দিব্য দৃষ্টিৰে ৰথ
পৰিচালনা কৰি একালে যেনেকৈ চিন্তাৰ
অনল উগাৰিছিল, আনফালে
তেনেকৈ চিন্তাৰ তৰঙ্গত দেশক
স্নাত কৰাইছিল;
সেই

**কমলাকান্ত ভট্টাচাৰ্য্যৰ**

পৱিত্ৰ সোঁৱৰণত

# চৰ্য্যাচৰ্য্যবিনিশ্চয়—বৌদ্ধ দোহা

নেপাল দৰবাৰৰ গ্ৰন্থশালত ৰক্ষিত চৰ্য্যাচৰ্য্যবিনিশ্চয় নামৰ মূল পুথিৰ পৰা ১৯০০ত টুকি অনা বৌদ্ধ দোহাখিনি বঙ্গৰ হৰপ্ৰসাদ শাস্ত্ৰীয়ে 'এক হাজাৰ বছৰৰ আগৰ বঙলা ভাষা'ৰ নিদৰ্শন বুলি প্ৰকাশ কৰাৰ লগে লগে পূৱ-ভাৰতীয় আধুনিক ভাষাবোৰৰ ভিতৰত এটি আলোড়ন হয়। প্ৰথমতে, বঙালীৰ বাহিৰে হিন্দী, উড়িয়া, মৈথিলী আৰু পিছে পিছে অসমীয়ায়ো এইবোৰ নিজ নিজ ভাষাৰ পক্ষে দাবী কৰে; আৰু দ্বিতীয়তে, আধুনিক এই উত্তৰ পূৱ-ভাৰতীয় ভাষাবোৰৰ আদিম নিৰ্ভৰযোগ্য লিখিত নিদৰ্শন ইয়াৰ বাহিৰে নাইও। এংলো-ছেক্সন সাহিত্যৰ লগত ইংৰাজীৰ যি সম্পৰ্ক এই দোহাবোৰৰ ভাষাৰ লগত এই উত্তৰ-পূৱ ভাৰতীয় ভাষাগোষ্ঠীৰ প্ৰত্যেকৰে সৰহ-তাকৰ তাতকৈ ওচৰ সম্বন্ধ যে সন্দেহ নাই।

চৰ্য্য বা আচৰণীয়, আৰু অচৰ্য্য বা অনাচৰণীয়, বিনিশ্চয় বা নিৰ্দ্ধাৰণ ইয়াৰ নামৰ অৰ্থ; বৌদ্ধ ঘাইকৈ সহজ-যান পন্থৰ ই বিধি-নিষেধৰ পুথি। ইয়াত মুঠতে একুৰি তিনিজন বৌদ্ধ সিদ্ধ কবিৰ দুকুৰি ছয়টা সম্পূৰ্ণ গীত পোৱা হয়। বৌদ্ধ আৰু বৈষ্ণৱ ধৰ্মৰ দাৰ্শনিক তত্ত্ব-তথ্যৰ সুমেৰু-কুমেৰু ভেদ মানি লৈ, ইয়াৰ প্ৰায় ৬০০।৭০০ বছৰৰ পিছৰ বৰ-গীতৰ লগত ইয়াৰ বাহিৰৰ গঢ়ৰ আচৰিত মিল দেখিবলৈ পোৱা হয়। বৰগীতৰ দৰেই এই বৌদ্ধ গানবোৰো নিৰ্দিষ্ট ৰাগত বন্ধা, অক্ষৰ-বৃত্ত মিলিতাস্ত ছন্দৰ নাতিদীৰ্ঘ, শিক্ষাপূৰ্ণ, দাৰ্শনিক তথ্যযুক্ত ঘনীভূত ভাষাৰ ৰচনা। বিশেষ ধ্যান-ধাৰণাৰেহে অৰ্থ উলিয়াব পৰা হয় দেখি এইবোৰ "সন্ধ্যা" ভাষাত ৰচিত বোলা হৈছিল। বিশিষ্ট শব্দাৱলী আৰু ব্যাকৰণতো এই গোষ্ঠীৰ আন আন ভাষাতকৈ অসমীয়াত মিল সৰহ; লুইপাদ, সৰহ-পাদ আদি চাৰি-পাঁচজন কবি পুৰণি অসমৰ বুলি দাবী কৰা হয়।

হিন্দু দৰ্শনৰ "ব্ৰহ্ম সত্য জগন্মিথ্যা" তথ্যৰ দৰে, "সৰ্বং অনাত্মম্ নিৰ্বাণং শান্তম্" তথ্যই এই বৌদ্ধ গানবোৰৰ সাৰ-বাণী বুলিব পাৰি। অহং ভাৱৰ বিলোপ-সাধন বা বাসনাৰ নিবৃত্তিয়েই নিৰ্বাণ, এই নিৰ্বাণেই দুখ নিৰোধৰ

প্রকৃষ্ট উপায়, আৰু গুৰুমুখী বিদ্যাৰ বলেৰেহে ইয়াক সাধন কৰিব পাৰি, এনেবোৰেই সৰহখিনি গীতৰ মূল কথা। তদুপৰি কিছুমান দোহা অতি ৰহস্যবাদী; দেহ-বিচাৰ নাড়ী-তত্ত্ব আদি অনেক কথা ৰূপকভাৱে অতি বিতোপনকৈ বৰ্ণোৱা হৈছে, গতিকে ইয়াৰ কাব্য-মূল্যও যথেষ্ট আছে। বৌদ্ধ গীতবোৰত অতি তাকৰ কথাৰে অতি সৰহ ভাব, সন্নাবো উপৰি তাৰ দাৰ্শনিক তথ্য বা শিক্ষা শাল মৰা দি পঢ়োঁতাৰ মনত কেনেকৈ সুমুৱাই দিয়ে তেনে বিষয়ত ই আধুনিক ছনেট বা চতুৰ্দ্দশ-পদীৰ দৰে। প্ৰথমটি দোহাৰেই উদাহৰণৰ মূৰ মেলা হওক; তাতেই উক্ত প্ৰায়বোৰ গুণ দেখা পোৱা হব:

### ১। ৰাগ পটমঞ্জৰী লুইপাদানাম্

কাআ তৰুবৰ পঞ্চ বি ডাল।
চঞ্চল চীঅ পইঠো কাল॥
দিঢ় কৰিঅ মহা সুহ পৰিমাণ।
লুই ভণই গুৰু পুছিঅ জাণ॥
সঅল সমাহিঅ কাহি কৰিঅই।
সুখ-দুখেতেঁ নিচিত মৰিঅই॥
এড়ি এউ ছান্দক বান্ধ কৰণেক পাটেৰ আস।
সুন্ন পাখ ভিতি লেহুৰে পাস॥
ভণই লুই আম্‌হে ঝাণে দিঠা।
ধমণ চমণ বেণি পিণ্ডি বইঠা॥

ভাঙনি: 'কায়া তৰু, পঞ্চ (কৰ্মেন্দ্ৰিয়) তাৰ ডাল। চিত চঞ্চল, তাত সোমায় কাল॥ চিত দৃঢ় কৰি মহাসুখৰ (নিৰ্বাণৰ) লোৱাঁ পৰিমাণ। লুইএ ভণে গুৰুক পুছি লোৱাঁ জ্ঞান॥ সকলো সমাধি লৈয়েই বা কি কৰিবাঁ। সুখ-দুখত নিশ্চিতভাৱে মৰিবাঁ॥ এৰি এই বাসনাৰ বান্ধ, ইন্দ্ৰিয়-তৃপ্তিৰ আশ। শূন্য (নিৰ্বাণ) পক্ষৰ ভিতিৰ লোৱাঁ হেৰা পাশ॥ ভণে লুইএ আমি ধ্যানত দেখা। ধমন-চমন দুই যোগ-পীড়িত বসাঁ॥' ইয়াত ব্ৰাহ্মণ্য সাধন-পন্থাৰ



নিন্দা কৰি বৌদ্ধ যোগ-সাধনত গুৰুত্ব দিছে। আন এটি গীতত তেনেকৈ মনক তৰুৰে তুলনা কৰিছে:

### ৪৫। ৰাগ মল্লাৰী—কাহ্নু পাদানাম্

মন তৰু পাঞ্চ ইন্দি তসু সাহা।
আসা বহল পাত ফল বাহা॥
বৰ গুৰু বঅণ কুঠাৰে ছিজঅ।
কাহ্ন ভণই তৰু পুণ ন উইজঅ॥
বাঢ়ই সো তৰু সুভাসুভ পানী।
ছেৱই বিদুজন গুৰু পৰিমাণী॥
জো তৰু ছেব ভেব উন জানই।
সড়ি পড়িআঁ ৰে মূঢ় তা ভৱ মাণই॥
সুণ তৰুবৰ গঅণ কুঠাৰ।
ছেৱহ সো মূল ন ডাল॥

ভাঙনি: 'মন তৰু, পঞ্চ ইন্দ্ৰিয় তাৰ শাখা। আশা বহল পাত, ফল বাসা (বাসনা)॥ বজ্ৰ (যান) গুৰুৰ বচন (ৰূপ) কুঠাৰে ছেদিব। কাহ্নুৱে ভণে, তৰু পুনু নুপজিব॥ বাঢ়ে সেই তৰু (পাই) শুভাশুভ পানী। ছেৱয় বিদ্বৎজনে গুৰু পৰিমাণি॥ যেয়ে তৰু ছেৱ-ভেৱ একো নজানয়। সৰি পৰি সেই মূঢ়ে ই ভৱ মানয়॥ শূন্য (হ'ল) তৰুবৰ, গগন (শূন্যবাদ-জ্ঞান) কুঠাৰ। ছেৰাঁ সেই তৰু, নাৰাখিবা মূল-ডাল॥'

অপভ্ৰংশৰ অন্যতম নিদৰ্শন ৰূপে (শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱাৰ "অসমীয়া ভাষা আৰু সংস্কৃতি"ৰ পৰা) কেইটিমান বিতোপন কবিতা তুলি আমাৰ ভাঙনিৰে এই প্ৰসঙ্গৰ সামৰণি মৰা হ'ল:

"সক্কয় বাণী বুহঅন ভাবই।
পাউঅ ৰস কো মম্মন পাৱই॥

দেসিল বঅনা সৱজন মিট্‌থা।
তৎ তৈসন জম্পও অৱহট্‌ঠা॥
ভৃংগী পুচ্ছই ভিংগ সুন কী সংসাৰেহি সাৰ।
মানিনি জীৱন মানসও বীৰ পুৰুষ অৱতাৰ॥" (কীৰ্ত্তিলতা)

ভাঙনি: 'সংস্কৃত বাণী বুদ্ধজনেহে ভাবে। প্ৰাকৃত ৰসৰ মৰ্ম্ম কোনেও নপাৰে॥ দেশীয় বচন সৰ্বজনে (পায়) মিঠা। সেইহে জঁপিলোঁ মই অৱহথা॥ ভৃঙ্গীয়ে পুছিছে, শুনা কিনো সংসাৰ-সাৰ। মানিনীৰ মানৰ জীৱন বীৰ পুৰুষ অৱতাৰ।' (অৱহট্‌থা অপভ্ৰংশৰ এটা বিশিষ্ট ৰূপ)।

"ৰপ্পীহা পিউ পিউ ভণবি কিত্তিউ ৰুঅহি হআস।
তুহ জলি মহ পুণু বল্লহই বিহুঁ ন পূৰিঅ আস॥"

ভাঙনি: 'চাতক হে, পিওঁ পিওঁ ভণি কত কান্দিবা হতাশ? তোৰ পানী, মোৰ প্ৰিয়, বিভুৱে যে ন্নপূৰায় আশ॥'

"পিয়সংগমি কউ নিদ্দড়ী পিঅহো পৰোক্‌খহো কেম্ব।
মই বিন্নি বি বিন্নাসিআ নিদ্দ ন এম্ব ন তেম্ব॥"

ভাঙনি: 'প্ৰিয়-সংগমত নিদ্ৰা ক'ত? প্ৰিয়-পৰোক্ষত আহে নিদ্ৰা কেনেকই? মই যে বিনিদ্ৰা উভয়ত, প্ৰিয় হেত, এনেকই বা তেনেকই।'

"জে মহু দিন্না দিঅহডা দই এং পবসন্তেণ।
তেনে গণন্তিএ অংগুলিউ জজ্জৰি আউ নহেণ॥"

ভাঙনি: মোক যুৰি অহা যিদিনৰ দিহা দিছিল যাওঁতে প্ৰবাসলই। তাকেই গণোতে নখে যে আঙুলি জৰ্জৰিত মোৰ কৰিলে,অই।"

---

## টোকাৰী—নাম দেহ-বিচাৰৰ বৰাগী-গীত

"যেতিয়াৰ্ণবিৰিখে দুপাতি মেলিলে তললৈ মেলিলে শিয়া।
সেই জুপি গছকে খোজে মহাদেৱে টোকাৰী সাজোঁগৈ দিয়া॥
গছো কুমলীয়া, পাতো চিৰলীয়া, মানিক ভৰি ভৰি লাগে।
ফুল নৌ সৰোঁতে গুটিটি সৰিলে, সি কথা বুজিব কোনে॥
মহাদেৱ গোসাঁয়ে টোকাৰী সাজিলে, বাটে পাৰেৱতী গুণা।
ঈৰা-পিঙ্গলা, মধ্যে সুষুম্না, এই তিনি গছি গুণা॥"

মানৱ-শৰীৰক আৰু মনকো বিৰিখৰ লগত তুলনা কৰা যথাক্ৰমে লুইপাদ আৰু কাহ্নুপাদৰ দুটি দোহা আগতে তুলি দিয়া হৈছে; এই টোকাৰীৰ জন্ম-গীতটিত তাৰ স্পষ্ট পুনৰাবৃত্তি; ইয়াক আকস্মিক বুলি ভাবিব নোৱাৰি যেতিয়া তাত বৌদ্ধ প্ৰভাৱ স্বীকাৰ কৰিব লাগিব। মানৱ-শৰীৰৰ ভিতৰৰ তিনি ডালি নাড়ীক তিনি ডালি গুণা বা তাঁৰৰ লগত তুলনা কৰাত আকৌ অবিকল সেই উপমা থকা আন কেইবাটিও দোহাৰ উল্লেখ কৰিব লগা হল, যদিও অৱশ্যে বৌদ্ধ মতে নাড়ীৰ নামকৰণ আৰু ব্যাখ্যা সম্পূৰ্ণ স্বকীয়া। তাৰে এটি:—

১৭। ৰাগ পাটমঞ্জৰী—বীণা পাদানাম্

সুজ্জ লাউ সসি লাগেলি তান্তী।
অণহা দাণ্ডী একি কিঅত অৱধূতী॥
বাজই অলো সহি হেৰুঅ বীণা।
সুন তান্তি ধনি বিলসই ৰুণা॥
আলি কালি বেণি সাৰি সুনিআ।
গঅবৰ সমৰস সান্ধি গুণিআ॥
জবে কৰহা কলে চাপিউ।
বতিশ তান্তি ধনি সঅল বিআপিউ॥

নাচন্তি বাজিল গান্তি দেৱী।
বুদ্ধ নাটক বিসমা হোই ॥

**মৰ্মাৰ্থঃ** 'সূৰ্য্য (মানুহৰ সোঁ নাকৰ বিন্ধাইদি গ্ৰাহ্যভাব-সম্পন্না সূৰ্য্য-স্বভাৱা ৰসনা নাড়ী) লাও; চন্দ্ৰ (বাঁও নাকৰ বিন্ধাইদি গ্ৰাহক-ভাবযুক্তা চন্দ্ৰস্বভাৱা ললনা নাড়ী) তাত লগা তন্ত্ৰী। অৱধূতী (ৰসনা-ললনা দুই নাড়ীৰ মাজত গ্ৰাহ্য-গ্ৰাহক-ভাব-বৰ্জিত মানৱ-দেহৰ বত্ৰিশ নাড়ীৰ ভিতৰত প্ৰধানা, ইন্দ্ৰিয়াতীতা হেতুকে অনাহতা) তাৰ দণ্ডি। ["ললনা প্ৰজ্ঞা স্বভাৱেন ৰসনোপাসংস্থিতা। অৱধূতী মধ্যদেশে তু গ্ৰাহ্যগ্ৰাহকবৰ্জিতা ॥"] সেই বীণাত শূন্যতা (নৈৰাত্মা বা নিৰ্বাণ) স্বৰূপ সকৰুণ ধ্বনি উঠিছে। আলি (গ্ৰাহ্য বা ৰবি-স্বভাৱা লোক-জ্ঞান) আৰু কালি (গ্ৰাহক বা শশী-স্বভাৱা লোকভাস) তাত সা-ৰ্ঋ ৰূপে শুনি; গজবৰ (চিত্ত) তাক শুনি মুগ্ধ হয়। বত্ৰিশ তন্ত্ৰীত (নাড়ীত) সেই (নিৰ্বাণ) গীত বিয়পি পৰিছে। বজ্ৰধৰে নাচিছে আৰু (নৈৰাত্মিকা) দেবীয়ে গাইছে; বুদ্ধ নাটকৰ এইদৰে পৰিসমাপ্তি হৈছে।' গতিকে গুণা বা তন্ত্ৰীৰ উপমাও সম্পূৰ্ণ বৌদ্ধ ভাবাপন্ন।

"চান্দো নিচিনো, সুৰুযো নিচিনো; নিচিনো সৰগৰ তৰা।
আপোনাৰ শৰীৰক আপুনি নিচিনো, হই আছোঁ জীৱন্তে মৰা ॥
চান্দো বিতলীয়া, সুৰুয বিতলীয়া, আৰু বিতলীয়া চকু।
চকুৰে ভিতৰত মণি বিতলীয়া, চিনিব নোৱাৰোঁ একো ॥"

আন কথা এৰিও, অকল ৰহস্যবাদৰ ফালৰ পৰাই এই গীতটি সৌন্দৰ্য্যত অতুলনীয়। ৰহস্যবাদ মানুহ প্ৰাণৰ জন্মস্বত্ব; বৈজ্ঞানিকৰ সত্য, নীতিবিদৰ শিৱ, শিল্পীৰ সুন্দৰ,—যেনে ৰূপেই হওক সেই অৱগুণ্ঠিতা সুন্দৰীৰ মোহত নপৰা লোক পৃথিবীত বিৰল। সুখৰ বিষয়, আজিৰ জগতে সত্য-শিৱ-সুন্দৰৰ সেই তিনি-শিৰীয়া দোলটিৰ কলচিলৈ চকু দিছে; বিজ্ঞান-ধৰ্ম-কলা বিদ্যাৰ ভেদ টুট আহিছে; আৰু কুৰি শতিকাৰ মাজছোৱাত আইনষ্টাইনৰ পদাৰ্থবিজ্ঞান মনোবিজ্ঞানৰ লগত একাকাৰ হৈ পৰিছে। আৱশ্যকীয় লগুৱা বুলি মানিলেও পঞ্চেন্দ্ৰিয় যে মানৱ জ্ঞানৰ ভয়াবহ সাৰথি এই কথা পুনৰ সোঁৱৰাই দি কুৰি শতিকাৰ বিজ্ঞানে সিহঁতৰ বিশ্বাসঘাতকতাৰ বিৰুদ্ধে



আমাক সচেতন কৰিছে; পঞ্চেন্দ্ৰিয়ৰ অনুভৱ সদায় আপেক্ষিক, তাৰ 'সত্য' নিশ্চয় মায়া-মৰীচিকা।

**ঘোষা** ॥ "সাৰ কৰাঁ হৰি-নামৰ মালা।
ফুলিছে কমল ফুল, গুঞ্জৰে ভোমৰা ॥'

**পদ** ॥ "ৰুৱা দিলা, কামি দিলা, মাৰলিৰে যোটা।
দুইখান চাল তুলি থৈলা, একেখুৰি খুটা ॥...
চতুৰ্দিকে বেৰি ঘৰ কৰাইলা আন্ধাৰ।
অৰ্দ্ধে উৰ্দ্ধে লগাই থৈলা নৱখানি দুৱাৰ ॥ ..
একজনী কন্যা আছে ঘৰৰ ঘৰিণী।
তাক যেই পায় দেখা, হোৱে মহা মুনি ॥
এক গোট নদী আছে, বয় তীক্ষ্ণ ধাৰে।
কাল-বিকাল পখী দুটি ইপাৰে-সিপাৰে ॥
কাজল বৰণ পখী দুটি হেঙুল বৰণ পাখি।
কোন দেশে গল পখী নাই দেখা-দেখি ॥
কহয় মাধৱ দাসে এই তত্ত্ব সাৰ।
এহিখানে সাঙ্গ হল দেহৰ বিচাৰ ॥"

আচৰিতভাৱে, তিব্বতৰ বৌদ্ধ সিদ্ধ কবিৰ অন্যতম কামৰূপৰ কৈৱৰ্ত্তকুলৰ কবি মীননাথৰ এটি গীতত উক্ত "ফুলিছে কমল ফুল, গুঞ্জৰে ভোমৰা" ধ্বনিত আছে।—

"কহন্ত গুৰু পৰমাৰ্থৰ বাট।
কৰ্ম কুৰঙ্গ সমাধিক পাট ॥
কমল বিকসিল কহিল ন জমৰা।
কমল মধু পিৱবি ঢোকে ন ভমৰা ॥"

---

# ডাকৰ বচন—বৌদ্ধপ্ৰভাৱৰ সাহিত্য

"ডাকৰ বচন বেদৰ বাণী।" স্বৰূপতে ডাক পুৰুষ অসমীয়া নিৰক্ষৰ জন গণৰ বেদব্যাস। বেদ তেওঁলোকে নামানিব-নাজানিব পাৰে, কিন্তু ডাকৰ বচন তেওঁলোকৰ বিবেক-বাণী স্বৰূপ ; তাক নামানি নোৱাৰে, ই তেওঁলোকৰ হাড়ে-হিমেজুৰে মিলি আছে। 'অসমীয়া' বুলিও সেইদৰে আজিৰ জকাই-চুকৰ মানুহ এমুঠিৰ কথা কোৱা নাই। এই ডাক পুৰুষকে বঙালীয়ে "বঙ্গৰ সক্রেটিস" বুলিছে, উড়িষ্যায়ো সেইদৰে ডাকক নিজৰ বুলি দাবী কৰে। স্বৰূপতে যি কালত ডাকৰ আবিৰ্ভাৱ হয়, তেতিয়া আজিৰ ভৌগোলিক বিভাগৰ এই দ খালবোৰ নাছিল, আৰু সদৌ পূৱ-ভাৰত বা পুৰণি প্ৰাগ্-জ্যোতিষ ৰাজ্যই সদায় সামৰি অহা বঙ্গ, বিহাৰ, উড়িষ্যা, নেপাল, ভূটান, আন কি তিব্বতে সৈতে জুৰি এক পূৱ-ভাৰতীয় সংস্কৃতি আৰু ভাবা আছিল বুলি ভাবিবৰ যথেষ্ট কাৰণ আছে। গতিকে সেই যুগৰ আন্ধাৰৰ মাজত ডাকৰ প্ৰতিভা বহুত দূৰলৈকে যে ব্যাপিছিল, তাত আচৰিত হব লগা একো নাই।

"জন্ম লগ্ন যাত্ৰা জোৰা। বৰাহ মিহিৰে নাপালে ওৰা॥" ইত্যাদি নানান-ভাৱে ডাকৰ লগত বিক্ৰমাদিত্যৰ নৱৰত্ন সভাৰ অন্যতম পণ্ডিত বৰাহ মিহিৰৰ নাম গঁথা আছে। বিক্ৰমাদিত্যৰ কাল পঞ্চম শতাব্দী বুলি বৰ্ত্তমান প্ৰায় সৰ্ব্ববাদী মত ; গতিকে ডাকৰ কাল ষষ্ঠ শতাব্দীৰ পাছ হব নোৱাৰে। সেই বুলি অন্ততঃ বৰ্ত্তমান গঢ়ত ডাকৰ বচনবোৰ সিমান পুৰণি বুলি ঠাৱৰাবলৈ যোৱা ভুল হব ; কিয়নো পটন্তৰ আদিৰ দৰেই এইবোৰ মুখে মুখে চিৰকাল চলি আহিছিল আৰু অন্ততঃ সপ্তদশ-অষ্টাদশ শতিকাৰ আগত এইবোৰ লিপিবদ্ধ হোৱা নাছিল। তথাপি বৌদ্ধ ধৰ্ম্মৰ পতন আৰু ব্ৰাহ্মণ্য ধৰ্ম্মৰ পুনৰুত্থানৰ আগতে যে ডাকৰ বচনবোৰ ওলাইছিল তাৰ সাঁচ ধৰ্ম্ম-প্ৰকৰণৰ বচনবোৰৰ বুকুত আছে, যদিও তাক তাৰ পৰাও কাঢ়ি আনিবৰ চেষ্টা নোহোৱাকৈ থকা নাই। বঙলা ডাকৰ বচনত সোমাই আছে—"ভাল দ্ৰব্য যখন পাব। কালিকাৰে



তুলিয়া নাথব॥" ই স্পষ্ট বৌদ্ধ ভাব। কিন্তু এখন অসমীয়া ডাকৰ বচনৰ পুথিত তাৰ ঠাইত পাইছোঁ—"ভাল দ্ৰব্য যেতিয়া পাব। দেৱ দ্বিজক তেতিয়াই দিব॥" এই পিছৰ কথা যে প্ৰক্ষিপ্ত সন্দেহ নাই। এনে প্ৰক্ষিপ্ত বচন বহুতো সোমাইছে, সেইবোৰ অৱশ্যে চালি-জাৰি উলিয়াব লাগিব।

ডাকৰ জীৱনী বিষয়ক পুথিত যিখিনি মানুহৰ মুখে মুখে প্ৰচলিত হৈ অহা কথা আমি পাওঁ, তাৰ ভিতৰত ভালেখিনি অনৈসৰ্গিক কল্পনা আছে বুলি আমি ধৰিব পাৰোঁ। এনে কল্পনাৰে প্ৰত্যেক সাহিত্যৰ আদি যুগৰ নায়ক-নায়িকাসকলৰ জীৱনী ঢাক খাই থকা দেখিবলৈ পোৱা হয়। সেই কল্পনাখিনি ফঁহিয়াই চালেও তাৰ সাৰ-মৰ্ম্মটো পাবলৈ বৰ টান নালাগে। "লেহিডঙৰা ডাকৰ গাওঁ। তিনিশ ষাঠিটা পুখুৰীৰ নাও॥" (ডাকচৰিত্ৰ) ; এই লেহিডঙৰা নামেৰে গাঁও এতিয়াও বৰপেটাৰ ৬।৭ মাইল দখিণে দেখুৱায়। ১৮৯৭ৰ ভুঁইকঁপ কি তাৰ আগতে ই উছন্ন হৈছে। ডাকৰ জন্ম-প্ৰসঙ্গত আৰু ডাকৰ নিজা বচনতো বৰাহ মিহিৰৰ বিশেষ উল্লেখ আছে। অনুমান কৰিব পাৰি, তেওঁ সেই কালত প্ৰসিদ্ধ কামৰূপৰ তীৰ্থবোৰ দৰ্শন কৰিবলৈ ইয়ালৈ আহিছিল আৰু ডাকৰ গাঁৱত উপস্থিত হৈছিলগৈ।

"ডাকৰ বাপেকৰ সাতোটি ভাই। ছয়টিৰ লৰা-লুৰি, সৰুটিৰ নাই॥ এদিন আসিয়া মিহিৰ মুনি। অতিথি স্বৰূপে হৈলা আপুনি॥ শাশুৰী বোলে অতিথি বাপা। টঙ্গি ৰাখিব গৈছে সাতোটি আপা॥ ঘৰত নাই মুনিহ লোক। কেনেকৈ ৰাপা সুধিম তোক॥ শাশুৰী বোলে সৰুজনী আই। তোৰ লগত একো ছা-ছলি নাই॥ ঘৰৰ কামক পাছে কৰাঁ। অতিথি বাপাৰ আল ধৰাঁ॥ বেটাৰ কপালে নাহিকে পো। অতিথি পূজি ছলি কোলাত লো॥"

তাৰ পিছত অৱশ্যে অতিথি-শুশ্ৰূষা কৰা হল; "তুষ্ট হৈয়া মিহিৰে দিলা বৰ। পুত্ৰ এক হইবে মোৰ সমসৰ॥ পুহাইল ৰজনী মিহিৰো গৈলা।—" ইত্যাদি। ইয়াৰ অলপ দিনৰ পিছতে ডাকৰ জন্ম হয়—

"ডাক জন্ম শুনি মিহিৰ মুনি। মোৰ পুত্ৰ হৈছে বুলি আসিলা আপুনি॥ শিশুসৱ সঙ্গে উমলি আছে। দেখিয়া মুনি সুধিলা পাছে॥ কোন পুত্ৰ তোৰ কোন হয় আই। স্বৰূপ কহিয়া কহ বুজাই॥ ডাকে বোলে পিতা নকৰা চিতা। কুমাৰণী আই, তুমি হোৱা পিতা॥ তোৰ মুখে জানো মোৰ পুত্ৰ তই। মোৰ কান্ধে উঠ লৈ যাওঁ মই॥ ডাকে বোলে পিতা স্বৰূপ

বুজা। মই গুচৰীয়া তুমি হোৱা ৰজা॥ কলোঁ মোৰ মাটিত। বগাল তোৰ তাঁতীত॥ মাটিৰ গিৰিয়ে পায় নে তাঁতীৰ গিৰিয়ে পায়। স্বৰূপ কহিয়া মোত কহা বুজায়॥—"

মিহিৰে তাৰ উত্তৰত নিজে ঘাটি খাই নিজ দেশলৈ উলটিল—'মাতৰ লগত তুমি কৰিয়ো বাস। আজিৰ পৰা এৰিলোঁ আশ॥" এইখিনিৰ ঘাই মৰ্ম্ম এয়ে—বৰাহ মিহিৰ দ্বিতীয় বাৰ অসমলৈ আহোঁতে ডাকক জন্ম হোৱা পাইছিল আৰু চাৰুকীয়া অৱস্থাতে ডাকে অসাধাৰণ পাণ্ডিত্যৰ পৰিচয় দিছিল। ঘৰুৱা জীৱন সম্বন্ধে, ডাকৰ পৰিয়াল কুমাৰ ব্যৱসায়ী ; আৰু বঙলা ডাকৰ বচনৰ মতে গোৱাল আছিল। ডাকৰ জীৱনৰ শেষ অধ্যায়ো তেনে-কুৱাই— "সোধাকৰ প্ৰীতি মেলত। ছেমনীয়াৰ প্ৰীতি খেলত॥ এহি বুলি ডাকে বন্ধুগণ সঙ্গে। খিলা খেল আৰম্ভিলা অতি ৰৰ ৰঙ্গে॥ এক দিন ৰাজাৰ পৰিলেক মন। দূতক মাতিয়া কহে যাৱ এতিক্ষণ॥ কোন দিন ক্ষৌৰ কৰ্ম্ম পায় কৰিবাক। ডাকত সুধিয়া মোক কহিবি বাৰ্ত্তাক॥ ৰাজাৰ আদেশ দূতে শিৰোগত কৰি। ডাকৰ সমীপে দূত গৈলন্ত লৰৰি॥ বন্ধুগণ সমে খিলা খেলি আছে ডাক। ৰাজাৰ বাৰ্ত্তাক দূতে কহিলা প্ৰত্যেক॥ মোহোৰ প্ৰশ্নক সৰ্ব্বজান ডাক শুনা। ক্ষুৰ কৰ্ম্ম কৰিবাক পায় কোন দিনা॥ ডাকে বোলে পাত খিলা মাৰোঁ লাই। শুন দূত মঙ্গলৰ আগে-পিছে পায়॥ ডাকৰ বচন শুনি দূত চলি গৈলা। ৰাজাৰ আগত বাৰ্ত্তা কহিবাক লৈলা॥ অৰ্থ কৰিবাক ৰাজা নোৱাৰি দূতক। পণ্ডিত ব্ৰাহ্মণ আৰু আনহ গণক॥ বোলে ভাল ব্ৰাহ্মণ গণক সবে আহি। সোমে বুদে খুৰ কৰ্ম্ম কৰিবাক পাই॥ এহি বুলি ৰাজাত বুজাইলা সম্মত। জী থাকে যদি ডাক ভাবিলা মনত॥ আমাৰ জীৱিকা সৱে গুচিবে তাৱত। ডাকক মাৰোহো সৱে স্নান সময়ত॥ সকলো শিশুক মাতি আনিলা গণক। ৰাখিব নোৱাৰি ডাক আসিলা মনক॥ ব্ৰহ্মপুত্ৰ তীৰে আহি বান্ধিলন্ত আৰি। সকলো শিশুৰে লগে দিলে জঁাপ মাৰি॥ দেখে শিশুসৱ জঁাপ মাৰিলন্ত ডাক। হেচা মাৰি ধৰিলন্ত কেহো নেদে হাক॥ মাজক লাগিয়া সবে নিলে মাৰি টকা। আজি ধৰি হইয়াছে ব্ৰহ্মপুত্ৰ ডকা॥ উত্তম ব্ৰাহ্মণ (?) ঘৰে জনম ধৰিলা। এক দিন দুপৰতে শাস্ত্ৰক কহিলা॥ ইন্দ্ৰ চন্দ্ৰ সূৰ্য্য কোন আসি আছে দেৱ। কিবা তাহাৰেসে মায়া নাজানিলে কেৱ। সকলো প্ৰাণীয়ে সিটো অদ্ভূত মানিয়া।



অহিংসক ডাক শিশু পেলাইলা মাৰিয়া॥ হৰি হৰি কিনো দিব্য ঈশ্বৰৰ লীলা। এদিন এনিশাক লাগি জনম ধৰিলা॥"

ডাকৰ বচন তেৰটা মান বিষয় বা প্ৰকৰণত ভগোৱা। জন্ম প্ৰকৰণত আছে :—

"এক দিনা ডাক জন্ম লভিলা। ভূমিত পৰিয়া মনে গুণিলা॥ দেখে অন্ধকাৰ প্ৰদীপ নাই। চক্ষু টেৰ কৰি মাৱক চায়॥ প্ৰসৱ দুখত মাতৃ অসুখ। চক্ষু মেলি চাই পুত্ৰৰ মুখ। ওচৰৰ দুই তিৰী আসিয়া। জলাৱে অগ্নিক তুষে ফুকিয়া॥ পিৰিক-পাৰাক কৰে আগুন। নালাগে দেখিয়া উঠয় খণ্ড॥ হেন দেখি পাছে মাতিলা ডাক। পোঁৱাতী ৰাখিয়া চা পুতাক॥ একে কাঠে লাড়ি-চাৰি। দুই কাঠে ফু মাৰি॥ তিনি কাঠে কৰি এক। যেনে লাগে তেনে সেক॥ ধুৱাই-খুৱাই কোলে লৈবে তেবে। ডালে ডালে ফুল পৰিল যেবে॥ জয়ধ্বনি কৰি নাড়ী কাটিব। দৃঢ় বুদ্ধি কৰি নাড়ী বান্ধিব॥ গোবৰ-খুটী সচলু কাঠ। সেকিলে নাড়ী নোহে অনাথ॥ লোণ-জালুকেৰে খুৱাব জাল। তেবে স্তন-ৰস হৈবেক ভাল॥ কলীয়া তুলসী বেলৰ পাত। মুঠায়ে সহিতে বটি পটাত॥ তপত কৰিয়া জননী খাইব। তেবেসে নাড়ীয়ে দৃঢ়ক পাইব॥ যেবে সূতিকাৰ ৰাখিব জীৱ। যতন কৰিয়া ঔষধ দিব॥ বাসি জয়ন্তী পুষ্পক লব। তাৰ ক্ষুদ্ৰ শিপা অল্প মিলাইব॥ অল্প বেঙেনা শিপা তাহাকো দিব। ক্ষুধাত খুৱাইব তেবেসে জীৱ॥ অপৰাজিতাৰ একেটি ফুল। জানি-শুনি দিব দশৰ মূল॥ অহিত জনে শিশুক নেদেখি। অভ্যন্তৰে থৈব সুহৃদে ৰাখি॥ পূবলৈ শিৰে শিশু শুৱাই। পোৱাতী ৰাখিব আগে জলাই॥ দিনত শিশুক নেৰিবে জনে। ৰাখিব নিশাত মায়ে যতনে॥ সুপুত্ৰিনী নাৰী সঙ্গে নেৰিব। মাজে মাজে মায়ে জাগি দেখিব॥ নিশক্ত তনু তৃষ্ণাতুৰ জানি। সূতিকা নিকটে নথৈৰ পানী॥ সুহৃদে বান্ধিব টীকৰ বস্ত্ৰ। সূতিকা নিকটে ৰাখিব অস্ত্ৰ॥ গৃহ চাৰি চুকে দ্বাৰ মুখত। বচ সিজু আনি ৰুইব শকত॥ অশৌচ বাজে মঙ্গল কৰি। সূৰ্য্যক দেখাইব নয়ন ভৰি॥ তেবেসে পুত্ৰৰ হৈব কুশল। জয় হৰি বুলি কৰা মঙ্গল।"

ধৰ্ম্ম-প্ৰকৰণৰ সাৰ-মৰ্ম ইয়াকে পাব পাৰি :—

"যেবেসে ধৰ্ম্মক কৰিব জানি। পুখুৰী খানিয়া ৰাখিব পানী। বৃক্ষ-ৰোপনত অধিক ধৰ্ম্ম। মঠ-মণ্ডপ গুৰুতৰ কৰ্ম্ম॥ অন্ন-জল জানা অধিক দান। তাত

কৰি নাহি শ্ৰেষ্ঠ যে আন। সোণাৰ তুল্য কন্যাৰ দান। ডাকে বোলে তাৰ স্বৰ্গেসে স্থান ॥ দধি-দুগ্ধ দেই অন্ন বিপুল। ঔষধ দানত নাহিকে তুল ॥ ডাকে বোলে জানা সেহিসে সাৰ। আপুনি মৰিলে কি কৰে আৰ ॥”

নীতি-প্ৰকৰণ কেইটিমান সাকৰা বচন :—

“বন্ধন শালত নাবাজে পটা। স্নান অৱসৰে নভৈল ফেঁটা ॥ শীতকালে যাৰ নভৈল বস্ত্ৰ। যুদ্ধ সময়ত ঢুকাইল অস্ত্ৰ ॥ যজ্ঞ অৱসানে নাই দক্ষিণা?। বোলন্ত ডাকে পাঞ্চো বিড়ম্বনা। উকৰা ঘৰত বাৰিষা থাকে। যুবতী কন্যাক বাপেকে ৰাখে ॥ অতি বৰ গ্ৰাসে খাৱয় ভাত। ধকৰা গৃহস্থক নিদিয়ে মাত ॥ চোৰ এৰে, কৰে খণ্ড। ই তিনিৰ জানিবা ভণ্ড্। নিষ্ফল জীৱন নিতে লোৰে খৰি। নিষ্ফল জীৱন ধকৰা নিয়ে ধৰি ॥ নিষ্ফল জীৱন পৰত কৰে আশ। নিষ্ফল জীৱন খণ্ড প্ৰবাস। অকাৰ্য্যত ফুৰে ৰাতি। জুইকাৰত বান্ধে গাটী ॥ টুলুঙা নাৱৰ ওপৰে ভৰা। বোলন্ত ডাকে তিনিও মৰা ॥”

ৰাজনীতি-প্ৰকৰণৰ কেইটিমান্ কথা :—

“ৰাজাক চিনিবা দানত। ঘোৰাক চিনিবা কাণত ॥ খুড়ক চিনিবা শানত। তিৰীক চিনিবা স্নানত ॥ বৈদ্য হুৱা মৰে আপুনি বিষে। নৃপতি হুই প্ৰজাক হিংসে ॥ শিৰে নবন্ধে মাধৱৰ পাৱ (?)। সবে বিড়ম্বনা জানিবা মাৱ ॥”

বচন-প্ৰকৰণৰ সাকৰা বচন :—

“উশাস দীৰ্ঘে দিবা ফুই। তেহে চাবা জুইৰ মুই ॥ চাউল দিবা যতেক ততেক। পানী দিবা তিনি তেতেক ॥ যেবে দেখা নিসিজে চাউল। তেবে বুলিবা ডাকক বাউল ॥ পকা তেতেলী বুঢ়া বৰালী। বিস্তৰ কৰিয়া দিবাহা জালি ॥ কাঢ়ি থৈয়া দিবা টেঙা জোল। খাইবাৰ বেলা মুণ্ড নোতোল ॥ বেলপাত্ৰ ঘিলা, গমাৰি পাতলা, গমিয়ৰি মূল পাই। কোৱাথ কৰিয়া, সলিল ভুঞ্জিয়া, কফ-বাত কৰ ঠাই ॥ অষ্টাদশ মূল চপাই আনি। যথাৱতে লৈব কোৱাথ পানী ॥ আক খাইলে যেবে মুগুচে জ্বৰ। ডাকে বোলে তেবে আমি পামৰ ॥ মাংসত মাংস বাঢ়ে ঘৃতত বাঢ়ে বল। দুগ্ধত চন্দ্ৰ বাঢ়ে, শাকত বাঢ়ে মল ॥”

গৃহিণী-লক্ষণৰ সাৰ কথা কেইটিমান :—

“শুদ্ধভাৱে শুদ্ধ বংশে উৎপত্তি। পতি-পদ বিনে নাই আন মতি ॥ মধুৰ বচন বোলে সদায়। স্বামীৰ বচন কিন্তু নেপেলায় ॥ সম সৰু দন্ত লাৱণ্য



মাত। গৃহে ৰাতি দিয়ে সন্ধ্যা বেলাত ॥ ৰন্ধন কৰয় বচন মিষ্ট। সেই গৃহিনীক বোলয় ইষ্ট। টীক বলধা খান্দে মাটি। মাক ভালেহে জীয়েক জাতি ॥ ঘৰত ঢেকি পৰক যায়। ডাকে বোলে তাইক পৰেসে বায় ॥”

পৰিত্যাগ-কথনৰ বচনো অতি জ্ঞানগৰ্ভ :—

“তিনি নাৰী যাৰ একেটি স্বামী। তাক পৰিহৰ বোলোঁহো আমি ॥ পৰিহৰ শুকটী মৎসৰ জোল। পৰিহৰ অসতী জনৰ বোল ॥ পৰিহৰ মন্দিৰ সম্মুখে বাট। পৰিহৰ যুবতী যি কৰে হাট ॥ পৰিহৰ পুখুৰীৰ পিছল ঘাট। পৰিহৰ কৃষি মধ্যে থাকে যদি বাট ॥”

কৃষি-লক্ষণ প্ৰতি খেতিয়কৰ দশা-গণনা স্বৰূপ :—

“ৰ’দে-বৰিষণে সমে যায়। তেবেসে কৃষিৰ লাভক পায় ॥ মাঘী সপ্তমীত বৰিষে দেৱ। বেহা এৰি কৰ নাঙল সেৱ ॥ ৰবি-ৰবিসুত ভূমি-নন্দনে। মাঘৰ আওসী তৃতীয়া দিনে ॥ ইহাতে উত্তৰা যেৱে পায়। অৱশ্যে জানিবা আহু হেৰায় ॥ ফাল্গুনৰ শেষে চৈত্ৰ প্ৰৱৰ্ত্তে, সেই যে হৱে বাৰ। আকে শিতলী, শনিৰে পাতলী, ধুৰি এন্ধাৰ ॥ সোমে বহু জল, কৃষিৰ বিফল, ডাকৰ বচন সাৰ। যদি হোৱে বুধ বৃহস্পতি শুক্ৰবাৰ। মেদিনী নসহে শস্যৰ ভাৰ ॥”

বৃষ-লক্ষণ অসমীয়া বৃষ-নিদান স্বৰূপ :—

“গৰু কিনিবা চিকণ জালি। দুই চাৰি ছয় দন্তীয়া ভালি ॥ হৰিণৰ সমান জিহ্বা কাণ। হেন বলধ বিচাৰি আন ॥ ছয়ে ছোটা, চাৰিয়ে মোটা। বিচাৰি কিনিবা বলধ গোটা ॥ ছয় দন্তক ভাগ্যেসে পায়। সাত দন্তীক দেখি পলায় ॥ গাঁৱৰ বলদ নিকটৰ ভুঁই। ইয়াক নেৰিবা জানন্তা হুই ॥ যুজাৰু বিচাৰি কিনিবা গাই। সৰু-মুৰা পাছ-ডাঙৰ চাই। যাৰ নাই ঋণ। সি গৃহস্থে বুঢ়া গৰু কিন ॥ বলদক ভাই জিদিবা দুখ। তাতে আছে ভাৰতৰ সুখ। টকা-নেজা ঠুটৰী চুটি। সেইটো জানিবা গৰিয়া-গুটি ॥ শৰথিৱাৰে পীয়ে পানী। গোম-চকৰীয়াক ঘৰলৈ নানি ॥ গৰু কিনিবা দীঘল নেজা। মৈত উঠিলে নহয় কুজা ॥ তাল-জুৰীয়া নবহে হাল। তাতে নাটে সৰ্ব্বটিকাল ॥ গৰু কিনিবা নিঘৃণ বগা। বোলন্ত ডাকে মই হওঁ লগা ॥”

জ্যোতিষ-প্ৰকৰণ অসমীয়াৰ যাত্ৰাৰ সাৰথি :—

"শ্ৰী'ত সৰিয়হ 'মী'ত মাহ। শৰণত নাকাটে বেত -বাঁহ।। ভাদৰ চাৰি আহিনৰ চাৰি। মাহ ৰ'বা যিমান পাৰি॥ শৰণ লাগিলে নাসাজি ঘৰ। অগ্নিৰ যত ধানৰ খৰ।। আওঁসীৰ প্ৰতিপদ পূৰ্ণিমা ৰাতি। মাকৰ ঘৰলৈ নাযায় জী।। হাঞ্চী জেঠী উজন্তি খালে। মিছা মাতে সৰ্ব্বটিকালে। যাওঁ কি নাযাওঁ কৰে মনত। যাত্ৰা কৰে শনিৰ ক্ষণত ।। দধি মধু ঘৃত শুক্ল তণ্ডুল। শুকুল চামৰ শুকুল ফুল ।। হংস দৈবজ্ঞ সুন্দৰী কন্যা। যাত্ৰাৰ কালত সকল ধন্যা ।। নাম অক্ষৰ দুই মাত্ৰ কৰি। নাম স্থিৰ কৰি পুৰুষ নাৰী ।। বেদে হৰি পাইব ভাগ। তেবে পাইব জীৱন-মৰণ লাগ ।। শূন্য একে মৰে পতি। দুই পাইলে মৰে যুৱতী ।। তিনি পাইলে উভয় মৰণ। ডাকৰ এই নিশ্চয় বচন ।। ৰোগীৰ অথাৰ গ্ৰহে গণিয়া! তিনি বাৰ লৈব সম কৰিয়া ।। বসু দিয়া তাক কৰিব ভাগ। জীৱন-মৰণ পাইব লাগ ।। চন্দ্ৰ-নেত্ৰে পাইব বাণ। যমৰ পুৰৰ বাহুৰি আন ।। ভূজ বেদ পাইব ছয়। দিনা পাঞ্চ বিলম্ব হয় ।। সপ্ত শূন্য পাইব যেৱে। ৰোগীৰ মৰণ কহয় তেৱে ।। আছন্তে বুদ্ধি কালে বিনাশিলে। নগা-জেঠিয়ে চুলি বান্ধিলে ।। সোমে-শনিয়ে পূবে বাস। দুটি গলে এটি নাশ ।। উত্তৰে মঙ্গলে কৰিবা শঙ্কা। গাৰ লটি-ঘটি ভৰিবা টঙ্কা ।। হেঠ মুণ্ড পাৱ ওপৰ কৰি। জলৰ মধ্যত থাকিব মৰি ॥ দক্ষিণে বুধে নযায় শঙ্কা। গাৰ লটি-ঘটি ভৰিবা টঙ্কা॥"

বৰ্ষা-লক্ষণ খেতিয়কৰ চিৰ সহচৰ :—"আষাঢ়ৰ নৱমী শুক্লা পক্ষত। যদি নবৰিষে ভূমি তলত ।। হাল তুলাইবে চিন্তিয়ো দেৱ। ৰজাৰ গৃহত কৰিয়ো সেৱ ॥ মাঘ মাসত ৰোহিণী নক্ষত্ৰ যদি নবৰষে দেৱ। হাল-তুল বেচি কৰ সৱলোক দেৱ মহাদেৱক সেৱ ॥ মাঘত ৰৌদ্ৰ বৈশাখত শীত। চাৰি মাহ অল্প বৃষ্টি ভূমিত ॥ মাঘৰ মাসত বৰিষে পানী। তেবে অল্প বৃষ্টি আগলৈ জানি ।। উদয়ে সিন্দূৰ পছিমে কাল। তেবেসে হৈব বৰিষণ ভাল ॥ আকাশত ভাসে পানীৰ গছা। পৃথিবী বুৰাব জানিবা সঞ্চা ॥"

খেতি-বৰ্ণন অসমীয়া খেতি-বিজ্ঞান স্বৰূপ :—

"ডাকে বোলে বাপু শুনা উপায়। বাণিজ্যৰ ফল কৃষিতে পায়। যি নৰে সদা কৃষিক কৰে। বেহাৰ ফল পাইব ঘৰে ॥ সোণা-ৰূপা কিবা কৰি।



ভাত নখাইলে ভোকতে মৰি ॥ হীৰা মাণিক থাকয় অপাৰ। খাদ্যগাল নহলে মৰণে সাৰ ॥ ধনৰ মধ্যত ধানেসে শোভন। ধান নহলে মৰা তেতিক্ষণ ॥ এতেকে কৃষিক কৰিবা সাৰ। দুৰ্ভিক্ষত কৃষি কৰে নিস্তাৰ ॥ নাঙল-বলদত সবাৰে আশ। যাৰ নাই তাৰ সকলে নাশ ॥ জেঠ মাস গৈলা বিনা নাঙলে। তাৰ কিমতে কিৰিষি ফলে ॥ কিৰিষিত যদি কৰিবা মন। হাল-গৰু ৰাখি কৰা যতন ॥ মাজে জল যদি যায় বহিয়া। খাই সুখে থাক ঘৰে বসিয়া ॥ ডেখিয়া ভূমিক লৱে সুবুদ্ধি। ঘন আলি দিবা সৱাক সুধি ॥ শাওণৰ কঠিয়া নহয় ধান। আহিনৰ গোছ বিফল জান ॥ আহিন-কাতিত ৰাখিবা পানী। যেনেকৈ ৰাখে ৰজাই ৰাণী ॥ আলিৰ ওপৰে দিবাহা আলি। খেতি হল বুলি জানিবা ভালি ॥ কিৰিষি কৰিবা একান্ত মনে। নফলে কিৰিষি বিনা যতনে ॥ আহু ৰুৱা খোজত বুৰি। শালি ৰুৱা বেগত জুৰি ॥ আঠুৰ ওপৰত থাকে পানী। হাত গতে গোছ দিবা জানি ॥ কৃষি ৰাখিবা বেৰি যতনে। সাফল কৃষি মানিবা মনে ।। কৃষি কৰিবা ওচৰ ভাগে। ডাকে বোলে মোৰ মন লাগে ।। ঘন সৰিয়হ পাতল মাহ। আৱৰণ দি দিবা কপাহ ।। তিনি শ ষাঠী জোপা ৰুৱা কল। মাসেকে-পষেকে চিকুণাবা তল ॥ পাত-পচলা লাভত খাবা। লঙ্কাৰ বাণিজ্য ঘৰতে পাবা ।। আঠীয়াত গোবৰ। মনোহৰত জাবৰ ।। পুৱাত খাই। মালভোগত ছাই ।। সাতে পাতল, পাঁচত ঘন। ছয়ত তামোল নদন-বদন ।। জালুকত গোবৰ, পাণত মাটি। কলাপুলি ৰুৱা তিনিবাৰ কাটি ।। পূবে হাঁহ। পছিমে বাঁহ ।। উত্তৰে, গুৱা। দক্ষিণে ধুৱা ।।"

নীতিকথা গৃহ-শিক্ষাৰ জ্ঞানগৰ্ভ বচনেৰে ভৰা :—"ডাকৰ বচন বেদৰ বাণী। পো-লগা বোৱাৰী ঘৰলৈ নানি ।। তোকো বঞ্চে, মোকো বঞ্চে। ভাল ভাল বস্তু পুতেকলৈ সাঞ্চে ॥ চক্ষু থাকোঁতেও নহবা কণা। ই তিনি কথা জগতে জনা।। জাপি লাঠি টনা। ইয়াক এৰিলে দিনতে কণা ।। শিৰে পিৰে লিয়ে। এই তিনি চাৰি ওপৰতে জীয়ে ।। পঢ়ে পঢ়ায় ৰোৱে পাণ। এই তিনি-চাৰি নিচিন্তে আন। আহাৰ নিমিলে নামাৰ জাতি। সূৰ্য্যলৈ চাই তিনি কামোৰ মাটি ।। হাতী-ভালুকত বাগি। ৰৰাত কাটি, গড়ত উঠি ।। কুকুৰত মাটি। সাপত লাঠি ।। মহত পৰ। বাঘত থৰ ।।" এনেকুৱা বচনেই আছলতে কিমান হাজাৰ আছিল তাক ঠাৱৰোৱা টান বুলি আগতে কোৱা

হৈছে। কিছুমান বিষয়ৰ যি উদাহৰণ তুলি দি দেখুওৱা হল তাৰ পৰা অসমীয়া সৰ্ব্বসাধাৰণৰ জ্ঞান-ভঁৰালৰ বেলেগ বেলেগ কুঠৰীত ডাকৰ বচনে কি অমূল্য লখিমী ঠাহ খুৱাই ভৰাই থৈছে তাক ভাবিলে আচৰিত নহৈ নোৱাৰি। অথচ এনেকুৱা আৰু অনেক বচন হয়বা বৰ্ত্তমানলৈকে পাবৰ সুবিধা হোৱা নাই। অসমীয়া ঘৰুৱা জীৱনত এই বচনবোৰৰ প্ৰভাৱ কি তাক অসমীয়া মানুহে কেৱল অন্তৰবো অন্তৰত বুজে, প্ৰকাশ কৰিব নোৱাৰে।

ডাকৰ বচনখিনি ছন্দত আছে, কিন্তু ছন্দৰ কোনো নিয়মৰ বান্ধত সেই-বোৰ সোমোৱা নাই ; প্ৰকৃততে তাৰ বহুত দিনৰ পিছতহে হয়বা ছন্দৰ নিয়ম ওলাইছে। সেইদেখি আমি ডাকৰ বচনত ছন্দ-বন্ধৰ বাহিৰীয়া স্বাভাৱিক সাহিত্য-সৌন্দৰ্য্য এটা যেনেকৈ পাওঁ, সেইদৰে ইয়াত ছন্দৰ জন্ম আৰু তাৰ ক্ৰম-বিকাশলৈ গতি কৰা অৱস্থা এটাও মন কৰিব পৰা হয়। এই কথা অসমীয়া নামবোৰ আৰু ফকৰাবোৰতো সমানে খাটে। ছন্দৰ আদি জন্ম বোধ কৰোঁ অনুপ্ৰাসত, দুটা মিল উচ্চাৰণ একে ঠাই হলে কাণৰ সহায়ত যি এটা সুখ মনলৈ আহে, সেই সুখেই ইয়াৰ আদি জন্মস্থান বুলি বোধ হয়। এটা শব্দতে আমি এনে অনুপ্ৰাস পাব পাৰোঁ, যেনে—"কিনো পৈ হুতাই-তাই। লোণ সানিবলৈ তৎ নাপায়॥" (ফকৰা)। ইয়াৰ পিছত হয়বা ক্ৰমে এশাৰী বা দুশাৰীৰ চুটি বাক্যলৈ এই অনুপ্ৰাস বাগৰি আহিল। ফকৰাত পাওঁ– "কৰলৈ নাই একো। বোলে হেকো হেকো॥" আৰু ডাকৰ বচনত তাতোকৈ চুটি বাক্য পোৱা হয়—"কুকুৰত মাটি। সাপত লাঠি॥ মহত লৰ। বাঘত থৰ॥"

ডাকৰ বচনৰ প্ৰাচীনত্ব, আমাৰ ঘৰুৱা জীৱনত ইয়াৰ মহৎ প্ৰভাৱ আদিৰ কথা সম্প্ৰতি এদি দি সাহিত্যৰ দৰে চালেও ইয়াৰ সৌন্দৰ্য্য অনেক বিষয়ত অতুলনীয়। সেইবোৰৰ ভিতৰত আটাইতকৈ মন কৰিব লগীয়া কথা হৈছে ইয়াৰ ভাষাৰ কাৰ্য্যতৎপৰতা আৰু মিতব্যয়িতা। বচনফাকিয়ে যিটো সাৰ উপদেশ দিব খুজিছে তাক অতি সুন্দৰভাৱে মুকলিকৈ কৈ দিছে, অথচ তাত এনে এটা শব্দ নাই যিটো শব্দই বাক্যটোত এনেয়ে ঠাই পাইছে। সাহিত্যৰ সৌন্দৰ্য্যৰ কাৰণেও এটা শব্দ সোমোৱা নাই ; শব্দটোৰ তাত আন কৰ্ত্তব্যই আছে, অথচ তাত সাহিত্যৰ সৌন্দৰ্য্যও অটুট আছে। অনেক বচনৰ ভাষা এনেদৰে চাপ খুউৱা হৈছে; তাক হয়বা বুজাই বুজিব, কিন্তু সুবুজাৰ কাৰণে



সি সাঁথৰৰ দৰে হৈছে : অথচ সেই প্ৰকাৰেও তাত শিল্প-চাতুৰ্য্য ওলাই পৰিছে। "শীত সৰিয়হ মীত মাহ। শৰণত নাকাটে বেত বাঁহ॥"—আমি জানো, ইয়াৰ অৰ্থ কৰিবলৈ দিলে বস্তুতে হয়বা 'শীত'ক জাৰকালি বুলিব, কিন্তু 'মীত'ৰ হয়বা অৰ্থ বিচাৰি কপজপাই ফুৰিব। কিন্তু চতুৰ শিল্পীয়ে যে একাদশী, দ্বাদশী, ত্ৰয়োদশী আদি শী-অন্ত তিথিবোৰ, আৰু সপ্তমী, অষ্টমী নৱমী আদি মী-অন্ত তিথিবোৰ বুজাইছে তাক অলপ লোকেহে বুজে। "জালুকত গোবৰ পাণত মাটি। কলাপুলি ৰুবা তিনিবাৰ কাটি॥" ইয়াৰো শেষ ফাকিৰ অৰ্থ লৈও কোনো কোনো বেমেজালিত পৰা দেখা হয়। এজোপা কল গছ ৰুলে তাৰ পৰা তিন থোক কল কটাৰ পাছতহে, তাৰ পৰা হোৱা কলপুলি খানি নি আন ঠাইত ৰুবগৈ লাগে ; এয়ে ইয়াৰ মৰ্ম। গীতি-সাহিত্যৰ অৰ্থাৎ আই-নাম, বিয়া-নাম, ধাই-নামৰ সূক্ষ্ম সৌন্দৰ্য্য ইয়াত নাই সচা, কিন্তু ইয়াৰ গঢ় সম্পূৰ্ণ বেলেগ, আমাৰ ফকৰাবোৰত ইয়াৰ গঢ়টো অলপ দেখা হয় ; কিন্তু তাৰ সাহিত্য-সৌন্দৰ্য্যৰ কাৰণেই হক বা আন কাৰণেই হক, ডাল-পাত জোৰা দিয়া কথা ইয়াত এটিও নাই।

"মিলন" ৩য় বছৰ, ৩য় সংখ্যা ; জেঠ-শাওণ, ১৮৪৭ শক।

---

# তন্ত্ৰ-মন্ত্ৰ—তান্ত্ৰিক প্ৰভাৱৰ সাহিত্য

"অনন্ত গোসাঞি শুতিয়া আছন্ত।
চাৰি বেদ বাজ ভৈল নিশ্বাস কাটন্ত॥...
অথৰ্ব বেদক আদ্য কৰতি কহে।
কৰতি মন্ত্ৰ জগতত ৰহে॥"

উপাসনা-মন্ত্ৰৰ মূল যিদৰে যজুৰ্বেদ, কৰতি আৰু কুমন্ত্ৰৰ মূল সেইদৰে অথৰ্ববেদ বুলি সাধাৰণভাৱে ঠাৱৰাব পাৰি আৰু ওপৰৰ শাৰীকেইটিয়ে তাক সমৰ্থন কৰে। অন্ততঃ অথৰ্ব বেদত অনাৰ্য্য আৰু জনজাতীয় প্ৰভাৱ যে

বিপুল তাক আটায়ে মানে ; আৰু সেইদেখি মন্ত্ৰ-সাহিত্যত জন-জাতীয় কুসংস্কাৰৰ আগ ভাগ।

আলোচনাৰ সুবিধাৰ বাবে দ্বাদশ শতিকাতে আমি অসমীয়া মন্ত্ৰ-সাহিত্যৰ ধৰণি ধৰিছোঁ অসমৰ নৱ-জন্মসূচক বৈষ্ণৱ আন্দোলনৰ উন্মেষৰ পাছত কুসংস্কাৰপূৰ্ণ মন্ত্ৰ-সাহিত্য নতুনকৈ ৰচিত হোৱা সম্ভৱপৰ নহয় বুলিয়ে ; কিন্তু তাক ডাঠি কব নোৱাৰি। এই প্ৰসঙ্গত জুলছ্ ব্লখে আমালৈ লিখিছিল, "মন্ত্ৰবোৰ বাস্তৱতে বৈষ্ণৱ আন্দোলনৰ পূৰ্ববৰ্তী বুলি আপুনি বিশ্বাস কৰে নে ? ইউৰপতো দেখোন আজিও ন-ন কুসংস্কাৰে ঠাই পাইছে !'

যোগিনী তন্ত্ৰৰ ৰচনা কোনো-কোনোৱে বহুত আগৰ বুলিব খোজে। কিন্তু তাত আহোম আৰু মুছলমান আক্ৰমণৰ সঙ্কেত ভৱিষ্যৎবাণী ৰূপে দিয়াৰ পৰা এইটো খাটাং হয় যে সেইবোৰ আক্ৰমণৰ পাছত তাৰ 'ভৱিষ্যৎ-বাণী' কৰা হৈছিল। সেইদৰে "আহোমৰ বাণ-গাঁঠি কাটোঁ", "মোগলৰ বাণ-গাঁঠি কাটোঁ" আদি মন্ত্ৰৰ পৰাই সেইবোৰ যে উক্ত দুই জাতিৰ আক্ৰমণৰ পাছৰ তাত সন্দেহ নাথাকে।

কিন্তু জন-সাহিত্যৰ সাধাৰণ যুগ-বিচাৰত যি নীতি অৱলম্বন কৰা হৈছিল, ইয়াতো তাক প্ৰয়োগ কৰিব লাগিব। এই মন্ত্ৰ-সাহিত্যও সৌ-সিদিনালৈকে লিপিবদ্ধ হোৱা নাছিল, আৰু লিপিবদ্ধ হোৱাৰ পাছতো মুখে মুখে তাৰৰ সাল-সলনি হোৱাত বাধা নাছিল ; গতিকে এনে উপকৰা সাল-সলনিৰ পৰা যুগ-নিৰ্ণয় কৰা নিৰাপদ নহয়। আমাৰ বিচাৰ এয়ে, মধ্য যুগৰ অমা-নিশাই কুসংস্কাৰপূৰ্ণ মন্ত্ৰ-সাহিত্যৰ জন্মৰ উচিত লগ্ন ; জ্ঞানৰ নৱজন্মৰ পাছত সি আঁৰত ডাঙৰ-দীঘল হব পাৰে, কিন্তু তাৰ প্ৰাণ-বস্তুৱেই যেতিয়া আমাৰ প্ৰধান অনুসন্ধানৰ বিষয় তেতিয়া আমি আন উপকৰা কথালৈ কাণ দিব নোৱাৰোঁ। মন্ত্ৰৰ ভাষা আদি যে প্ৰায়খিনিয়েই পাছৰ যুগৰ পোহ-পোৱা সি অৱশ্যে স্বীকাৰ্য্য।

"আই নাম"ৰ দৰে এই বিধ জন-সাহিত্যই "নাম"ৰ মালা মুৰত নোলোৱা কথাও বিশেষ লক্ষ্য কৰিব লগীয়া ; তাৰ অৰ্থ এয়ে যে ই কোনো কালেই বৈষ্ণৱ সমাজত জীণ যাব পৰা নাছিল। বৌদ্ধ প্ৰভাৱৰ দেহ-বিচাৰৰ গীত আদিত "মাধৱ দাস"ৰ ভণিতা আছে ; কিন্তু কোনো মন্ত্ৰত শঙ্কৰ-মাধৱৰ নামৰ গোন্ধ নাই ; অৱশ্যে আন হাতে অনেক মন্ত্ৰই শ্ৰীকৃষ্ণ-ব্ৰহ্মা-বিষ্ণুৰ নাম



আৰু তত্ত্বও গ্ৰহণ কৰিছে, আৰু ৰামায়ণ-মহাভাৰত-পুৰাণৰ কথাও সাঙুৰি লবলৈ দ্বিধা বোধ কৰা নাই।

ব্ৰহ্ম-কৰতি ৰুদ্ৰ-কৰতি আদি কৰতি মন্ত্ৰৰ উপৰিও পক্ষীৰাজ মন্ত্ৰ, বাৰভনী বিষালী মন্ত্ৰ আদি অনেক মন্ত্ৰ আছে ; বিষয় অনুসাৰে বা ন-পুৰণি স্বৰূপে এই মন্ত্ৰবোৰৰ শ্ৰেণী-বিচাৰৰ কোনো দিহা এতিয়ালৈকে হোৱা নাই, ই দুখৰ কথা। মন্ত্ৰ-সাহিত্যৰ গোপনীয়তা আৰু ব্যৱসায়মূলক ৰক্ষণশীলতা সত্ত্বেও ভাষাৰ সংৰক্ষণশীলতা সততে হানি হোৱা কথাও সাৱধানে মন কৰিব লগীয়া।

"শ্ৰীকৃষ্ণায় নমঃ। ধন্বন্তৰিয়ে নমঃ।

পক্ষীৰাজ মন্ত্ৰে পাছে পুত্ৰ ভৈলা। উপজিল যৈসানি ব্ৰহ্মা সৃষ্টি কৰিলা ॥
সৃষ্টি-মধ্যে পক্ষীৰাজ উপজিলা। সাতো স্বৰ্গ কম্পিবাক লৈলা ॥
ব্ৰহ্মাৰ দৃষ্টিত লাগিল হুৰি। ত্ৰিকালে বোলে যাওঁ কোন পুৰী ॥
কালবৰ্ণ পখী দেখন্তে অতি ডৰ। চক্ষুদ্বয় দেখন্তে যেন অগ্নি বৰণৰ ॥
ঠোঁট গোট দেখি হেঙ্গুলৰ বৰ্ণ। বজ্ৰ নখৰ ঘাৱে থৰহৰি কম্প ॥"

"শ্ৰীকৃষ্ণায় নমঃ। ধন্বন্তৰ্য্যে নমঃ।

"চক্ষুৰ হন্তে, কৰ্ণৰ হন্তে, হিয়াৰ হন্তে, মাংসৰ হন্তে, তেজৰ হন্তে, হাড়ৰ হন্তে, পেটৰ হন্তে, পিঠিৰ হন্তে, নাভিৰ হন্তে, কঙ্কালৰ হন্তে, দন্তৰ হন্তে, পাৱৰ হন্তে, এই বাৰ ভনী মায়া ব্ৰহ্মায়ে সৃজিলা। ব্ৰহ্মা বোলে শুনা মায়াগণ। মাৰি খায়ো মোৰ লোকগণ ॥ হেন শুনি মায়াগণে চৰণ নমিলা। যমৰ পুৰত যাই উপগত ভৈলা ॥ যমপুৰে বেৰাইলোঁ কিছু বোলন্তা নাই। এৱে বাৰজনী ওলটো তুনাই ॥ বায়ু ৰূপ ধৰি ব্ৰহ্মাৰ পাশে গৈলা। পাইলোঁ যমলোকে বুলি ব্ৰহ্মাক জনাইলা ॥"

"শৰীৰৰ সম্বল মাংস থান। তাত দিলেক বজ্ৰ নখৰ ঘাৱ।
ছিটিকিয়া তেজ আকাশক গৈলা। সূৰ্য্যৰ আঠটা ৰশ্মি ভৈলা ॥
সেই তেজ ফুটি পৃথিবীত পৰিলা। ৰঙা ফুল হৈ পৃথিবীত ৰৈলা ॥"

এই তিনটি মন্ত্ৰ তুলনাত যেনে প্ৰাচীন-গন্ধী যেন লাগে, তলৰ কেইটি সেই দৰে উৎপত্তিতো আধুনিক যেন বোধ হয় :

"চাই পুখুৰী নিচল পানী। তাত বহিছে কামাখ্যা ৰাণী।
ৰাণী বোলন্তোক। আমুকীক চুলিত ধৰি আনিয়োক॥
বাঘৰ ঝ, হৰিণাৰ পিত্ত। গণ্ডুষ কৰি পিণ্ডঁ আমুকীৰ চিত্ত॥"
"শেন হেন উৰিবি, কপৌ হেন উৰিবি।
অমুকাক নেদেখিলে আমুকীক পুৰি মাৰিবি॥"...
"সিদ্ধ গুৰুৰ পায়। ৰক্ষা কৰঁা কামৰূপৰ কামাখ্যা মায়॥
এই বাক্য যদি কৰ লৰচৰ। ব্ৰহ্মাৰ চক্ৰত পৰি মৰ॥"

---

# শিৱ নাম—শৈৱ প্ৰভাৱৰ গীত

সকলো তন্ত্ৰ-মন্ত্ৰ পাৰ্বতীৰ প্ৰশ্ন আৰু শিৱৰ সমিধান ৰূপেই জন্মিছে, সেই-বোৰ সততে শাক্ত সাহিত্যৰ অন্তৰ্গত ; অকল শিৱ বিষয়ক অৰ্থাৎ শৈৱ সাহিত্য লিখিত কিয়, মৌখিক ৰূপেও তুলনাত বৰ বিৰল। শৈৱ নহলেও অন-শাক্ত বুলিব পৰা একেটি প্ৰসিদ্ধ জন-গীত :—

"তেতেলি তলতে কৰোঁ তাঁত-বাঁতি, পাহৰি আহিলোঁ কুচি।
কুচিৰে লগতে পগলাই কিলাব, যাওঁ আইৰ ঘৰলৈ গুচি॥'
'মাৰৰ ঘৰলৈ যাব, তই পাগলী, বাটতে থপুৱা দিম।'
'বাটতে থপুৱা দিয়, তই পগলা, হাবিয়ে পলাই সাৰিম।'
হাবিয়ে পলাই সাৰ, তই পাগলী, হাবিত জুই লগাই দিম।'
'হাবিত জুই লগাই দিয়, তই পগলা, ধোঁৱাৰে লগতে উৰিম।'
'ধোঁৱাৰে লগতে উৰ, তই পাগলী, হাকুটি লগায়ে ধৰিম।'
'হাকুটি লগায়ে ধৰ, তই পগলা, তোৰে বৰ বিলত পৰিম।'
'মোৰে বৰ বিলত পৰ, তই পাগলী, জকাই-জুলুকিৰে ধৰিম।'
জকাই-জুলকিৰে ধৰ, তই পগলা, শামুকৰ জনমে লম !'



'শামুকৰ জনমে ধৰ, তই পাগলী, তোকে চুণ পুৰি খাম।'
'মোকে চুণ পুৰি খাব, তই পগলা, দুই মুখে দাকি পেলাম।'
'দুই মুখে দাকি পেলাব, পাগলী, তেলেদি জবাই পেলাম।
'তেলেদি জবাই পেলাব, পগলা, সৰিয়হ জনমে ধৰিম।'
'সৰিয়হ জনমে ধৰ তই, পাগলী, বেতেৰি চেপা দি মাৰিম।'
'জবাৰ কুমলীয়া পাত, অই পগলা, জবাৰ কুমলীয়া পাত।
এবাওঁ এবাওঁ বুলি এৰাব নোৱাৰোঁ, এইনো পগলাৰে হাত॥"

অন্ততঃ জন-সাহিত্যত শিৱ সদায় 'অসমীয়া সংস্কৰণত' দেখা দিয়ে। "ন হি হৰি হৰাৎ পৃথক" বা 'পুণ্য নাম যত বিষ্ণু-শিৱৰ। তাক ভেদ বুদ্ধি কৰে যি নৰ॥ সিজনো নামৰ দ্ৰোহী পৰম।" এই নামাপৰাধৰ ভয়ৰ বাবেই হবলা মৌখিক দিহা-নামত শিৱ বিষয়ক বহুত ঘোষা আছে :— (ভোগজৰা, ১৯২৮)

'ধুমুৰ ধুমুৰ ঔ, খুন্দে ভাঙৰ গুড়ি।
নন্দীয়ে ভৃঙ্গীয়ে উৰাল মাৰে,
পাৰ্বতী আয়ে চালে-জাৰে ;
ধুমুৰ্ ধুমুৰ ঔ, খুন্দে ভাঙৰ গুড়ি॥'

"খায় ভাঙৰ গুড়ি, নিতৌ তিনি গুলি, ছপুৰা ধুতুৰাৰ গুটি।
ভাঙৰ জালতে নলয় ঘৰ-বাৰী, থাকে বৰযুণত তিতি॥"
"কি খাই পগলা হলা, মহাদেউ, কি খাই পগলা হলা।
ৰাম নামে পগলা, হৰি নামে পগলা, ভাঙ্ খাই পগলা হলা॥"
"শিৱ শিৱ শিৱ শিৱ ভোলানাথ, শিৱ শিৱ শিৱ শিৱ।
পাৰ্বতী সহিতে ৰথে চলি যোৱঁা, প্ৰাণীলৈ নাচোৱঁা কিয়॥"

"হৰ শিৱ শম্ভু গৌৰীশং। ৰুদ্ৰং পশুপতি ঈশানং॥
"ডুপ্ ডুপ্ ডুপ্ বাজে ডম্বৰু। নাচে সদাশিৱ কল্পতৰু॥"
"এ, সদাশিৱ, তোমাৰ শিৰে জটা!
জগতক বৰ দিছা, আপুনি নাঙঠা॥"
"এ শূলপাণি, ডম্বৰু ধৰিছা হাতে।
শূলপাণি, গঙ্গাক নমাইছা মাথে॥"

আচৰিতভাৱে, লিখিত সাহিত্যতো মহাদেৱে অসমীয়া জাতীয় বীৰৰ আসনখনিহে অধিকাৰ কৰিছে ; সংস্কৃত সাহিত্যৰ মৰ্য্যদাত তেওঁক পৰৱ দৰে আঁতৰি বহিবলৈ দিয়া হোৱা নাই। উদাহৰণ স্বৰূপে, "ভীম চৰিত"ত অসমীয়া বেদ-ব্যাস ৰাম-সৰস্বতীৰ হাতত হৰ-পাৰ্বতীৰ ঘৰুৱা জীৱনৰ যিখনি চিত্ৰ অঙ্কিত হৈছে সি সৰ্বতোভাৱে অসমীয়া জাতীয় জীৱনৰ চিত্ৰ সন্দেহ নাই। হাস্যৰস-পূৰ্ণ হলেও তেনে চিত্ৰতো মহাদেৱৰ মহান্ ত্যাগৰ আদৰ্শই ফুটি উঠিছে।

---

# আই নাম—তিৰুতাৰ তুতি-গীত

ধৰ্ম্মজগতৰ মহাপুৰুষসকলে প্ৰায় একেমুখে নামৰ মাহাত্ম্য প্ৰকাশ কৰি গৈছে। অসমীয়া মানুহৰ মুখত নাম নুগুচেই,—খাওঁতে নাম, শোওঁতে নাম. উঠোঁতে নাম, বহোঁতে নাম! আকো, আই নাম, বিয়া নাম, ধাই নাম, গৰখীয়া নাম ; আৰু কত কিনো নাম !! নামেৰেই ধৰ্ম্মপ্ৰাণ অসমীয়াই পৰমেশ্বৰৰ করুণাৰ ৰাজ্যত নিশাহ এৰে, উশাহ লয়। প্ৰেমিকে তেওঁৰ প্ৰিয়জনৰ উপচাৰৰ বস্তুৰ বাবে তিনিও ভুবন চালি-জাৰি চলাথ কৰিসে ; তেওঁৰ যোগ্য হব পাৰে, পৃথিবীৰ এনে ভোগ্য বস্তুৰ বুজ লবলৈ ক'তো বাকী নাথাকিল। পাছে তাৰ কেলেই যদি এটি বস্তুকে ভাল লাগিলহেতেন!

পুষ্প দি পূজিলোঁহেতেন, ভ্ৰমৰে চুম্বিলে।
দুগ্ধ দি পূজিলোঁহেতেন, দামুৰিয়ে পিলে॥
ধন দি পূজিলোঁহেতেন, আপোনাৰে আছে।
জল দি পূজিলোঁহেতেন, বিতালিলে মাছে॥

সকলো পাৰ্থিৱ বস্তুৱেই ইফালৰ পৰা নহয় সিফালৰ পৰা অপৱিত্ৰ,—"যেই বস্তু দিব খোজোঁ সেই বস্তু ছুৱা।" আন নালাগে, নিজৰ মন বা চিতকে হেপাহেৰে উপহাৰ দিয়ে ; কিন্তু সেইবোৰো যে সংসাৰত পৰি কলুষিত হৈ



গৈছে! পাছত, শেষ উপায় পালেগৈ,—"নামেৰে পূজিবোঁ মাতৃ, গধূলি-পুৱা।" আৰু, "আই মাতৃ ভগৱতী, এই নামে' সন্তোষ হবাঁ!"

নাম-মাহাত্ম্যই অসমীয়াৰ মন বিশেষকৈ কিদৰে চিৰকাল মুগ্ধ কৰি আহিছে, ইয়াত প্ৰধানকৈ তাৰ প্ৰমাণ পোৱা হয়। নাম যে অকপটীয়া আইসকলৰ প্ৰাণে চিনি লোৱা আপোন ভাষা! এই নামে অসাধ্যও সাধিব পাৰে ; শুকান জেওৰা চেপিও তাৰ ৰস উলিয়াব পাৰে। ইংৰাজ কবি আলফ্ৰেড্ টেনিছনে কবৰ দৰে, "নিজৰ হৈ বা লগা-ভগাৰ হকে হাত যোৰ কৰি যদি তুতি-নতি-আষাৰকে কৰিব নাজানিলা, তেনেহলে নো তোমাৰ এই দিন-কণা জীৱনটোৰ লগত গৰু-পহুৰ জীৱনৰ প্ৰভেদটো বল ক'ত? এই নামেইহে সোণৰ শিকলি স্বৰূপে চৰাচৰ জগতখন মোৰ প্ৰভুৰ ৰঙা পাৱ দুটিৰে সাঙুৰি ৰাখিছে।'

জাতীয় বুৰঞ্জী যেনেকৈ এটা জাতিৰ দিনেকীয়া জীৱনৰ ৰূপলিপি, সাহিত্য সেইদৰে এটা জাতিৰ আভ্যন্তৰিক জীৱনৰ সোণলিপি। ঘাইকৈ এই নাম-বোৰত হঠাৎ জিলিকি উঠে সহজ সৰল অসমীয়া জাতিৰ কিছুমান সোণোৱালী বিশ্বাস আৰু কল্পনা। ভাৰতৰ এচুকত নিচুক হৈ থকা সৰল-চিতীয়া-ধৰ্ম্মপ্ৰাণ জাতি অসমীয়া, আৰু তাৰেই তিৰুতা সমাজৰ সভক্তি অন্তৰৰ সাতকাণ্ড ৰামায়ণ বিচাৰিলে পোৱা হয় এই আইনামবোৰত। আইসকলৰ হিয়া-ঢলা ভক্তিৰ বিনন্দীয়া কল্পনাত এক মুহূৰ্ত্ততে জগতত যেন কি এক অভিনৱ সৌন্দৰ্য্যৰ পাতনি হল!—

উজাই আহিলে, আইৰে সাতে ভনী, সাতালি পৰেৰত জুৰি।
তৃণ-তৰু-লতা সৱে দোঁৱায় মাথা আই আহিবৰে শুনি॥

করুণাময় পৰমেশ্বৰৰ এই বিনন্দ-বিলাস সৃষ্টি, তেওঁৰ শুভ ইচ্ছাতে ভিৰ দি চলিব লাগিছে। তেওঁৰ বিচাৰত আমি তই-ৰাম-গঙ্গা একো বুলিব নোৱাৰোঁ ; বুলিলেই অনধিকাৰ-চৰ্চ্চাৰ পাপে পৰশিব। আকো, টেনিছনে কবৰ দৰে, নিজ বিধানমতে তেওঁ আমাক বজ-বাক্য বুলিলেও সেই বজ্ৰ যে তেওঁৰে বাক্য তাক আমি পাহৰিলে নচলিব। দুখ দিলেও তেৱেঁই দিছে, গতিকে তাক হাঁহি-মুখে গ্ৰহণ কৰিব লাগিব। দুখকো সুখ বুলি বিধিৰ বিধানত স্বভাৱতে আত্মসমৰ্পণ কৰিব পৰা ভক্তিৰ এই ওখ থাপ এটা নাম-বিলাকত সফল হৈ জিলিকি উঠিছে। ঘৰত বা চুবুৰিত কাৰোবা বসন্ত

ওলাইছে ; সেই ৰোগ-যন্ত্ৰণাৰ উপশমৰ বাবে ভক্তিমতী গোপিনীসকলে তেতিয়াই সেইজনক বেৰি লৈ নাম জুৰি দিলে,—

উজাই আহিলে, আইৰে সাত ভনী, সাতালি পৰ্ব্বত জুৰি ।
তৃণ-তৰু-লতা সৰে দোঁৱায় মাথা আই আহিবৰে শুনি ॥
সোণৰে চকৰী, উৰে জাকি মাৰি, ৰূপৰে ডুখনি পাখি ।
ছহৰ ফুৰিবলৈ আইলোক আহিছে, জীৱ-দান মাগিছোঁ আমি ॥
নাজানি সোমালোঁ, আইৰে ফুল-বাৰী, নিচিনি ছিঙিলোঁ কলি ।
ইবাৰৰ দোষকে, ক্ষমিবা ভৱানী, মাতোঁ চৰণত ধৰি ॥
দুখীয়াৰ ঘৰলৈ আই-লোক আহিছে, দিবলৈ নাইকিয়া একো !
মূৰৰে কেশেৰে, পাৱে মলচিমে, দেহৰে পাৰি দিম সাঁকো ॥
আয়ো আহিছে, দাসীয়ে কান্দিছে, আইৰে চৰণতে পৰি ।
নাকান্দিবা দাসী আইৰ উঠে হাসি, তুলি যাম যশস্যা কৰি ॥

আইসকলৰ আগমন প্ৰকৃতিত কি এক অভাৱনীয় ঘটনা ! "তৃণ-তৰু-লতা সৰে দোঁৱায় মাথা", সি অবিশ্বাসীজনৰ চকুত নপৰিবও পাৰে ; কিন্তু তাৰ লগে লগে ভক্ত-কবিৰ কল্পনা যিদৰে ঠন ধৰি উঠিল আৰু প্ৰকৃতিত চাৰিওপাশে যি অপূৰ্ব্ব সৌন্দৰ্য্য বিৰিঙি পৰিল, সি উপেক্ষাৰ কথা নহয়। কিন্তু এনে অনুপম সৌন্দৰ্য্যৰ সমাবেশ লৈ ছহৰ ফুৰিবলৈ আহি আইসকলে দেখা দিছে যদিও, অৱস্থাৰ বৈষম্যত তাৰ উপভোগৰ সলনি আমি গল-বস্ত্ৰ হৈ জীৱ-দানহে মাগিব লগা হৈছে ; এয়ে তাৰ ভিতৰৰ করুণতা। পথালি-চকুৱা মনিছ, দেহী, সন্দেহেৰেই পৰিপূৰ্ণ ! আইলৈ অচলা ভক্তি থকা সত্ত্বেও বাৰ-বুৰি সংসাৰৰ লেঠাৰ মাজত জানোবা কৰবাত্ত কেনেবাকৈ ঘাটি লাগিল, এই বুলিয়ে "ইবাৰৰ দোষকে ক্ষমিবা, ভৱানী !" কিন্তু ইও জানো নিজৰ কাৰণে ?— "চৰণতে পৰি, মাতোঁ তুতি কৰি, অজান বালকৰে হই ।" কেনে অকপটতা আৰু স্বৰ্গীয় সৰলতা ! কিন্তু আইক তোষিব কিহেৰে ? আয়তীসকল দুখীয়া হব পাৰে পাৰ্থিৱ সম্পত্তিত, কিন্তু অন্তৰত যে ভক্তি-দৈন্যৰ লেশ মাত্ৰও ছাঁ পৰা নাই ! গতিকে "মূৰৰে কেশেৰে, পাৱে মলচিম ।" স্বয়ং ভগৱন্তৰ দৰেই তেওঁৰ নিজ গোসানীও ভক্ত-বৎসলা আৰু নামলুব্ধা। ভক্তিমতী আইসকলৰ এই আত্ম-সমৰ্পণ আৰু নামৰ মাননিত দেৱী-আইসকল সন্তুষ্ট হবই লাগিব ;



এই-বাবেই "তুলি যাম যশস্যা কৰি !" আৰু ইয়াতেই গোপিনীৰ নাম-গৰিমা আৰু গোসানীৰ পূৰ্ণ তৃপ্তিৰ মধুৰ সঙ্গম ঘটিছে। এই ভাবকে আৰু কতৰূপে ব্যক্ত কৰিছে !—

ছহৰ ফুৰি আই আহে এ', মালতীৰে ফুল ।
আম-পাতৰ ছাতি মাৰি হৃদয় কৰা জুৰ ॥
স্বৰ্গৰ পৰা আই আহে এ', লগত আছে তৰা ।
দুখীয়ালৈ পেলাই দিছে আয়ে ফুলৰ মলা ॥

এইদৰে ডুপৰীয়া-আবেলি আই-ওলোৱা মানুহৰ কাষত নাইবা ৰাতি আন মানুহ শুই নিহপালি দিয়া সময়ত পাটীত ঢলি অসমীয়া বোৱাৰীসকলে নিচুকনি-ৰূপে লৰাক পিয়াহ দি গোৱা এই নামবোৰৰ সোঁৱৰণে সচাকৈয়ে আজিও যেন দেহ-মন জুৰ কৰে ! অকল দেহ-মনেই কিয় বোলোঁ, সংসাৰৰ বাৰ-বুৰি পাপ-তাপত জৰ্জ্জৰিত আত্মাও যেন এই নাম শুনি শীতল পৰে ! এই দেখিয়েই নে কি ই শীতলা নামও ? এই নামখিনিত আইৰ আগমন অপূৰ্ব্ব মঙ্গলৰ কাৰণ আৰু তেওঁৰ গমন বিশেষ দুৰ্ভাগ্য স্বৰূপে বৰ্ণোৱা হৈছে ।—

দেৱী আইৰ ঘৰখনি এ', সুৱৰ্ণৰে কামি ।
কিবা পূজা দিব লাগে, নাজানিলোঁ আমি ॥
আই আহি উলটিলে এ', দেখিলে জঞ্জাল ।
আমি পাপী নেদেখিলোঁ, অভাগী কপাল ॥
নযাইবাঁ নযাইবাঁ মাতৃ আমাক ছাড়িয়া ।
তুমি তৰু, আমি লতা, থাকিবোঁ বেড়িয়া ॥
ৰাখাঁ ৰাখাঁ আই ৰাখাঁ এ', মায়াৰ বাঘে খায় ।
তুমি মাতৃ নাৰাখিলে, ৰাখোঁতা যে নাই ॥

এই যে আই, এওঁ জগতৰ আই, অতি দয়ালী—'আই মাতৃ ভগৱতী, আইৰ মান দয়ালী নাই ।" সচাকৈয়ে, "নযাইবাঁ নযাইবাঁ মাতৃ" বোলোঁতে যেনেকৈ গভীৰ ভক্তিৰ ভাপত মন একেবাৰে সিজি আইৰ চৰণত লীন হৈ পৰিব খুজিছে, "ৰাখাঁ, ৰাখাঁ, আই ৰাখাঁ" বোলোঁতে সেইদৰে ভয় আৰু অভয়ৰ দোমোজাত ভক্তৰ হৃদয় একেবাৰে মাতৃৰ চৰণৰ কাষ চাপি পৰিছে ।

সাহিত্যৰ সৌন্দৰ্য্যৰ ফালৰ পৰা এই গীতবোৰ সদায় এনে অনুপম। তাৰ বিচিত্ৰ কল্পনাত "সোণৰে চকৰী, উৰে জাকি মাৰি, ৰূপৰে দুখনি পাখি।" ইয়াৰ ভাব আৰু ভাবা আই অহা পানী-চ'ৰাৰ দৰেই, "সোণৰ নাৱেখনি, ৰূপৰ বঠাডালি, বইছাই আনিছে বাই! সৰহ কি, প্ৰতি ফাকি নামেই আইৰ অনুৰূপ—"চৰাই হালধীয়া, আই বিনন্দীয়া, উপমা দিবলৈ নাই।" ইয়াৰ ভিতৰতো, সৰ্ব্বাঙ্গসুন্দৰ হৈছে "আনন্দে মোহন বংশী বজাই" শ্ৰীকৃষ্ণ তাঁতীৰ ঘৰলৈ যোৱা গীতটি।—

"আনন্দে মোহন বংশী বজাই। গৈলন্ত গোবিন্দ তাঁতীৰ ঠাই ॥
দূৰতে দেখিয়া তাঁতীয়ে হাসে। বিনন্দ কানাই মোৰ গৃহে আসে ॥
যাক দৰশনে বৈকুণ্ঠে বাসা! হেন হৰি মোৰ গৃহক আসা ॥
ভাগ্যেসে সেৱা কৰিবাক পালোঁ, কোটি কোটি জন্ম সাফল কৈলোঁ ॥
হৰিষ হুয়া ৰোমাঞ্চিত কায়। সুবৰ্ণ আসন দিলা বঢ়াই ॥
সাদৰে বন্ধুৰ ভৃঙ্গাৰ আনি। ধুৱাইলা প্ৰভুৰ পাৱ দুখানি ॥
পাদোদক জল শিৰত লই। সোধন্ত কথা কৃতাঞ্জলি হৈ ॥......
কাৰ্য্যেসে তোহোক ফুৰোঁ বিচাৰি। ভ্ৰমন্তে গোৱালোঁ বৰিষ চাৰি ॥
যৈতে যৈতে চাহি ফুৰিলোঁ মই। কহোঁ সবিশেষ শুনিবি তই ॥
পিত পিত কৰি স্বৰ্গত চালোঁ। তথাপি তোহোক লাগ নাপালোঁ ॥
সাতো বৈকুণ্ঠত ফুৰিলোঁ চাই! ভৈলোঁ বিয়াকুল তোক নাপাই ॥
যম-পুৰে আছে যতেক লোক। যমে আনি দিলে সকলো মোক ॥
তাহাতো চাহিয়া নপাইলোঁ তাঁতী। মনে বিয়াকুল লাগিল আতি ॥
পাছে বলিৰাজ সভাক গৈলোঁ। বলিৰ মুখে অৱগত ভৈলোঁ ॥
জানিয়া বলি কহিবাক লৈলোঁ। সেহি তাঁতী প্ৰভু পৃথিবী গৈলা।
তাতেসে আসিলোঁ তোমাৰ ঠাই। পঠায়া আছে মোক ৰাধিকাই ॥
শুনহ তাঁতী, কহোঁ তোৰ আগে। ৰাধিকাৰ নিমিত্তে কাপোৰ লাগে ॥
তাঁতীয়ে বোলে কৰযোৰ কৰি। কহিও প্ৰভু বৈবোঁ কেন কৰি ॥
কেনুৱা কাপোৰ কেনুৱা ঠান। কলেহে বুজি পাম পৰমাণ ॥
কৈত কিবা ফুল বাচিব লাগে। কহিও প্ৰভু তাক ভাগে ভাগে ॥
শুনিয়া হৰি বোলে হাস্য কৰি। কহোঁ কথা লৈবা হৃদয়ে ধৰি ॥
দুকাঠি এহাত প্ৰস্থে হৈবেক। দীৰ্ঘে লৈবা জুথি তিনি তেতেক ॥



নকৰিবা বস্ত্ৰ কিঞ্চিতো চুটা। আউঠীত দিবা বিস্তৰ সুতা ॥
মূৰত বাচিবা মুৰাৰি থোপা। তাৰ চৌপাশে বুলাবাঁ চঁপা ॥
পিঠিত বাচিবাঁ নেজাল ম'ৰা। আঁচলে বাচিবাঁ অসংখ্য তৰা ॥
কপালতে দিবাঁ দৈৱকী আই। হিয়াত বাচিবাঁ নন্দৰ কানাই ॥
কান্ধত বাচিবাঁ বলো দাদাক। বাহুত বাচিবাঁ কংস মামাক ॥
শিৰীষ সেউতী মকুৱা মধাই। তাক দেখি ৰঙ্গ পাব ৰাধাই ॥
চম্পা নাগেশ্বৰ পদ্মৰ কলি। তাক নবাচিলে উঠিব জ্বলি ॥
লৱঙ্গ মালতী বাবৰি তগৰ। তাক নবাচিলে লাগিব জগৰ ॥
পৃথিবীত আছে যতেক ফুল। তাক বাচিবাক নকৰাঁ ভুল ॥
যত নদ নদী মাছ মগৰ। গিৰি গুহা বন গ্ৰাম নগৰ ॥
মকুৱা মধাই জাঁহি যুথি যত। শাৰী শাৰী বাচি দিবা বস্ত্ৰক ॥
শুনহ তাঁতী, কহোঁ তোৰ আগে। এহিমত বস্ত্ৰ ৰাধিকাক লাগে।
আজি ৰবিবাৰে বাতৰি কওঁ। অহা ৰবিবাৰে কাপোৰ লওঁ ॥
সেহি বস্ত্ৰ ৰাধিকাক পিন্ধাওঁ। ৰাধাৰ সহিতে বৃন্দাবনে যাওঁ ॥
কৰিবোঁ বহুত বিবিধ খেড়ি। সমস্তে গোপীয়ে ঘোষিও হৰি ॥"

আমাৰ মনেৰে, স্বাধীন কবিতা স্বৰূপে এই পদটি অসমীয়া জন-কাব্যৰ এটি বহুমূলীয়া কহিনুৰ। একে উশাহতে সাত বৈকুণ্ঠ, পাতাল আৰু পৃথিবী ভ্ৰমি আহিব পৰা এনে অপৰূপ কল্পনা জগতৰ সাহিত্যৰ কেই ঠাইত?

মুঠতে আই-নামেদি ধৰমী অসমীয়া আইসকলৰ প্ৰাণৰ আকুল আবেগ এটি বঢ়িয়াকৈ ফুটি ওলাইছে। অকল আইসকলৰ কথাই কিয়, ইয়াৰ ভিতৰেদি অসমীয়া জাতীয় স্বভাৱ আৰু জাতীয় কবিতায়ো মুকলিকৈ উশাহ লৈছে।

"চেতনা", ১৯২২-২৩; ভোগজৰা, আগকথা, ১৯২৮।

---

# সুকনান্নী আদি মনসা প্ৰভাৱৰ গীত

তয়ত ভজা ধৰ্ম স্বৰূপে সাপ-পূজা জগতৰ তথা ভাৰতৰ সাংস্কৃতিক ইতিহাসত অতি প্ৰাচীন যে সন্দেহ নাই। ভাগৱতী ধৰ্মৰ বৰঘৰৰ মজিয়া স্বৰূপ মথুৰাতে শ্ৰীকৃষ্ণৰ জন্মৰ আগে-পিছে বহুত কাল এই সাপ-পূজাই বৰপীৰা পাৰি বহা কথা সম্পূৰ্ণ ঐতিহাসিক ভেটিত প্ৰতিষ্ঠিত ; গতিকে ভাগৱতৰ কালীয় দমন সেই সত্যৰে সাহিত্যিক স্তম্ভ বুলিব পাৰি। দক্ষ-যজ্ঞৰ কাহিনীয়ে যেনেকৈ সেই কাললৈকে শিৱ আৰ্য্য দেৱতাৰূপে গণ্য নোহোৱাকে প্ৰমাণিত কৰে, চান্দ সদাগৰৰ কীৰ্ত্তিয়েও সেইদৰে সাপ-পূজা আৰ্য্যধৰ্মৰ বহিৰ্ভূত থকাৰ সাক্ষ্য দিয়ে। যেনেকৈয়ে হওক, আদি অৱস্থাত সম্ভৱতঃ জন-সাহিত্য ৰূপেই মনসা-গীতবোৰ অসমত ব্যাপকভাৱে প্ৰচলিত আছিল ; মনকৰ, দুৰ্গাবৰ, নাৰায়ণদেৱ, ষষ্ঠীবৰ আদিয়ে তাক ৰূপ দিছিল মাত্ৰ।

মনসা কবিসকলৰ ভিতৰত মনকৰ, সন্তৰ, আটাইতকৈ প্ৰাচীন হলেও তেওঁৰ গীতৰ লেখ তাকৰ ; জোখতো সিমান সৰহ নহয়। দুৰ্গাবৰৰ মনসা-গীতবোৰ প্ৰাচীন-গন্ধী হলেও, সাহিত্যৰ বিচাৰত তেওঁৰ ৰামায়ণ-গীতবোৰ অধিক মূল্যবান! বঙ্গ দেশেও আপোন বুলি দাবী কৰা অৰ্থাৎ বঙ্গতো ব্যাপক প্ৰচলন থকা নাৰায়ণদেৱ আৰু ষষ্ঠীবৰৰ মনসা-গীতবোৰত নবীনত্বৰ ভাগ সৰহ দেখি তাৰেই দুটি আলোচনা কৰা হল। পদ্মাৰ নিষ্ঠুৰ আদেশ পাই বেউলা-লখীন্দাৰৰ প্ৰথম মিলন-নিশাঃ লখীন্দাৰক খুটিবলৈ যাওঁতে, ইংৰাজ ঔপন্যাসিকা মেৰী কৰেলীৰ কলিৰ বিষাদৰ ( ছৰজ অৱ্ ছেটান্ ) দৰে কালী নাগৰ যি মানসিক দ্বন্দ্ব উপস্থিত হব পাৰে, কবি নাৰায়ণদেৱে তাক বিতোপনকৈ বৰ্ণাইছে—

(আৰে) কান্দে কালী নাগ লখাইৰ মুখ চাই।
কোন সতে দাকিম বাপাক প্ৰাণ ফুটি যায়॥
চুলিকোছা দাকিম বাপাৰ দেখিবাক ভাল।
মাথাগোট দাকিম বাপাৰ দাৰ নাৰিকল॥



কপালখান দাকিম বাপাৰ দ্বিতীয়াৰ জোন।
দুই কৰ্ণ দাকিম বাপাৰ বৰ গছৰ পাণ॥
দুই চক্ষু দাকিম বাপাৰ আকাশৰ তাৰা।
নাক গোট দাকিম বাপাৰ সোণাৰ পাকৰা॥
দুই ওঁঠ দাকিম বাপাৰ মনোহৰ হাসি।
দন্ত দুই পাৰি দাকিম মুকুতাৰ ৰাশি॥
জিবাখান দাকিম বাপাৰ আলটা বৰণ।
গল গোট দাকিম বাপাৰ হংসৰ গঠন॥
দুই বাহু দাকিম বাপাৰ যেন শলা সিৰি।
দশাঙ্গুলি দাকিম বাপাৰ চম্পাফুলৰ কৰি॥
বুকুখান দাকিম বাপাৰ চন্দনৰ পটা।
পিঠিখান দাকিম বাপাৰ স্তকয়ৰ ছটা॥
ৰাজহাড় দাকিম বাপাৰ মুধৰ মাৰলি।
কামিহাড় দাকিম বাপাৰ পুতলাৰ শাৰী॥
পেট গোট দাকিম বাপাৰ অমিয়া ভাণ্ডাৰী।
নাভি-নল৷ দাকিম বাপাৰ মোলানৰ সৰি।
ককালখান দাকিম বাপাৰ অতি বৰ সৰু।
আঁটিলে মুঠিত লুকে হৰৰ ডম্বৰু॥
দুই টপিনা দাকিম বাপাৰ দেখিবাক ভাল।
দুই উৰু দাকিম বাপাৰ যেন ৰামকল॥
দুই আঠু দাকিম বাপাৰ সুবৰ্ণৰ ঘিলা।
দুই ভৰি দাকিম বাপাৰ কেতেকীৰ ডিলা॥
সুকবি নাৰায়ণ দেৱৰ সৰস পাচালি।
কালীৰ ক্ৰন্দন বুলি একই লেছাৰী॥”

ষষ্ঠীবৰৰ মনসা-গীত সুৰমা উপত্যকাত সংগৃহীতভাৱে পোৱা হৈছে; আৰু তাত অসমীয়া শ, ষ বা স উচ্চাৰণ ৰক্ষাৰ বাবে সেইবোৰ আখৰৰ ঠাইত খ ব্যৱহাৰ আৰু অতীত কালত ‘লোঁ’ৰ ঠাইত “লু”ৰ ব্যৱহাৰ মন কৰিব লগীয়া। চান্দ সদাগৰৰ লঙ্কা-যাত্ৰাৰ বিৱৰণত ষষ্ঠীবৰে বৰ্ণাইছে—

“চান্দ বোলে সাধু তুমি শুনহ বচন ।
বাৰ বৎসৰ ছিলু মই লঙ্কাৰ ভুবন ॥
লাতা-পাতা বদলে পাইলু বহু ধন ।
হীৰা-মণি-মাণিক্য আৰু যত ধন ॥
নানা ৰত্ন চৌদ্ধ ডিঙ্গা ভৰিলু সকল ।
বামনা ভাথাৰি মোৰ সব্ব গৈল তল ॥
বৰ বৰ সাগৰ মই বাইয়া এড়িলু ।
কালিধৰ সাগৰে মই সকলি হাৰিলু ॥
সাত দিন নৱ ৰাত্ৰি ভাসিন্থু সাগৰে ।
পাইলু তদেৰ লাগ শঙ্কৰৰ বৰে ॥”

নানা ফুলৰ বৰ্ণনাতো ষষ্ঠীবৰে বিশেষ নিপুণতা দেখুৱাইছে—

বিস্তৰ মেলিলা ফুল বিপুলা ৰূপসী ;
ধুতুৰা কুঙ্কুম মেলে আম্ৰ তুলসী ॥
লৱঙ্গ কুলঙ্গ মেলে আৰু মেলে মালি ।
শ্ৰীফলে পত্ৰ মেলে জাকলি পাৰলি ॥
কেওয়া কেতকী মেলে মাধৱিৰ ফুল ।
যাতি মেলে যুতি মেলে টগৰ বগুল ॥
ঔৰ চম্পক মেলে চম্পা নাগেশ্বৰ ।
বকুল কুঙ্কুম মেলে পাৰিজাত বৰ ॥
আৰু পুষ্প মেলে কন্যা ৰক্ত উৎপল ।
শেষকালে মেলে পুষ্প সহস্ৰ কমল ॥

---

# অসমীয়া সাহিত্যৰ অধ্যয়ন

## তৃতীয় পুথি

### উত্তৰ-মধ্যযুগীয় বিবিধ ধৰ্মী কাব্য

১। গোপীচন্দ্ৰৰ গান
২। শূণ্য পুৰাণ
৩। শ্ৰীকৃষ্ণ কীৰ্ত্তন
৪। প্ৰহ্লাদ চৰিত্ৰ
৫। ভাষা ৰামায়ণ
৬। ভাষা মহাভাৰত
৭। ৰামায়ণ গীত

শ্ৰীডিম্বেশ্বৰ নেওগ

গুৱনী প্ৰকাশ
তিৰ্‌পুৰ, গুৱাহাটী
১৯৬৩

# উছৰ্গা

"হেমৰ কোষৰ ওখ দোল"ৰ কাষতে থাপিব পৰা "খণ্ডবাক্যকোষ," সাহিত্য ভৰাললৈ লখিমী স্বৰূপ "লখিমী-তিৰোতা," 'শ্ৰীহট্টৰ উপভাষা সম্পৰ্কে টোকা,' "অসমীয়াৰ ভূত-তত্ত্ব" আদি অসমীয়া-ইংৰাজী ভাষা-তত্ত্ব সমাজ-তত্ত্বমূলক বিবিধ বহুমূলীয়া গ্ৰন্থ-ৰচোঁতা; "দশগীত," "সক লৰাৰ গান," "বাঁহী" আদি দুতাঁৰা গীতৰ পুথি প্ৰণেতা; "সেউতী-কিৰণ," "উৰুভঙ্গ," "দক্ষযজ্ঞ" আদি এবুৰি নাটক ৰচোঁতা; "কাণখোৱা," "নাম-ঘোষা," "গুণমালা" আদিৰ ইংৰাজী ভাঙনিৰে বৈষ্ণৱ সাহিত্যৰ অতুলনীয় সম্পদৰাজি অন-অসমীয়া জগতলৈ হেপাহেৰে আগ-বঢ়াওঁতা, আশাশুধীয়া সাহিত্যৰথী

## বেণুধৰ ৰাজখোৱাৰ

পৱিত্ৰ সোঁৱৰণত

# "গোপীচন্দ্ৰৰ গান"—ৰংপুৰ গীতিকা

ৰহস্যৰ কথা, অকল শৈৱ-শাক্ত-মনসা-বৌদ্ধ মতেই নহয়; নাথ (যোগী), ধৰ্ম্ম, সহজীয়া আদি মতো প্ৰাচীন কামৰূপত, ঘাইকৈ পছিম ছোৱাত বিশেষ প্ৰচলিত আছিল। আৰু এই সম্পৰ্কতো অসম অন্ততঃ সমগ্ৰ উত্তৰ-পূব ভাৰতৰ লগত জড়িত আছিল। "ময়নামতীৰ গান" বুলি ভাটিৰ ৰংপুৰৰ মানুহৰ মুখৰ পৰা কিছুমান জন-গীত গোটাই জয়ে জয়ে গ্ৰিয়াৰ্ছনে ১৮৭৮ৰ এছিয়াটিক ছছাইটিৰ জৰ্ণেলত প্ৰকাশ কৰে; সেইখিনি আৰু তাৰ লগৰ কিছুমান গীত একেঠাই কৰি ১৯২২ ত কলিকতা বিশ্ববিদ্যালয়ে "গোপীচন্দ্ৰেৰ গান" বুলি দুই খণ্ড উলিয়ায়। ভাটিৰ ৰংপুৰ ৰাজনৈতিক, সাংস্কৃতিক সকলো প্ৰকাৰে পুৰণি কামৰূপৰ অঙ্গ আছিল যদিও, পৰৱৰ্তী কালত ই বঙ্গৰ ভিতৰত পৰা বাবে তাক বঙলুৱা ভাবি সেই ৰূপত সম্পাদন কৰা সংগ্ৰহৰ আৰম্ভণ এই:—

"'মাণিকচন্দ্ৰ ৰাজা' ছিল ধৰ্মী বৰ ৰাজা।
মএনাক বিয়া কৰিল তাৰ নও বুড়ি ভাৰ্য্যা ॥
মএনাক বিয়া কৰি ৰাজাৰ নাপূৰিল মনেৰ আশ।
তাৰ পৰ দাৰপুৰৰ পঞ্চ কন্যা বিবা কৰি পূৰি গল মনৰ হাবিলাস ॥
আজি আজি কালি কালি বাৰ বছৰ হৈল।..
দেখিবাৰ নপাৰি মহাৰাজ (মএনাক) ব্যাগল কৰি দিল ॥"

পাদটোকাত দিয়া ইয়াৰ পাঠান্তৰ অনুসৰি—

"ময়নামতীৰ বিআও হৈল মাণিকচন্দ্ৰেৰ ঘৰে।
সিন্দুৰমতীৰ বিআও হৈল নীলমণি ৰাজাৰ ঘৰে ॥
মএনাক বিআও কৰি ৰাজা পঞ্চাশ বিআও কৰে।
বুঢ়া দেখি মএনামতীক ব্যাগল কৰি দিলে ॥
মহাৰাজা ৰাজ্য কৰি খায় পাটেৰ উপৰ।
মএনাক ঘৰ-বন্দী দিলে ফেকসাৰ বন্দৰ ॥

মহাৰাজা ৰাজ্য কৰি খায় পাটেৰ উপৰ।
মএনামতী চৰ্খা কাটি ভাত খায় বন্দৰেৰ ভিতৰ॥"

এনে নানা পাপৰ ফলত ৰজাৰ কাল চাপিল। মইনামতীৰ ধৰ্মগুৰু গোৰক্ষনাথ আহি সান্ত্বনা দিলে বোলে তেওঁৰ স্বামীৰ মৃত্যুত তেওঁৰ এটি উপযুক্ত পুত্ৰ জন্মিব। সেই মতেই গোপীচন্দ্ৰৰ জন্ম হল, কিন্তু তেওঁৰ পৰমায়ু হল মুঠেই ওঠৰ বছৰ। ইয়াৰ বিৰুদ্ধে কৰা অভিযোগৰ সমিধান পালে, হাড়ি সিদ্ধৰ উপাসনা কৰিলে গোপীচন্দ্ৰ অমৰ হব। গোপীচন্দ্ৰই অলপ বয়সতে হৰিশ্চন্দ্ৰ ৰজাৰ কন্যা "অদুনাক বিআও কৈলে পদুনাক পাইল দানে।" যেতিয়া মইনামতীয়ে পুতেকক হাড়ি সিদ্ধৰ শিষ্য হবলৈ সন্ন্যাস গ্ৰহণ কৰিবলৈ কলে তেতিয়াই লাগিল লেঠা! যি হওক, অনেক কষ্ট আৰু পৰীক্ষাৰ মূৰত গোপীচন্দ্ৰ হাড়ি সিদ্ধৰ শিষ্য হৈ পিতাকৰ ৰাজ্যলৈ উলটি আহিল; আৰু অপায়-অমঙ্গল দূৰ কৰি দেশত শান্তি থাপিলে;

মইনামতীৰ গান, গোপীচন্দ্ৰৰ গান, পাঁচালী আৰু সন্ন্যাস, গোৰক্ষবিজয় আদি বিভিন্ন নামত এই গীতবোৰ ভাটিৰ ৰংপুৰ (বৰ্ত্তমান উত্তৰ বঙ্গ) অঞ্চলত প্ৰচলিত; কিন্তু গ্ৰিয়াৰ্ছনৰ দ্বাৰা প্ৰচাৰিত নোহোৱা কাললৈকে বঙ্গবাসীৰ কাণত এইবোৰ আচহুৱা আছিল বুলি সুবিজ্ঞ সম্পাদক দুজনে সৈ কাঢ়িছে, অথচ গোপীচন্দ্ৰক কোনোবা গোবিন্দচন্দ্ৰ এজনৰ লগত সানি-পূতকি বঙ্গৰ ৰজা পাতিবলৈ দুশ্চেষ্টা এৰা নাই!

১৮০৯ত বুকানন্ হেমিণ্টনে ভাটিৰ ৰংপুৰৰ ডিমলাত এখন পুৰণি নগৰৰ ধ্বংসাৱশেষ দেখি আহি লিখিছিল—"তিষ্টা নৈৰ মোচৰ এটাৰ মৰা দুমাইলমান দূৰত ডিমলাৰ নামনিত চাৰিওফালে গড় মৰা এখন নগৰৰ ভগ্নাৱশেষ আছে, কামৰূপৰ পালবংশৰ প্ৰথম (শেষ?) ৰজা ধৰ্মপালে ইয়াক সজোৱা বোলে।...ধৰ্মপালৰ দুৰ্গৰ পৰা দুমাইলমান পছিমেই দেও নৈৰ পছিম পাৰত ধৰ্মপালৰ বোৱাৰীয়েক মইনাৱতীৰ (মইনামতী বা মীনাৱতীৰ) দুৰ্গ।...ইয়াৰ দক্ষিণে অলপ দূৰত হৰিশ্চন্দ্ৰৰ পাট বুলি ঘূৰণীয়া মৈদাম এটা আছে...ইয়ে ধৰ্মপালৰ পাছত ৰজা হোৱা মইনাৱতীৰ পুতেক গোপীচন্দ্ৰৰ শহুৰেক হৰিশ্চন্দ্ৰৰ যে মৈদাম, তাত কোনো খুকুৰি নাই।" (ষ্টেটিষ্টিকেল একাউণ্ট্ অব্ কুচবেহাৰ, ৩৬০-৬২ পি)



গোপীচন্দ্ৰৰ বিষয়ে প্ৰচলিত সমস্ত সাহিত্যৰ লগত গবেষণামূলক আবিষ্কাৰৰ বিৰুদ্ধেও প্ৰদেশ-প্ৰীতিৰ ইমান বেগ!! সি যি হওক, উড়িষ্যাতো এই গোপীচন্দ্ৰৰ কাহিনী সংগৃহীত হৈছে, আৰু উজনি অসমৰ "জনা গাভৰুৰ গীত"ৰ নায়ক গোপীচন্ কোঁৱৰো সম্ভৱ একেজনেই। যুগী (যোগী) বা নাথ ধৰ্মৰ মানুহবিলাকৰ মুখে মুখেই এই গীত আৰু কাহিনীবোৰ সদৌ পুব ভাৰতত বিয়পি পৰা সম্ভৱপৰ; এই নাথ সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা একাধিকজনো হব পাৰে নিশ্চয়। চতুৰ্দশ শতিকাৰ মাধৱ কন্দলীৰ ৰচনাত এই মানুহবোৰৰ এটি ধেমেলীয়া বৰ্ণনা আছে।—

| | | |
|---|---|---|
| "যোগীৰ কান্ধত | কানি ঝুলি যত | হাতে দোৱাদশ কাথি। |
| লৰৰন্তে লৰ- | ৰন্তে পাছে চান্তে | হিয়া মানে গৈল ফাটি॥৬। |
| পাইলেক ভাগৰ | ভোকগুা কাখৰ | সৰে পৰি গৈল খসি। |
| মুখে শিৰ শিৰ | স্তুমৰন্তে আতি | পলাইলা যত তাপসী॥ ৭। |
| আস্ বুলি যোগী | আচাৰি পেলাইলে | পূজাৰ দেৱতা মান। |
| পূজিবাক লাগি | পাছে পাইবো দেৱ | থাকয় ধেৱে পৰাণ॥ ৮। |

(অযোধ্যা কাণ্ড)

মুঠ দুকুৰি সাত-আঠটি বৌদ্ধ দোহাৰ তেৰটিৰ ৰচয়িতা সিদ্ধ কানুপাদ তথা কৃষ্ণাচাৰ্য্যই ষষ্ঠত্ৰিংশতম দোহাত নিজক জলন্ধৰিপাদ তথা হাড়িপাৰ শিষ্য বুলিছে; আৰু এই হাড়ি পাই গোপীচন্দ্ৰৰো দীক্ষাগুৰু; গতিকে কৃষ্ণাচাৰ্য্যৰ সময়েই গোপীচন্দ্ৰৰ সময়, তেওঁৰ সম্পৰ্কীয় গীতবোৰৰ প্ৰথম ৰচনা তাৰ পৰা এশ বছৰ মানৰ ভিতৰৰ। কিম্বদন্তী আৰু ৰামচৰণৰ গুৰুচৰিত অনুসাৰেও অসমত ধৰ্মপাল ৰজাই (বোৱাৰীয়েক মীনাৱতীৰ সৈন্যৰ লগত যুজত হাৰি সন্ন্যাসী হৈ) নিজ ৰাজ্য এৰি যায়। লিপিমূলক প্ৰমাণৰ পৰা ধৰ্মপালৰ কাল দ্বাদশ শতিকাৰ আগছোৱা; গতিকে এই গীতবোৰৰ প্ৰথম ৰচনাৰ কাল ত্ৰয়োদশ শতিকাৰ আগ নহব। বঙালী পণ্ডিত সকলে গোপীচন্দ্ৰৰ ভুল পৰিচয় আৰু সৰস গীতবোৰৰ জটিল ব্যাখ্যা কৰি প্ৰাচীন-গন্ধী বঙলা বুলি ভুলকৈ একাদশ শতিকালৈ হেচুকিব খোজা যে প্ৰমাদজনিত তাত সন্দেহ নাই।

"জীৱৰ জীৱন-ধন কন্যা সঙ্গে গেলে।
ৰান্ধিয়া দিমু অন্ন সন্ধ্যাৰ কালে॥
পিপাসাৰ কালে দিম পানী।
হাসিয়া খেলিয়া পুহামু ৰজনী॥
কে কয় এগুলা কথা কে পইতায়।
পুৰুষৰ সঙ্গে গেলে স্ত্রীক বাঘে ধৰে খায়॥

এনে ভাবা যে অসমীয়া আৰু ত্রয়োদশ শতিকাৰ আগৰ নহয়, তাৰ প্রমাণ অনাৱশ্যক; যিহেতুকে ব্যাকৰণ শব্দাৱলী আদিৰ উপৰিও মইনামতীয়ে "চৰ্খা কাটি" (কটনা কাটি) ভাত খোৱা আদি বিৱৰণ নিশ্চয় হাড়ে-হিমজুৱে অসমীয়া। অসমীয়া পঁণ্ডিতৰ সহায়ত এই গীতবোৰ সংগৃহীত আৰু সম্পাদিত হোৱা হলে অৱশ্যে এই গীতবোৰৰ স্বৰূপ প্রকাশ পালেহেতেন, আৰু অনেক সাধাৰণ (অসমীয়া) শব্দাৱলীৰ ভুল অৰ্থ দিব নালাগিলহেতেন।

শেষ ৰহস্য হল "বন্দৰ" শব্দটো; ৰংপুৰত "বন্দৰ" কেনেকৈ হল? "আসমুদ্রাত্তু বৈ পূৰ্বাদাসমুদ্রাত্তু পশ্চিমাৎ। তয়োৰেবান্তৰং গিৰ্য্যোৰাযাবৰ্ত্তং বিদুৰ্বুধাঃ॥" ব্রহ্মপুত্র আৰু গঙ্গাৰ পূৰ্বৰ সঙ্গমত বৰ্ত্তমান ৰংপুৰৰ দক্ষিণ সীমাত পূৰসাগৰ আছিল; এই বাবেই উদ্যোগ পৰ্বত "ৰাজ্ঞে ভগদত্তে পূৰ্বসাগৰ-বাসিনে" বুলিছে, আৰু সভাপৰ্বত ভগদত্তই যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞলৈ "সহম্লেচ্ছে সাগৰানুবাসিভিঃ" যোৱা বৰ্ণাইছে। বৌদ্ধ জাতকমালা মতে খৃষ্টপূৰ্ব চতুৰ্থ শতিকাত চম্পা বা বৰ্ত্তমান ভাগলপুৰৰ পৰা সাগৰৰ জাহাজ চলাৰ কথা ভু পাব পাৰি; এনে আৰু অসংখ্য প্রমাণ আছে। শ্রীহট্টত "বন্দৰ বজাৰ" নামৰ ঠাই এতিয়াও আছে। গতিকে ৰংপুৰ "বন্দৰ" ৰহস্যপূৰ্ণ।

---

## "শূন্যপুৰাণ" কাব্য—নিমাই পণ্ডিৎ

"নাছিল জল থল নাছিল আকাশ।
মেৰু মন্দাৰ নাছিল নাছিল কৈলাস।
নাছিল সৃষ্টি আৰু নাহি সুৰ নৰ।
ব্রহ্মা বিষ্ণু নাছিল নাছিল আঁবৰ॥
আউ মিত্তু নাছিল জমৰ ভাৰণ।
সুন্নত ভৰমন্ পৰভুৰ সুনে কৰি ভৰ॥
দশ দিকপাল নহি মেঘ তাৰাগণ।
আউ মিত্তু নাছিল জমৰ তাৰণ॥......"
"জখন আছে গোসাঞি হুয়া দিগম্বৰ।
ঘৰে ঘৰে ভিখা মাগি বুলে ঈশ্বৰ॥
ৰজনী পৰভাতে ভিখাৰ লগি যাই।
কুথাএ পাই কুথাএ নাপাই॥
পুখুৰি কাঁদাএ লইব ভূমখানি।
আৰসা হইলে যেন ছিচএ দিব পানি॥
ঘৰে ধান থাকিলেক পৰভু সুখে অন্ন খাব।
অন্নৰ বিহনে পৰভু কত দুখ পাব॥" .....
"সজ্ঞা উপজিল কৰ সঙ্খৰ বিচাৰ।
কহ কহ পণ্ডিত সঙ্খৰ সাৰ॥
কোন সঙ্খে নছোঁৱে পানী।
দক্ষিণ সঙ্খে নছোঁৱে পানী॥"

দীনেশচন্দ্র সেনৰ বঙলা সাহিত্যৰ বুৰঞ্জীৰ পৰা তুলি দিয়া ওপৰৰ উদ্ধৃতি বোৰ দেখাতে অসম্পূৰ্ণ আৰু অঙ্গ-ক্ষত। উক্ত পুথিৰ মূলপাঠ বা ফটো তোলা পাঠ আমি দেখা নাই; গতিকে তাৰ ওপৰত কোনো থিৰ মত দিয়া টান। তথাপি যিদৰে পোৱা হৈছে তাৰ পৰা ঠাৱৰাব পাৰি ইয়াৰ ভাষা দোহাৰ

ভাষাতকৈ অৰ্বাচীন আৰু অসমীয়া ভাষা আৰু ব্যাকৰণৰ সাঁচ ইয়াত কোনোমতে মুই কৰিব নোৱাৰি। বঙলা ভাষাৰ কালৰ পৰা, দীনেশচন্দ্ৰ সেনৰ মতে ই একাদশ শতিকাৰ, যোগেশচন্দ্ৰ বিদ্যানিধিৰ মতে চতুৰ্দশ শতিকাৰ আগৰ আৰু সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে পঞ্চদশ শতিকাৰ পূৰ্বৰ নহয়। ভাষা আৰু ছন্দৰ অথিৰ অৱস্থাৰ পৰাও আমি ইয়াক ত্ৰয়োদশ শতিকাৰ পাছৰ বুলি ভাবিব নোৱাৰোঁ। বৌদ্ধ ধৰ্মৰ শূন্যবাদৰ লগত হিন্দু ধৰ্মৰ পাতনি জোৰা ইয়াত যি দেখা যায় তাৰ পৰা ই তাতকৈ অৰ্বাচীন নহয় যেন লাগে।

দীনেশচন্দ্ৰই শূন্যপুৰাণত পোৱা মিহলি গদ্যৰ আৰ্হিও মন কৰিব লগীয়া। "হে ভগৱান, বাৰ ভাই বাৰ আদিত্ত হাথ পাতি নেহ সেৱকৰ অৰ্ঘ পুষ্প পানি, সেৱক হব সুখী। ধমত কাহ্নুই গুৰু পণ্ডিত দেউল দান পতি সংসাৰ ভোক্ত এমনি সন্ন্যাসী গতি যাইতি।" "ৰাত্তিত পাথৰ চাৰি পতি কৰ। কতে হল সুদ সামৰ অৰ্হী। কাঞ্চন বান্ধিআ মাজে কৰিলা কত কাল মণ্ডপে ফটিকৰ থাম লগে চন্দন নদন আৰু শত ডাকে লাগি গজন।" "দেউল দেহৰ ভাঙ্গে। ক্যাই ক্ষিৰ্হ্য থায় ৰঙ্গে। পথৰ পথৰ বোলে বোল।"

---

# "শ্ৰীকৃষ্ণ কীৰ্ত্তন" কাব্য—বড়ু চণ্ডীদাস

তথাকথিত আৰু পুৰণি বঙলা ভাষা-সাহিত্যৰ তিনিটা খুটিৰ এটি চণ্ডীদাসৰ শ্ৰীকৃষ্ণকীৰ্ত্তন। বঙালী ভাষাৰ অধিকাৰীসকলৰ অন্যতম ৰাখালদাস বানাৰ্জীৰ মতে এই পুথিৰ লিপি আৰু ভাষা চতুৰ্দশ শতিকাৰ বঙলাৰ নিদৰ্শন; ৰামেন্দ্ৰ সুন্দৰ ত্ৰিবেদীৰ মতে ই সেই যুগৰ পশ্চিম বঙ্গৰ ভাষাৰ চানেকি; আৰু প্ৰায় আটাইৰে মতে অৰ্বাচীন ভাষাত চলিত ৰাধা-কৃষ্ণৰ প্ৰেম-গীতি ৰচয়িতা নকল চণ্ডীদাসৰ ঠাইত ইয়াত প্ৰকৃত চণ্ডীদাসৰ আবিষ্কাৰ!

লিপি-বিশেষজ্ঞ উক্ত বানাৰ্জীৰ মতে এই পুথিত প্ৰাচীন, তাৰ অনুকৰণ আৰু অৰ্বাচীন, তিনি বিধ লিপি আছে; কিন্তু সম্পূৰ্ণ প্ৰাচীন পুথিত অৰ্বাচীন লিপি কেনেকৈ হব পাৰে ই আমাৰ বোধগম্য নহয়। তদুপৰি তেওঁৰ



মতে "সন ১৪৪২ শাকে" লিখিত শূদ্ৰ-পদ্ধতি নামৰ পুথি এখনৰ লিপিৰ লগত মিল দেখি এই পুথি এওঁ ১৪৪২ সম্বৎ অৰ্থাৎ ১৩৮৫ খৃঃৰ বুলিছিল; কিন্তু হৰপ্ৰসাদ শাস্ত্ৰীয়ে যুক্তিৰে এই মত খণ্ডন কৰি কয় "শাকে" শব্দটো স্পষ্ট থকাতো সম্বৎ বুলি ধৰিবৰ হেতু নাই, গতিকে এই পুথিৰ লিপি ১৪৪২ শক অৰ্থাৎ ১৫২০ খৃঃ হব।

ভাষাৰ আলোচনাবোৰ জুকিয়াই বঙলাৰ অন্যতম অধিকাৰী ৰায় বাহাদুৰ বিদ্যানিধিয়ে মোখনি মাৰিছে, হয় এই পুথিখন অসম দেশ ঘূৰি আহিছে, নহয় অসমীয়া আৰু পুৰণি বঙলা একে আছিল। আৰু আমাৰ দৃঢ় বিশ্বাস এই বঙালী পণ্ডিতজনৰ শেষৰ সিদ্ধান্তই সত্য। মূল পুথিখনৰ প্ৰথম পাতকেইটা ফটা বাবে সম্পাদিত পুথিখন অলপ মাজৰ পৰা আৰম্ভ হৈছে,—"সৱ দেৱে সভা পাতিল আকাশে।" কিন্তু সম্পাদক দুজনেও এই ভাষাৰ তুলনা দিবলৈ শঙ্কৰদেৱৰ উত্তৰা কাণ্ডৰ পৰা তুলি দিছে, "আছন্ত ৰাঘৱ যেৱে দিব্য সভা পাতি!" মুঠতে, আগৰ পৰা গুৰিলৈ পুথিখন অসমীয়া ব্যাকৰণ আৰু শব্দাৱলীৰ প্ৰমাণেৰে ভৰা। পুথিখনৰ মুঠ দহ খণ্ডৰ পৰা থপিয়াই আমি এটি দুটি উদাহৰণ দিছোঁ—

"একে তুমি কুল নাৰী কুল আছে তোমাৰ বৈৰী,
আৰ তাহে বৰুৱাৰ বধূ।
কহে বৈড়ু চণ্ডীদাস, কুল-শীল সৱ ভাষে,
লাগিল কলীয়া প্ৰেম-মধু॥" (জন্মখণ্ড)

"এড়িয়া ঘৰেৰ আশ ল বড়ায়ি, ৰহিলোঁ তোৰ চৰণে।
মতি হাৰাইলোঁ, বুলিতে নাজানো, ভইলোঁ তোৰ মৰণে॥" (তাম্বুলখণ্ড)

"বোল এক বোলোঁ তাকে শুনহ অবুধ।
জুড়াযিলে সোআদ লাগে তপত দুধ॥
"নাবোল নাবোল হেন দেৱ চক্ৰপাণি।
মোৰ কাণে নাসাম্বাএ তোৰ দুষ্ট বাণী॥" (দানখণ্ড)

"যমুনাৰ জলে টলবল কৰে নাএ।
ঢেউ দেখি মোৰ হালে সৱ গাএ॥"

"তোক দেখি নাতিনী মো পাইলো উল্লাসে।
কৰসি ধামালী বলে ধৰিবাক মোৰে॥" (নৌকাখণ্ড)
"ৰাজাৰ কোঁৱৰী ভৈলি আইহনেৰ ৰাণী।
ডাক দেওঁ মোএঁ সব গোৱালিনী সহী॥"
"ভাব লএ উলটিআঁ চন্দ্ৰাৱলী হাসে।
উলটি উলটি ৰাধা কাহ্ন পানে চাহে॥" (ভাৰখণ্ড)
"বড়াৰ বহুআৰী আহ্মে বড়াৰ ঝিআৰী।
কুল ছুৰী বাদ আহ্মে সহিতে নাপাৰি॥"
"আপন আপন বহু হাটক পাঠায়িব।
তোহ্মাৰ ঘৰত অন্ন পানি নাখাইব॥" (বৃন্দাবনখণ্ড)
"চিৰকাল জীউ পুত্ৰ গদাধৰ মোৰে।"
"মামী মামী বুলিতে অধিকে বল কৰে॥"
"সহ্মে যৰে আসি মোক লই যাব ধৰী।"
"সাগৰক গেলা সব্ে পৰিজনে মেলী॥" (যমুনাখণ্ড)
"তাৰ বোল পালিলোঁ বহিলোঁ দধি ভাৰ।"
"গুআ পাণ দিআ দূতী পাঠায়িলোঁ তোৰে।"
"কি কাৰণে ৰাধাৰ হিআত দিলোঁ ঘাঅ।"
"উপজিল ৰস মোক মাইল ফুল বাণে।" (বাণখণ্ড)
"পাখি নহোঁ তাৰ ঠাই উড়ী পড়ি যাওঁ।"
"গলাত পাথৰ বান্ধি দহে পইসওঁ।"
"কাহ্নাঞি লইআ ৰাতিঞ পোহায়িবোঁ।
কাহ্ন আলিঙ্গিয়া সকল দেহ জুড়ায়িবোঁ॥" (বংশীখণ্ড)
"যশোদাৰ পো নাখাইলো কাহ্নৰ গুৱা পাণে।"
"শিশু লইয়া বাটে হাটে হৰিয়ে বুলে।"
"নাশুনিলোঁ তাব বোল লআ জাইতে পানী।"
"বুলিল অবোল ৰাধা তেজহ ধামালী।" (বিৰহখণ্ড)

এই "প্ৰাচীন বাঙ্গালা" ভাষাৰ আন নাম যে "অসমীয়া" তাক এতিয়া কাৰো খুকুৰি থাকিব নোৱাৰে। কিন্তু সাহিত্য স্বৰূপে ই আন যি হওক



অসমীয়া বৈষ্ণৱ সাহিত্যৰ শাৰীত ঠাই পাব লগা নহয়; কিয়নো ই ভাবত অসমীয়া অৰ্বাচীন "ৰাধাহৰণ" পুথিৰ লগৰীয়া সহজীয়া কাব্য। গীতা-ভাগৱতৰ মূল একশৰণ নিৰ্মলা ভক্তিৰ বিৰোধী এই ৰাধা-কাহিনী একাদশ শতিকা মানত অৰ্বাচীন ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণত জয়ে জয়ে জন্মলাভ কৰে বুলি বঙ্কিমচন্দ্ৰ চেটাৰ্জী প্ৰমুখ্যে পণ্ডিতসকলে কয়; এই ৰাধাই বঙালী কবি জয়দেৱৰ "গীত গোবিন্দ" কাব্যত লহপহকৈ বাঢ়ি বিলাসী পাটগাভৰুজনী হয়, আৰু তেৰেঁ বিদ্যাপতি চণ্ডীদাসৰ প্ৰেম-গীতৰ তালত নূপুৰ পিন্ধি পাক দি শেষত চৈতন্যদেৱৰ প্ৰচাৰিত ধৰ্মত আৰাধ্যা গোসানী হৈ পৰে।

সচাকৈয়ে জয়দেৱৰ "গীত-গোবিন্দ" কাব্যত গীত আছে, গোবিন্দ নাই! বিদ্যাপতি চণ্ডীদাস দুইজন কবিয়েই দেৱী-ভক্ত আছিল, বৈষ্ণৱ নাছিল নিশ্চয়; গতিকে তেওঁলোকৰ ৰাধা-কৃষ্ণমূলক কবিতাবোৰ "গীত-গোবিন্দ"ৰ দৰেই আদি-ৰসাত্মক, আৰু বাৎসায়ন আদি কামশাস্ত্ৰকাৰকসকলৰ ব্যাখ্যাৰ নিচিনা। চণ্ডীদাসৰ ৰাধী ধুবুনীৰ দৰে কৃষ্ণ-কীৰ্ত্তনৰ ৰাধা কৃষ্ণৰ পত্নী নহয়; মামী, পৰস্ত্ৰী! "তোমাৰ যৌৱন ৰাধা কৃপণেৰ ধন। পোটলি বান্ধিআঁ ৰাখ নহুলী যৌৱন।" "তোৰ দুই কুচ কুম্ভ বান্ধি নিজ গলে। বোল ৰাধা পৈসো মো লাৱণ্য গঙ্গা জলে॥" আদিত ৰাধাৰ 'ঈশ্বৰী'ত্ব বা কৃষ্ণৰ ঈশ্বৰত্বৰ নাম-গোন্ধ নাই!!

প্ৰকৃত ভক্তি-ৰসাত্মক নহলেও, শৃঙ্গাৰ-ৰসমূলকভাৱে হলেও, কাব্যৰূপে কৃষ্ণ-কীৰ্ত্তনৰ যথেষ্ট মূল্য আছে নিশ্চয়। "মদন গৰল, খণ্ডন ৰাধা, মাথাৰ মণ্ডন মোৰে। চৰণ-পল্লৱ, আৰোপ ৰাধা মোৰ মাথাৰ উপৰে॥" আদি যিদৰে জয়দেৱৰ "স্মৰগৰল খণ্ডনং মম শিৰসি মণ্ডনং দেহি পদ-পল্লৱ মুদাৰম্॥" শ্লোকৰ প্ৰতিধ্বনি, বৃন্দাবন খণ্ডৰ তলত দিয়া কুসুম-মালা ছন্দৰ কবিতাটি আদিৰসত বিদ্যাপতি আদিৰ লগত তুলনীয় হলেও, ভাষাত শঙ্কৰদেৱৰ "হৰমোহন"ৰ "দিব্য উপবন"ৰ আগজাননী যেন লাগে।

"তমাল কুসুম চিকুৰ গণে। নীল কুৰুবক তোৰ নয়নে॥
সুপুট নাসা তিল ফুলে। দেখি তোৰ গণ্ডযুগ মহলে॥
অধৰ সুৰঙ্গ বন্ধুলী ফুলে। কন্ন যুগ তোৰ এৰগ হুলে॥
মুকুলিত কুন্দ তোৰ দশনে। ধন্তুৰী কুসুম তোৰ বসনে॥

ভুজযুগ হেম যুথিকা মালে। অশোক তবক কৰ যুগলে ॥
মুকুলিত থল কমল তলে। ৰোমৰাজি তাত আতয়ীগণে ॥
গভীৰ নাভি নাগেশ্বৰ ফুলে। কনক কেতেকী জংঘ যুগলে ॥
চৰণ কমল থল কমলে। আঙ্গুলী চম্পক কলিকা জালে ॥
নখৰ নিকৰ দেখি গুলালে। শিৰীষ কুসুম তনু সকলে ॥
কনক চম্পক কুসুম পান্তী। তোক্ষাৰ সকল শৰীৰ কান্তি ॥
নেআলী সেআলী মাল্লী বিকশে। তোক্ষাৰ মধুৰ ঈষত হাসে।
দেখো মো তোৰ ফুল শৰীৰে। গাইল চণ্ডীদাস বাসলী বৰে ॥”

———

# “প্ৰহ্লাদ চৰিত” কাব্য

“কমতা মণ্ডল দুৰ্লভ নাৰা'ণ নৃপবৰ অনুপাম।
তাহান ৰাজ্যত কন্দ্ৰ সৰস্বতী দেৱযানী কন্যা নাম ॥
তাহান তনয় হেম সৰস্বতী ধ্ৰুৱৰ অনুজ ভাই।
পদবন্ধে তেহেঁ। প্ৰচাৰ কৰিলা বামন পুৰাণ চাই ॥”

এই দুৰ্লভ নাৰায়ণ কোন বংশৰ ৰজা তাৰ নিৰ্ণয় নাই ; কোনোৱে কয় পাল বংশৰ, কোনোৱে কয় জিতাৰি বংশৰ। তথাপি গুণাভিৰামৰ মতে তেওঁৰ ৰাজত্ব দ্বাদশ শতিকাৰ শেষ ছোৱাত ; এডৱাৰ্ড গেইটৰ মতে ত্ৰয়োদশৰ শেষ ছোৱাত আৰু নন্দলাল দে'ৰ মতে আগছোৱাত। আকৌ এম্, এন্, ঘোষৰ মতে ই একাদশৰ শেষ ভাগত।

গেইটে দুৰ্লভ নাৰায়ণৰ ৰাজত্বতে সন্দেহ কৰে ; কিন্তু তেওঁৰ এই সন্দেহ যে অমূলক মূল আটাইকেইখন গুৰুচৰিতৰ উপৰি, আৰু হেম সৰস্বতীৰ বাহিৰেও কবিৰত্ন সৰস্বতী আদি কেবাজনো পূৰ্ব্ব-বৈষ্ণৱ কবিৰ ভণিতাই সুপ্ৰমাণিত কৰে। ৰামচৰণ ঠাকুৰে দুৰ্লভ নাৰায়ণৰ উৰ্দ্ধতন পাঁচ পুৰুষৰ বংশাৱলী দিয়াৰ উপৰিও, এটি অতি মূল্যবান সঙ্কেত দিছে ; সেয়ে হৈছে কমতাৰ ৰজা ধৰ্মপালৰ লগত দুৰ্লভনাৰায়ণৰ বিবাদ, সন্ধি আৰু সম্বন্ধ।



বাকীকেইখন গুৰুচৰিত ইমান বিশদ নহলেও স্থূলতঃ এই মতৰ সম্পূৰ্ণ সমৰ্থনকাৰী ; কিন্তু তেনে হলেও তেওঁৰ ৰাজত্ব কাল সম্পৰ্কে আন এটি সমস্যা উপস্থিত হয়।

কমতাৰ ৰজা ধৰ্মপালৰ ( তথা কামৰূপৰ সদৌ পালবংশী ৰজাৰ ) কাল লিপিমূলক প্ৰমাণৰ দ্বাৰা সুপ্ৰতিষ্ঠিত ; আৰু সেইমতে তেওঁৰ সমসাময়িক দুৰ্লভ নাৰায়ণৰ ৰাজত্ব দ্বাদশ শতিকাৰ প্ৰথমাৰ্দ্ধত। ইফালে এই দুজন ৰজাৰ সন্ধিৰ ফলত ধৰ্মপালৰ ৰাজ্যলৈ অহা সাতঘৰ কায়স্থৰ প্ৰধান লণ্ডাদেৱ ( তথা পুতেক চণ্ডীবৰ) শ্ৰীশঙ্কৰদেৱৰ ( ১৪৪৯-১৫৬৮ ) উৰ্দ্ধতন পঞ্চম পুৰুষ ; আৰু তিনি পুৰুষত এশ বছৰ ধৰা সাধাৰণ নিয়মেৰে সেই কাল নিমিলে।

শঙ্কৰদেৱৰ এই পূৰ্বপুৰুষসকলৰ বিষয়ে চৰিত-পুথিবোৰত এটা কথা স্থিৰ পোৱা হয়, তেওঁলোক অতি দীৰ্ঘজীৱী আছিল, আৰু ভাটি বয়সলৈকে সন্তান নোহোৱাত সূৰ্য্য বা আন কোনো দেৱতাৰ সাধনা কৰি পুত্ৰ লাভ কৰিছিল। এই বাবে অসমীয়া সাহিত্যৰ অধিকাৰীসকলে শ্ৰীশঙ্কৰদেৱৰ পৰিয়ালত এই ব্যতিক্ৰম স্বীকাৰ কৰি তিনি কুৰি বছৰত এপুৰুষ ধৰি আহিছে ; আৰু সেই অনুসাৰে লণ্ডাদেৱৰ কাল দ্বাদশ শতিকাৰ মাজ ভাগত পৰি দুৰ্লভনাৰায়ণ-ধৰ্মপালৰ ৰাজত্বত মিলি যায়। এম্, এন্ ঘোষেও এই ব্যতিক্ৰম মানি লৈছে ; গতিকে প্ৰমাণৰ অভাৱত কামৰূপৰ দ্বিতীয় ধৰ্মপাল বা দ্বিতীয় দুৰ্লভনাৰায়ণৰ অৱতাৰণা পাণ্ডিত্যৰ আড়ম্বৰ বুলি এৰিবলৈ আমি বাধ্য।

গুৰু-চৰিতত দুৰ্লভনাৰায়ণক গৌড়েশ্বৰ আৰু ধৰ্মপালক কামেশ্বৰ ( কামতেশ্বৰ ) বুলিছে যদিও মাজে মাজে খেলি-মেলিও আছে ; ইফালে হেম সৰস্বতী, কবিৰত্ন আদিয়ে তেওঁলোকৰ পৃষ্ঠপোষক ৰূপে দুৰ্লভনাৰায়ণক কমতাৰ ৰজাহে বুলিছে। তদুপৰি গ্ৰেজিয়াৰৰ মতে আৰু নন্দলাল দে'ৰ সমৰ্থন অনুসাৰেও খেনবংশী নীলধ্বজ ৰজাই ( ১২০৪-৫৬ ), কমতাপুৰ নগৰ পাতে আৰু শেষত সেই বংশৰ নীলাম্বৰৰ ৰাজত্বত ( ১৪৫৫-৯৮ ) ইয়াৰ ধ্বংস হয়। তেন্তে বুজিব লাগিব সেই ৰাজ্যতকৈ এই নাম অৰ্বাচীন।

গৌড় প্ৰতিষ্ঠাতা শঙ্কলাদিৱৰ ‘কোচ’ উপাধিও সেইদৰেই অৰ্বাচীন। ধৰ্মপালৰ তৃতীয় তাম্ৰলিপিত “কামৰূপ নগৰে নৃপোঽভৱৎ ধৰ্মপাল ইতি” বোলাৰ পৰা বুজিব লাগিব তেতিয়া তাৰ সেই নামেই আছিল। পুৰণি কামৰূপ

ৰাজ্যই গৌড়ক সদায় সামৰি আছিল, আৰু দুৰ্য্যোগৰ কালত বিশাল কামৰূপ ৰাজ্যৰ ভিন্ ভিন্ ছোৱাত ভিন্ ভিন্ ৰজাই ৰাজত্ব কৰিছিল। কামৰূপ ৰাজ্যৰ পশ্চিম সীমান্তৰ সিছোৱা দুৰ্লভনাৰায়ণে আৰু ইছোৱা ধৰ্মপালে ৰাজত্ব কৰা বাবেই তেওঁলোকক যথাক্ৰমে গৌড়েশ্বৰ আৰু কামেশ্বৰ বুলি পাছত উল্লেখ কৰিছে। গৌড় মানে বঙ্গ নহয়; স্বৰূপতে অকল মালদহ অঞ্চলহে আদিতে গৌড় আছিল।

ধৰ্মপালৰ পাছত প্ৰকৃততে আমি কোনো পালবংশী ৰজা থকাৰ লিপিমূলক প্ৰমাণ নাপাওঁ; লিপি আৰু চৰিত উভয়েই তাৰ কাৰণ সূচায়। ধৰ্মপালৰ পাছত তেওঁৰ ৰাজ্য দুৰ্লভেই আত্মসাৎ কৰে, গতিকে হেম সৰস্বতী, কবিৰত্ন আদিয়ে সম্ভৱ এই পাছৰ কালত দুৰ্লভৰ ৰাজসভাত থাকি তেওঁক কমতাৰ ৰজা বুলিছে। ৰামচৰণ ঠাকুৰে লিখিছে—

"ধৰ্মপাল ৰাজা আছিলেক কামেশ্বৰ।
তাহান্ত খাটয় যত ভূঞা নিৰন্তৰ॥
কামাখ্যা দেৱীয়ে যেৱে তাঙ্ক শাপ দিলা।
আপোনাৰ ৰাজ্য এৰি বিদেশক গৈলা॥ ২৫২৭
দেখিলেক লোক যেৱে ভৈলেক অৰাজ।
গাঁৱে গাঁৱে ভৈলা তেৱে সৱে ভূঞা ৰাজ॥
দুৰ্লভ নাৰা'ণ তাৰ বেলেগীয়া ভাই।
সিও কতো দিনে ৰাজা ভৈল এক ঠাই॥ ২৫২৮
বেহাৰৰ পৰা তিনি পহৰৰ বাট।
গড়িয়া নগৰ ৰাজা দুৰ্লভৰ পাট॥
যেৱে বিশ্বসিংহ কামৰূপে ভৈল ৰজা।
আপুনি বসিল আসি অসংখ্যাত প্ৰজা॥" ২৫২৯

কামাখ্যা দেৱীয়ে ধৰ্মপালক শাও দিয়া কথা এটা জন-কুসংস্কাৰ; বৰ্মন ৰজা-সকলৰ দিনৰ পৰা চলি অহা শৈৱ ধৰ্ম এৰি ধৰ্মপালে তেওঁৰ ৰাজত্বৰ শেষ ভাগত নৱ-বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰা কথাই তাৰ গুৰি। দুৰ্লভ "বেলেগীয়া ভাই" হলেও, সম্ভৱ পালবংশী আছিল; তেওঁলোকৰ ৰাজ্যৰ সম্পৰ্ক আদি আন কথাবোৰ গুৰু-চৰিতৰ বৰ্ণনাতেই অতি প্ৰাঞ্জল।



তেন্তে হেম সৰস্বতী দ্বাদশ শতিকাৰ শেষ ছোৱাৰ কবি; তেওঁৰ প্ৰহ্লাদ-চৰিত এতিয়া এশ-দেৰশ বছৰৰ আগৰ লিপিৰ পৰা উদ্ধাৰ কৰি-তাৰ প্ৰাকৃত বৰ্ণবিন্যাস বিচাৰিবলৈ যোৱা বিড়ম্বনা মাত্ৰ। তথাপি অকল ভাষাতেই নহয়, "কীৰ্ত্তন"ৰ অন্তৰ্গত "প্ৰহ্লাদ চৰিত্ৰ"ৰ লগত ইয়াৰ ভাব-গত পাৰ্থক্যও অনুভৱ কৰিব পাৰি। আৰম্ভৰ পৰাই ইয়াৰ বৰ্ণনাৰ বিশেষত্ব লক্ষ্য কৰিবলগীয়া—

"হিৰণ্যৰ পুত্ৰ ভৈলা বৈষ্ণৱ প্ৰহ্লাদ।
এক দিনা পিতা-পুত্ৰে লাগিলা বিবাদ॥
সেই দিনা প্ৰভু দেৱ জগতৰ পতি।
আদেশিলা বিবাদ লগাইলা সৰস্বতি॥
স্বামিৰ বচন দেৱি কৰি সিৰোগত।
প্ৰবেসিলা সৰস্বতি তাহাৰ কণ্ঠত॥
সেহি বেলা প্ৰহ্লাদ বৈষ্ণৱ ৰূপ ধৰি।
হিৰণ্যৰ আগে গৈয়া সুমৰিল হৰি॥"

যেতিয়া হিৰণ্যকশিপুৱে কোনো প্ৰকাৰে বলে নোৱাৰি ছলেৰে পুতেকক জিনিবলৈ বুলি ভাবলি লগালে,—

"এভো হেন কৰা, হৰি সুস্মৰা, থাকা মোৰ আজ্ঞা পালি।
মোৰ পুত্ৰ তোক, ৰাজ্য-ভাৰ দেওঁ, মাধৱক পাৰা গালি॥"

প্ৰহ্লাদৰ এই উভয়-সঙ্কটৰ অৱস্থা হেম সৰস্বতীৰ ৰচনাত প্ৰাণৱন্ত হৈ পৰিছে—

"হেন শুনি প্ৰহ্লাদে সুমৰে হৰি হৰি।
মাধৱক গালি মই পাৰোঁ কেন কৰি॥
মাধৱে সে পিতা-মাতা মাধৱসে প্ৰাণ।
মাধৱত পৰে কোন বন্ধু আছে আন॥
জত দেখা ব্যাঘ্ৰ জল স্থল গিৰি বন।
গজ-ভুজ সৱাতে আছন্ত নাৰায়ণ॥
তুমি আমি আদি কৰি তিনিও জগত।
সৱাতে আচন্ত হৰি সুহিকা বেকত॥"

সৰশেষত পিতা-পুত্ৰৰ ঈশ্বৰ-নিৰীশ্বৰ-বাদৰ যি বিবাদ হয়, সিও জীৱন্ত—

"হিৰণ্যাক্ষে বোলে অৰে শুনৰে বৰ্বৰ।
পুনৰপি নিন্দিলেঁাহো তোহাৰ উত্তৰ ॥
বোলা যে সৱাৰো গায়ে আছে দামোদৰ।
সৱ লোকে নোহে কিয় তাক সমসৰ।
কেহো সুখি কেহো দুখি বহুত অন্তৰ।
কেহো কাক বায়ে কেহো কৰয় নফৰ ॥
কেহো হস্তি স্কন্ধে চৰে হংস তুলি সোঁএ।
কেহো কেহো জনে কিয় তৃণক নপাৱে ॥
কেহো ভুঞ্জে ঘোল কিয় কেহো ভুঞ্জে খিৰ।
কেহো যে শ্ৰীমন্ত হোৱে কেহো হোৱে চোৰ ॥
একৰ জীৱনে হৌক সৱাৰে জীৱন।
একৰ মৰণে হৌক সৱাৰো মৰণ ॥
একৰ ভোজনে হৌক সৱাৰ ভোজন।
তেৱে জানো সৱাতে আছন্ত নাৰায়ণ ॥

তদুপৰি "হৰি ৰক্ষা কৰে যাক তাক মাৰে কোনে।" "মোহোৰ বংশত উপজিলা ধূমকেতু।" "আচাৰত ভিন্ন হৰি বিচাৰত এক :" আদি কথাবোৰ, শঙ্কৰদেৱ মাধৱদেৱৰ অনেক বাক্যৰ দৰেই প্ৰৱচনৰ উপযোগী।

---

## পঞ্চ-কাণ্ড পদ-ৰামায়ণ—মাধৱ কন্দলী

"পূৰ্ব কবি অপ্ৰমাদী মাধৱ কন্দলী আদি
বিৰচিলা পদে ৰাম-কথা।
হস্তীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ
মোৰ ভৈল তেহ্নয় অৱস্থা॥" ১৯১৬



শঙ্কৰ-সূৰ্য্যৰ আগমনি সূচাওঁতা পুৱতী ভোটা মাধৱ কন্দলীৰ সম্পৰ্কত শঙ্কৰদেৱে উত্তৰা কাণ্ডৰ ভাঙনিত এইদৰে লিখিছে—

কবিৰাজ কন্দলী যে আমাকেসে বুলি কয়
কৰিলেঁাহো সৰ্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহা মাণিক্য যে
ববাহ ৰাজাৰ অনুৰোধে ॥ ২৩
সাত (?) কাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলোঁ
লম্ভা পৰিহৰি সাৰোদ্ধৃত।
মহামাণিক্যৰ বোলে কাব্য-ৰস কিছু দিলোঁ
দুগ্ধক মথিলে যেন ঘৃত ॥ ২৪

লঙ্কা কাণ্ড ভাঙনিৰ সামৰণিত মাধৱ কন্দলীয়ে নিজৰ এইফেৰা চিনাকি দিছে; কিন্তু ইমানেই; ইয়াৰ বাহিৰে এই পুৱতী ভোটাৰ সকলো পৰিচয় আন্ধাৰে ঢকা! সৰহ নালাগে, তেওঁৰ পৃষ্ঠপোষক "ববাহ ৰাজা" মহামাণিক্য ততোধিক তমসাবৃত!

"কথা-চৰিত" মতে অনন্ত কন্দলীৰ ৰামায়ণ ওলোৱাত স্বপ্নত মাধৱ কন্দলীয়ে তেওঁক, অৰ্থাৎ তেওঁৰ ৰামায়ণখন, ৰক্ষা কৰিবলৈ শঙ্কৰদেৱক মিনতি জনালে। মাধৱ কন্দলীৰ ৰামায়ণত আদি কাণ্ড আৰু উত্তৰা কাণ্ড নোহোৱাত শঙ্কৰদেৱে নিজে "গোৰ"ত ধৰি উত্তৰা কাণ্ড লিখি "বঢ়াৰ পো"ক "আগত" ধৰি "আদিকাণ্ড" লিখিবলৈ দি "মিতা"কৰ ৰামায়ণ সাতকাণ্ড কৰিছিল; ই সুনিশ্চিত!

তেন্তে মাধৱ কন্দলীয়ে আদিতেও পাঁচ কাণ্ডহে ৰচিছিল নে কি? কোনোৱে কয় তেওঁৰ আদিকাণ্ড উত্তৰাকাণ্ড আহোম-কছাৰীৰ মাৰণৰ কালত হেৰাল। কোনোৱে আকৌ শঙ্কৰদেৱ মাধৱদেৱৰ কালতে নোহোৱা এই দুই কাণ্ড এতিয়া বিচাৰি বা সাজি উলিয়াই মাধৱ কন্দলীৰ মৰ্য্যাদা ৰক্ষা কৰিব খোজে! তদুপৰি নিৰপেক্ষ আন এশ্ৰেণী পণ্ডিতৰ মতে মূল বাল্মীকি ৰামায়ণৰ দৰেই মাধৱ কন্দলীৰ ৰামায়ণ পাঁচ কাণ্ডত সম্পূৰ্ণ হৈছিল। লঙ্কা কাণ্ডৰ শেষত উক্ত আত্ম-পৰিচয় দি সামৰণি মৰা কথাই তৃতীয় মতটো আৰু গধুৰ কৰে! "পাঁচ কাণ্ড ৰামায়ণ, পদ বন্ধে নিবন্ধিলোঁ" বুলিলেও পদৰ কোনো খতি-খুন

নহয়; গতিকে "পাঁচ" পাছত "সাত" হোৱাত আচৰিত হব লগাও একো নাই। এই বিচাৰো অতি লাগতিয়াল নহয়।

অকল আদি-কাণ্ড উত্তৰা-কাণ্ড নৱকৈ লিখি জোৰা দিয়াই নহয়, মাধৱ কন্দলীৰ "শুভ শুভ" সামৰণি গুচাই তাত বৈষ্ণৱ ভণিতাৰ "আঁচু ফুল" মাধৱদেৱে লগাই দিয়াও কথা-গুৰুচৰিতে প্ৰমাণিত কৰে। তদুপৰি কন্দলী মাধৱৰ পাঁচ কাণ্ড ৰামায়ণ থকা সত্ত্বেও নহয়, থকা হেতুকেহে, কন্দলী অনন্তই যে আকৌ সেই পাঁচ কাণ্ড ৰামায়ণ ভাঙনি কৰিব লগা হল, ইও একে ৰহস্যপূর্ণ; আৰু কন্দলী অনন্তই নিজেই সেই ৰহস্যৰ সম্ভেদ দিছে—

মাধৱ কন্দলী বিৰচিলা ৰামায়ণ।
তাক শুনি আমাৰ আকুল কৰে মন ॥
ৰামৰ সামান্য সস্ত কথা যথাৱত।
ভজনীয় গুণ যত নভৈল বেকত ॥
এতেক যতন কৰোঁ ভকতিৰ পদে।
সুবুলিবা নিন্দা সদা শুনা সভাসদে ॥

কন্দলী অনন্তৰ এই কথাৰ সত্যতা কন্দলী মাধৱৰ নিজ ৰচনা কিষ্কিন্ধ্যা কাণ্ডৰ সামৰণিত পোৱা হয়, "দেৱ বাণী" ৰূপে নহয় "লৌকিকসে কথা" বুলিহে ৰাম-কথা কৈছে—

"কবিসৱ নিবন্ধয় লোক ব্যৱহাৰে।
কতো নিজ কত্তো লন্তা কথা অনুসাৰে ॥
দেৱ-বাণী নুহি ইটো লৌকিক সে কথা।
এতেকে ইহাৰ দোষ নলৈবা সর্বথা ॥ ২৬।৭৮

ৰিজনি নহলেও, কৃত্তিবাসৰ বঙলা ৰামায়ণক মাধৱ কন্দলীৰ ৰামায়ণৰ পাৰীত বহুতে বহুৱাব খোজে; ই যেনে অৱান্তৰ, তেনে অন্যায়। কৃত্তিবাসৰ বাল্মীকি-ৰামায়ণ পঢ়িবৰ জোখাৰেও সংস্কৃত-সাহিত্য-জ্ঞান নাছিল; লোকৰ মুখত তাৰ সাধু শুনি তেওঁ নিজৰ কথা মিলাই বঙালী ৰামায়ণ ৰচিছে বুলি নিজে সৈ কাঢ়িছে—

"কৃত্তিবাস পণ্ডিত বিদিত সর্বলোকে।
পুৰাণ শুনিয়া গীত ৰচিলা কৌতুকে ॥



নাহিকে ই সৱ কথা বাল্মীকি বচনে।
বিস্তাৰিত লিখিল অদ্ভুত ৰামায়ণে ॥

দুর্ভাগ্যক্রমে অসমীয়া ৰামায়ণ পঢ়িবলৈ পাবলৈ নোহোৱা অৱস্থাত শ্ৰীৰামচন্দ্ৰৰ দুর্গোৎসৱৰ অকালবোধন, ভগৱতী-পূজা আদি অসংখ্য "মামুলি" কথা বহুতে সচা বুলি ধৰে। গোবৰৰ ভেৰৰ লাইৰ দৰে ভাব-প্ৰৱণ বঙালী কবিৰ কল্পনা-বিলাসিতাত পৰি কৌশল্যাৰ কোলাত বহি থকা ৰামচন্দ্ৰ—

"পৰম বৈষ্ণৱ তাৰা ভাই দুই জন।
চতুর্ভুজ ৰূপ দেখিলেক নাৰায়ণ ॥
শঙ্খ চক্ৰ গদা পদ্ম চতুর্ভুজ কলা।
কিৰীটি কুণ্ডল গলে হৃদে বনমালা ॥"

ইয়াৰ বিপৰীতে, মাধৱ কন্দলী সংস্কৃতত বিচক্ষণ পণ্ডিত আছিল, আৰু বাল্মীকি ৰামায়ণ ভালদৰে অধ্যয়ন কৰি তাৰ সাৰ কাঢ়ি লিখিছিল—

"বাল্মীকি ৰচিলা শাস্ত্ৰ গদ্য-পদ্য ছন্দে।
তাহাক বিচাৰ আমি কৰিয়া প্ৰৱন্ধে ॥
আপোনাৰ বুদ্ধি অর্থ যিমত বুঝিলোঁ।
সঙ্খেপ কৰিয়া তাক পদ বিৰচিলোঁ ॥" (কিষ্কিন্ধ্যা, ১৩।৭৪)

"পণ্ডিত লোকৰ যেৱে অসন্তোষ উপজয়
হাত যোৰে বোলোঁ শুদ্ধ বাক।
পুস্তক বিচাৰি যেৱে তৈত কথা নপাৱাহা,
তেৱে সৱে নিন্দিবা আমাক ॥" (লঙ্কা, ২৫)

ইংৰাজী সাহিত্যৰ বুৰঞ্জীৰ উপমা দিবলৈ হলে, ষোড়শ শতিকাৰ শ্বেক্সপীয়েৰৰ অগ্ৰদূত চতুর্দশ শতিকাৰ কবি চছাৰৰ দৰেই শঙ্কৰদেৱৰ অগ্ৰদূত সেই চতুর্দশ শতিকাৰে অসমীয়া কবি মাধৱ কন্দলী অতি প্ৰতিভাশালী আছিল। অসমীয়া ভাষাৰ এজন আদি কবি হলেও আৰু বাল্মীকিৰ ৰামায়ণৰ ছাঁ ললেও সেই পাঁচ কাণ্ডৰ ভিতৰেদি তেওঁ মৌলিক প্ৰতিভাৰ বিকাশ দেখুৱাইছে। হৰ-ধনু ভঙ্গ কৰি ৰাম-লক্ষ্মণে সীতাৰ সৈতে প্ৰৱেশ কৰোঁতে অযোধ্যাৰ বর্ণনা,

সুন্দৰা কাণ্ডত লঙ্কাৰ বৰ্ণনা, সকলোতে অসমীয়া কবিৰ মৌলিকতা প্ৰকাশ পাইছে।

বাল্মীকিৰ বৰ্ণনাৰ বাহিৰেও অন্যান্য সংস্কৃত কবিৰ বৰ্ণনায়ো অসমীয়া কবিৰ ৰচনা সঞ্জীৱিত কৰিছে। অযোধ্যা কাণ্ডত চিত্ৰকূট বৰ্ণনা-প্ৰসঙ্গ—

"চিত্ৰকূট পৰ্ব্বতক দেখিয়োক সীতা।
পকা আমে গৌৰ বৰ্ণে কৰিলে চৌভিতা॥
ওপৰত মেঘ যেন দেখিয় শোভন।
বাঢ়িল নিকালি যেন পৃথিবীৰ স্তন॥"

ইয়াক কালিদাসৰ পূৰ্বমেঘৰ অষ্টাদশ শ্লোকৰ ছাঁ বুলিব পাৰি—

"ছন্নো পান্তঃ পৰিণত ফলদ্যোতিভিঃ কাননাম্ৰৈ
স্বয্যাৰুঢ়ে শিখৰমচলঃ স্নিগ্ধবেণী সবৰ্ণে।
নূনং যাস্যত্যমৰমিথুন-প্ৰেক্ষণীয়ামৱস্থাং
মধ্যে শ্যামঃ স্তন ইব-ভুবঃ শেষবিস্তাৰ পাণ্ডুঃ॥"

অযোধ্যা কাণ্ডৰ মাধৱ কন্দলীৰ সীতাৰ ৰূপ-বৰ্ণনা, আৰু শঙ্কৰদেৱৰ ৰাম-বিজয় নাটত সীতাৰ আৰু ৰুক্মিণীহৰণ কাব্য আৰু নাটত ৰুক্মিণীৰ ৰূপ-বৰ্ণনা তুলনীয়। তদুপৰি অৰণ্য কাণ্ডত প্ৰথম অধ্যায়ত উৰ্মিলাৰ আৰু সীতাহৰণৰ পূৰ্ব মুহূৰ্ত্তত ৰাৱণৰ মুখেদি সীতাৰ ৰূপ-বৰ্ণনাও অতি বিতোপন। স্ত্ৰী-চৰিত্ৰ আৰু তিৰুতাৰ ভিতৰ-জগতৰ গোপন সত্য সীতাৰ এফাকি কথাত ব্যক্ত হৈছে, ৰামে সীতাক এৰি বনলৈ যাব খোজাত—

"চম্পক কলিকা যেন মোৰ কলেৱৰ।
লুণ্ডি-ঘুণ্ডি আছিলাহা যেহেন ভ্ৰমৰ॥
যেৱে আসি বিকশিত ভৈল ফুল-ফল।
উপভোগ এৰি কেন কৰাহা নিস্ফল॥"

মনস্তত্ত্বমূলক বৰ্ণনাতো কবি কেনে সিদ্ধহস্ত অযোধ্যা কাণ্ডৰ ৰাম-দশৰথৰ পৰস্পৰ ওপৰা-উপৰি কথাৰ পৰা বুজিব পাৰি—

"সুমন্ত্ৰ মন্ত্ৰীক, বুলিলন্ত ৰামে, শীঘ্ৰে ৰথখান ডাক।
'শুনৰে সুমন্ত্ৰ নাডাকিবি ৰথ', দশৰথে দেন্ত হাক॥



'ন যা থাক থাক' 'ডাক ডাক ডাক', উথলিল দুই ৰোল।
সুমন্ত্ৰ মন্ত্ৰীৰ মন দোধা ভৈল, কৰয় চিত্ত আন্দোল॥"

সেই একেদৰেই বিভৎস আৰু হাস্য ৰসৰ অৱতাৰণাতো কবি কেনে পাকৈত আছিল সুন্দৰা কাণ্ডৰ ৮ম-৯ম অধ্যায়ত ৰাক্ষসৰ আৰু চতুৰ্দ্দশ অধ্যায়ত ৰাক্ষসিনীবোৰৰ বৰ্ণনাত প্ৰকাশ পাইছে।

সৰাৰো উপৰি, মাধৱ কন্দলীৰ চৰিত্ৰ-অঙ্কন অতি প্ৰশংসনীয়। অসমীয়া কবিৰ ৰামচন্দ্ৰ বাল্মীকিৰ ৰামচন্দ্ৰৰ দৰেই এজন আদৰ্শ পুৰুষ, মহামানৱ! অসমীয়া কবিৰ সীতাও, বাল্মীকিৰ সীতাৰ দৰেই, আদৰ্শ শক্তিৰূপা;—কৃত্তিবাসৰ সীতাৰ নিচিনা ভীতা, অবলা নহয়। সীতাহৰণৰ সময়ত যি ৰাৱণক দেখি—"তমুগ্ৰং পাপকৰ্মাণং জনস্থানগতা দ্ৰুমাঃ। সংদৃশ্য ন কম্পতে ন প্ৰবাতি স মাৰুতঃ॥ শীঘ্ৰস্ৰোতাশ্চ তং দৃষ্ট্বা বীক্ষন্তং ৰক্তলোচনম্। স্তিমিতং গন্তমাৰেভে ভয়াদ্ গোদাবৰী নদী॥" সেই ৰাৱণে অকলে পাই হৰিব খোজাত অসমীয়া কবিৰ সীতা উত্তৰত কি নিৰ্ভীকা! মুঠতে, কৃত্তিবাসৰ ৰাম-সীতা বঙালীৰ; আৰু মাধৱকন্দলীৰ ৰাম-সীতা, বাল্মীকৰ ৰাম-সীতাৰ দৰেই, অসমীয়াৰ, তথা ভাৰতীয়ৰ, আদৰ্শ নৰ-নাৰী, তথা দেৱ-দেৱী।

---

## দিনেকীয়া পদ-মহাভাৰত—কবীন্দ্ৰ পাত্ৰ

"বাঙ্গলাৰ ইতিহাস" লেখক ৰাখালদাস বন্দোপাধ্যায়ে তেওঁৰ পুথিৰ ২৬২ পিঠিত আৰু "বঙ্গভাষা ও সাহিত্য" লেখক দীনেশচন্দ্ৰ সেনে তেওঁৰ গ্ৰন্থৰ ১৫৮ পিঠিত "পৰাগল খাঁৰ আদেশে" এজন "কবীন্দ্ৰ পৰমেশ্বৰ" নামৰ কবিয়ে "বাঙ্গালা ভাষায়" মহাভাৰতৰ ভাঙনি কৰিছিল বুলি উল্লেখ কৰিছে; আৰু তাৰ ভাষা "প্ৰাচীন" আৰু "জটিল" পাই ভাক পৰাগল খাঁৰ দেশ চট্টগ্ৰামৰ স্থানীয় ভাষা বুলিছিল।

ঠিক এই একে পুথিৰে আৰু তিনিটি নকল অসমৰ গৌৰীপুৰ ৰাজ-পুথি-ভঁৰালত পাই এই কুৰি শতিকাৰ কুৰিবোৰৰ শেষ ভাগত পণ্ডিত গৌৰীনাথ

শাস্ত্ৰীয়ে ছপা কৰি উলিয়ালে। তাৰ পৰা দেখিবলৈ পোৱা হল কবিৰ নাম কবীন্দ্ৰ পাত্ৰ, পদৰ "কবীন্দ্ৰ পৰম যত্নে" পাঠ লিপিকাৰ আৰু গৱেষকৰ "পাল্লা"ত পৰি "কবীন্দ্ৰ পৰমেশ্বৰ" হল। স্বৰূপতে তেনে নাম স্বাভাৱিকো নহয়।

কোচবেহাৰ ৰাজ্যৰ থাপনা-পাতোঁতা বিশ্বসিংহৰ ৰাজ-সভাত সাৰ্বভৌম নামে এজন মৈথিল পণ্ডিত আছিল। তেওঁৰ নিৰ্দেশ মতেই নৰহৰি বোলা এজন মৈথিল কায়স্থ বিশ্বসিংহৰ মন্ত্ৰী হয়হি। নৰহৰিৰ পুতেক পয়োনিধি দীৰ্ঘজীৱী নাছিল। তেওঁৰ পুতেক বাণীনাথৰ বিদ্যাৰ উপাধি কবীন্দ্ৰ; ১৫৮০ খৃঃ লৈকে তেওঁ নৰনাৰায়ণৰো মন্ত্ৰী আছিল, এই মন্ত্ৰীত্বৰ উপাধি 'পাত্ৰ'। মল্লদেৱ (নৰনাৰায়ণ) আৰু শুক্লধ্বজ (চিলাৰায়) বিদ্যাপীঠ কাশীধামত থাকোঁতে বাণীনাথ তেওঁলোকৰ সহচৰ আছিল (বঙলা "কায়স্থ পত্ৰিকা", ১৩৩২ সাল)। দৰং-ৰাজবংশাৱলীতো এওঁৰ উল্লেখ আছে—

"সেহি বেলা যুৱৰাজ শুক্লধ্বজ ৰাই।
হেন বাক্য বুলিলন্ত নৃপতিৰ ঠাই॥
হেৰম্ব নামেৰে ৰাজা আছে হেৰ্ম্বেশ্বৰে।
তাক লাগি মোক দাদা পাঠিয়ো সত্বৰে॥
ৰাজা বোলে যায়ো বাপু বিলম্ব নকৰি।
কবীন্দ্ৰ পাত্ৰক নিয়োক লগে কৰি॥"

দুৰ্ভাগ্যক্ৰমে সম্পাদক শাস্ত্ৰী অসমীয়া ভাষাৰ সপক্ষ নাছিল, অথচ তেওঁ এই পুথিৰ ভাষা বঙলাও বুলিব নোৱাৰিছিল। গোৱালপাৰা, কোচবিহাৰ, ৰংপুৰ, জলপাইগুৰি, বগুৰা অঞ্চলক তেওঁ ৰাজবংশী ভাষা বুলিছে; কিন্তু হাতে-লিখা পুথিৰ অসমীয়া আখৰ, শব্দাৱলী আৰু ব্যাকৰণৰো ঠায়ে ঠায়ে বঙলা গঢ় দি তেওঁ কিতাপখনৰ বঙলাতে সম্পাদন কৰিছে!

কবীন্দ্ৰ মহাভাৰত "পৰাগলী মহাভাৰত" বা "চট্টগ্ৰামেৰ প্ৰাচীন ভাষায় লিখিত" বুলিবৰ হেতু পুথিৰ পদতে আছে—

"নৃপতি হুসেন সাহ গৌড়েৰ ঈশ্বৰ।
তান হক সেনাপতি হওন্ত লস্কৰ॥



লস্কৰ পৰাগল খান মহামতি।
সুৱৰ্ণ বসন পাইল অশ্ব বায়ুগতি॥
লস্কৰী বিষয় পাই আইবন্ত চলিয়া।
চাটিগ্ৰামে চলি গেল হৰষিত হইয়া॥
পুত্ৰে-পৌত্ৰে ৰাজ্য কৰে খান মহামতি।
পুৰাণ শুনন্ত নিতি হৰষিত মতি॥"

আলাউদ্দিন হুছেন খাহ গৌড়ৰ সম্ৰাট (১৪৯৪-১৫২৫), আৰু পৰাগল খাঁ তেওঁৰ এজন সেনাপতি আছিল। এওঁৰে ইচ্ছা অনুসৰি যে কবীন্দ্ৰই এই ৰামায়ণ ৰচিছিল সিও সুস্পষ্ট—

"লস্কৰ পৰাগল খান শুনন্ত কাহিনী।
যেন মতে পাণ্ডৱে হাৰাইল ৰাজধানী॥...
এহিসব কথা (মোত) কহ সংক্ষেপিয়া।
দিনেকে শুনিতে পাই পাঁচালী ৰচিয়া॥
তাহাৰ আদেশ মাত্ৰ মস্তকে কৰিয়া।
কবীন্দ্ৰ পৰম যত্নে পাঁচালী ৰচিয়া॥"

অসমীয়া ভাষাৰ সপক্ষ নহলেও, সম্পাদক শাস্ত্ৰীয়েও নকৈ পৰা নাই—"দীনেশ বাবু ইহাও লিখিয়াছেন যে চট্টগ্ৰামে তিনি যে সকল পুঁথি পাইয়াছেন তাহা চট্টগ্ৰামেৰ প্ৰাচীন ভাষায় লিখিত, স্থানে স্থানে এত জটিল যে অৰ্থ পৰিগ্ৰহ কৰা যায় না। আমি কিন্তু চট্টগ্ৰাম হইতে এই সুদূৰ স্থানে বাস কৰিয়া ঐ পুস্তকেৰ ভাষাৰ জটিলতাৰ কিছুই অনুভব কৰিতেছি না। আমাদেৰ কাছে উহা অতি সহজ এবং উহা আমাদেৰ এ অঞ্চলে (ধুবুৰীতে) প্ৰচলিত কথিত ভাষা .." (ভূমিকা)

তেন্তে কথা এয়ে ঠিক, ৰাজকাৰ্য্যৰ পৰা অৱসৰ লৈ পৰাগল খাঁ "চট্টগ্ৰামে চলি গৈলা হৰষিত হইয়া।" যাওঁতে লগত এই কবীন্দ্ৰ মহাভাৰতৰ এটি নকল লৈ গৈছিল, আৰু তাত এই মহাভাৰত 'পুৰাণ শুনন্ত নিতি হৰষিত মতি।' আৰু এই "সৰু কথাই বৰ। অলপ তাপেই জৰ॥" হৈ ই চট্টগ্ৰামৰ প্ৰাচীন ভাষা হৈ পৰিল গৱেষণা প্ৰত্নতত্ত্ব-জালত!

কবীন্দ্ৰ মহাভাৰত বঙলা কাশীদাস মহাভাৰতটকৈ যে বহুত আগৰ তাত সন্দেহ নাই ; সম্ভৱ ই ৰাম সৰস্বতীৰ মহাভাৰতটকৈও অলপ আগৰ হব। কাশীদাসী সম্ভীয়া মহাভাৰত অসমকে আদি কৰি প্ৰায় সমগ্ৰ উত্তৰ ভাৰতত বিয়পি নপৰালৈকে অন্ততঃ বৰ্ত্তমান উত্তৰ বঙ্গ আৰু নামনি অসমত কবীন্দ্ৰ মহাভাৰতৰ বিপুল প্ৰচলন আছিল বুলি অনুসন্ধানৰ পৰা জানিব পাৰি।

"যাহা নাই ভাৰতে, তাহা নাই ভাৰতে।" মহাভাৰতত নোহোৱা কথা পৃথিবীতে নাই বুলিও কয়। এনে মহাভাৰত এখনি এদিনত শুনি আঁতাৰ পৰাকৈ পদত ৰচনা কৰা সামান্য কবি-প্ৰতিভা আৰু এলা-পেচা পাণ্ডিত্যৰ কথা নহয়। কবীন্দ্ৰই মূল সংস্কৃত মহাভাৰতকে আগত লৈ তেওঁৰ, সম্ভৱ এই প্ৰথম, দেশী ভাষাৰ মহাভাৰত যে লিখিছিল, দীনেশ সেনে দেখুওৱা উদাহৰণটিৰ পৰাই বুজিবলৈ বাকী নাথাকে—

"মূৰ্দ্ধি, ত্বাং বাসয়েয়ং বৈ সংসয়ো মে ন বিদ্যতে।
ন চেদিচ্ছতি ৰাজা ত্বাং গচ্ছৎ সৰ্ব্বেন চেতসা ॥
স্ত্ৰিয়ো ৰাজকুলে যাশ্চ যাশ্চেমা মম বেশ্মনি।
প্ৰসক্তাস্তাং নিৰীক্ষন্তে পুমাংসং কং ন মোহয়েঃ ॥
ৰাজা বিৰাটঃ সুশ্ৰোণি দৃষ্ট্বা বপুৰ মানুষম্।
বিহায় মাং বৰাৰোহে ত্বাং গচ্ছেৎ সৰ্ব চেতসা ॥
অধ্যাৰোহেদ্ যথা বৃক্ষান্ বধায়ৈবাত্মনো নৰঃ।
ৰাজবেশ্মনিতে সুক্ৰ অহিতং স্যাত্তথা মম ॥
যথাচ কৰ্কটী গৰ্ভমাধত্তে মৃত্যুমাত্মনঃ।
তথাবিধমহং মন্যে বাসন্তৱ শুচিস্মিতে ॥

"মাথে কৰি তোমাকে ৰাখিতে আমি পাৰি ॥
স্ত্ৰীসৱ দেখিলে তোকে নাৰে পাসৰিতে।
পুৰুষ কিমতে ধৈৰ্য্য পাৰয়ে ধৰিতে ॥
ৰাজাই দেখিলে তোক মজিবেক মন।
বলে কৰি ধৰিবেক ৰাখিবেক কোন ॥
আপন কণ্টক মুক্তি আপনে কৰিব।
মৃত্তিকাতে বিষ-বৃক্ষ আপনে ৰোপিব ॥



কৰ্কটীৰ গৰ্ভ যেন মৃত্যুৰ কাৰণ।
তথা বিধ মানি আমি তোমাৰ ধাৰণ ॥"

কবীন্দ্ৰ পাত্ৰ যেনে কবি, তেনে মন্ত্ৰী আৰু তেনে যোদ্ধা আছিল। গুৱাহাটীৰ আগৰ কমিশ্যনাৰ অফিছত নৰনাৰায়ণৰ আগত চিলাৰায় আৰু তেওঁৰ লগতে কবীন্দ্ৰ অন্যান্য বিষয়াবিলাকৰ লগত যুদ্ধৰ সাজ পিন্ধি থকা এখনি বিতোপন চিত্ৰ সুৰক্ষিত আছিল। বাণীনাথ কবীন্দ্ৰ পাত্ৰ বিচক্ষণ অসমীয়া ছাৰ ফিলিপ ছিদ্‌নি।

---

# ৰামায়ণী গীত—দুৰ্গাবৰ কায়স্থ

পূৰ্ব্ব-বৈষ্ণৱ অসমীয়া সাহিত্য পাৰদৰ দৰে চঞ্চল ; অন্ততঃ তাৰ কবি সকলক, আন নালাগে একেজন কবিকে বিভিন্ন ভণিতাৰ পৰা, বৈষ্ণৱ বুলি ঠাৱৰাবলৈ যোৱা নিৰাপদ নহয়। তথাকথিত প্ৰাক্‌বৈষ্ণৱ কবি হৰিহৰ বিপ্ৰৰ অশ্বমেধ পৰ্ব্বৰ ভাঙনিৰ ভণিতাৰ আত্মপৰিচয়ত আছে—

"জয় জয় নৰপতি, দুৰ্লভ নাৰা'ণ ৰজা, কামৰূপে ভৈলা বীৰবৰ।
সপুত্ৰ, বান্ধৱে যেৱে, সুখে ৰাজ কৰন্তোক, জীৱন্তোক সহস্ৰ বৎসৰ ॥
তাহান ৰাজ্যত থিত, সাধুজন মনোনীত, অশ্বমেধ বিৰচিত সাৰ।
বিপ্ৰ হৰিহৰ কই, গৌৰীৰ চৰণ সেই, পদবন্ধে কাৰিলোঁ প্ৰচাৰ ॥"

ঠিক এই ভণিতাৰ আত্ম-পৰিচয়ৰ পাঠান্তৰত পোৱা হয়—

"জয় জয় নৃপবৰ, দুৰ্লভ নাৰা'ণ ৰাজা, কামাখ্যা গোসানী দেন্ত বৰ ;
সপুত্ৰ-বান্ধৱে নিতে, সবান্ধৱে মনোনীতে, জীৱন্তোক সহস্ৰ বৎসৰ ॥
তাহান ৰাজ্যত থিত, সৰ্ব্বজন মনোনীত, অশ্বমেধ পদমধ্যে সাৰ।
বিপ্ৰ হৰিহৰ কৰি, হৰিৰ চৰণ সোঁৱৰি, পদবন্ধে কৰিলোঁ প্ৰচাৰ ॥"

ইয়াত কবি "গৌৰী"ৰ নে "হৰি"ৰ, নে দুইৰো, সেৱক, ধৰা আহুকাল। অন্যতম মুখ্য মনসা কবি দুৰ্গাবৰে সেইদৰে ৰামায়ণী গীত ৰচিছিল ; আৰু

সেই ৰামায়ণী গীতৰে ভণিতাৰ বিভিন্ন সময়ত বিভিন্ন বৰণ দেখিবলৈ পোৱা হয়।—

"সৰস্বতী চৰণত, কবি শিৱ অৱনত, কবিবৰ দুৰ্গাবৰে ভণে।"

"ৰামৰ চৰণ সেৱি, ৰচিলা ই গীত ছবি, দুৰ্গাবৰ মহাভক্তি মনে॥"

এইদৰে "পাৰ্বতী," "ব্ৰহ্মাণী," "সৰস্বতী"ৰ সেৱক হোৱাৰ উপৰি ৰামৰ ভক্ত হোৱা কথা অস্বাভাৱিক হেন লাগিলেও, জটায়ুৰ কাহিনীত আছে—

'জটায়ু বোলন্ত হেন নুবুলিবা মোক।
যেৱে দয়া আছে তেৱে নকৰিবা শোক॥
আত পৰে ভাগ্য কোন আছয় আমাৰ।
তোমাৰ প্ৰসাদে পাইবোঁ সংসাৰৰ পাৰ॥
নিজ কৰ্মে হওঁ প্ৰভু যেহি সেহি গতি।
সেহি সেহি জন্মে হৌক তোমাত ভকতি॥
বৈষ্ণৱৰ সঙ্গতেসে ৰহোক সৰ্বথা।
মুখে তবু যশ গাইবোঁ কৰ্ণে তবু কথা॥"

এনে পদৰ ভাবা দুৰ্গাবৰৰ অন্য গীতৰ ভাষাৰ তুলনাত যেনে অৰ্বাচীন যেন লাগে, ভাৰতো ই এটকা বৈষ্ণৱৰ ভক্তিমূলক ৰচনাতকৈ এফেৰিও হীন হব নোৱাৰে। গতিকে মাধৱ কন্দলীৰ নামত সাঙৰি দিয়া "দেৱজিত" পুথিৰ দৰে যদিহে বে-নামী বা প্ৰক্ষিপ্ত বোলা নহয়, তেন্তে ইয়াক কি বুলিব পৰা হয় কোৱা টান।

কৃষ্ণ-কীৰ্ত্তন প্ৰসঙ্গত কৈ অহা হৈছে অকল কৃষ্ণক নায়ক ৰূপে কাব্যত ব্যৱহাৰ কৰা বাবেই চণ্ডীদাস কিয়, বিদ্যাপতি আৰু জয়দেৱকো বৈষ্ণৱ কবি বুলিব নোৱাৰি; আৰু কৃষ্ণৰ নাম থকা সত্ত্বেও সেইবোৰক ধৰ্ম-সাহিত্যৰ শাৰীত ঠাই নিদি লৌকিক সাহিত্যৰ লগতে বহুৱাব লাগিব। চণ্ডীদাস বিদ্যাপতি প্ৰত্যেকেই দেৱী-উপাসক আছিল, আৰু ঘাইকৈ বিদ্যাপতিৰ দেৱী-উপাসনামূলক গীতবোৰতহে তেওঁৰ আপোন সুৰ বাজি উঠিছিল; ৰাধা-কৃষ্ণৰ গীতবোৰ লৌকিক অনুৰাগৰ নিদৰ্শন স্বৰূপ। এই বিচাৰে জয়দেৱৰ গীত-গোবিন্দ, বিদ্যাপতি আৰু চণ্ডীদাসৰ ৰাধা-কৃষ্ণ মূলক প্ৰীতি-গাতবোৰৰ সাহিত্যিক সৌন্দৰ্য্যত অকণো ঘৃণ নলগায় নিশ্চয়।



দুৰ্গাবৰৰ ৰামায়ণ গীত প্ৰচুৰ; সেইবোৰে চাৰি পাঁচ কাণ্ড ব্যাপি আছে আৰু তাত তেওঁৰ কবিত্ব গুণ বিকশিত হৈছে। মায়া-মৃগ খেদি উলটি আহি সীতাক নাপাই ৰাম ব্যাকুল হৈ চেতন-অচেতন সকলোতে সীতাৰ বাতৰি সোধা বিৱৰণ অতি বিতোপন।—

"শশীমুখী বুলিয়া যে কান্দন্ত ৰাঘৱ।
হাহা কৈক গৈলি মোৰ ৰমনী বান্ধৱ॥..
চকোৰাৰ সমীপ চাপিলা হৃষিকেশ।
ধীৰে ধীৰে পোছয় বচন উপদেশ॥
আকুল কুৰঙ্গ আমি কৈয়ো এক বাৰ্তা।
যাইতে দেখিলি কি জনক-দুহিতা॥
একেশ্বৰে গৈলা কিবা অনেকে সহিতে।
পূৰুব পছিম কিবা দখিণ দিশতে॥
বা বৈশন্ত কিবা অগ্নি কোণ যে নৈঋত।
কোন পথে গৈলা সীতা কহ স্বৰূপত॥"

এনে বৰ্ণনাই শ্ৰীশঙ্কৰদেৱৰ ৰাস-ক্ৰীড়াৰ "উচ্চ বৃক্ষ দেখি সোধে সাদৰি" বুলি আৰম্ভ হোৱা অনুপম কবিতাটিলৈ মনত পেলায়। দুৰ্গাবৰৰ আত্ম-পৰিচয়-মূলক ভণিতাত—

"কমতা ঈশ্বৰ বন্দো বিশ্বসিংহ নৃপবৰ।
আটচল্লিশ মহিষী বন্দো ওঠৰ কোঞৰ॥
নীলাচল নামে গ্ৰাম সংসাৰত সাৰ।
আছয় পাৰ্বতী অসুৰৰ ক্ষয়ঙ্কাৰ॥"

"কায়স্থ শ্ৰীধৰ, তান পুত্ৰ দুৰ্গাবৰ, বিৰচিলা গীত বিতোপন।
বাহুবল্ল থিকদাৰ, গন্ধৰ্ব যে অৱতাৰ, সৰ্বক্ষণে ব্ৰহ্মাণী প্ৰসন্ন॥"

বিশ্ব সিংহৰ ৰাজত্বৰ (১৫১৫-৪০) কবি ৰূপে দুৰ্গাবৰ শঙ্কৰদেৱৰ বৈষ্ণৱ সৌৰ-জগতৰ বাহিৰ হলেও অযোগ্য সমসাময়িক কবি নাছিল নিশ্চয়।

---

## "জিলিঙনি" সম্পৰ্কে ন-পুৰণি মতামত

"অসমীয়া সাহিত্যৰ জিলিঙনি" পাইছোঁ। অসমীয়া গীত-ৰাগ-পদৰ সৌন্দৰ্য্য বিচাৰি উলিয়াই তোমাৰ চেনেহী ভাষাৰ অফুৰন্ত গৌৰৱ তুমি বঢ়াব লাগিছা। কি গদ্য, কি পদ্য, সকলোতে তোমাৰ সিদ্ধ হাত।"

**ৰজনীকান্ত বৰদলৈ**

"অসমীয়া সাহিত্যৰ জিলিঙনি" আগ্ৰহেৰে মেলি লৈ পঢ়ি চাই পৰম সন্তোষ পালোঁ। আপোনাৰ পৰিশ্ৰম সাৰ্থক হৈছে। সুধীবৃন্দই এই পুথি পঢ়ি নিশ্চয় সোৱাদ পাব। আমাৰ ভাষাত সমালোচনাৰ পুথিৰ বৰ অভাব। এই পুথিয়ে সেই অভাৱ কিছু পৰিমাণে দুৰ কৰিলে। সাহিত্য-ক্ষেত্ৰত আপোনাৰ অদম্য উত্তম আৰু অক্লান্ত পৰিশ্ৰম দেখি মোহিত হৈছোঁ। ঈশ্বৰে আপোনাক দীৰ্ঘায়ু কৰক। ভিন্ ভিন্ যুগৰ অসমীয়া সাহিত্য বিশেষ মনোযোগেৰে আৰু শ্ৰদ্ধাৰে অধ্যয়ন কৰি আপুনি অসমীয়া সাহিত্যৰ পদুমনিত যি জিলিঙনি পেলালে সি সচাকৈয়ে যেন "জিলিঙনি এটি আহি পদুম বনত, সৰগৰ ৰহন ঢালিছে।" এই পুথি বিশ্ববিদ্যালয়ৰ এম্-এ শ্ৰেণীৰ পাঠ্য হব বুলি আশা কৰোঁ।"

আনন্দচন্দ্ৰ আগৰৱালা

"সাহিত্য-প্ৰাণ শ্ৰীযুত ডিম্বেশ্বৰ নেওগ দেৱৰ ৰচনা পঢ়ি আমাৰ মনত ভাবৰ জোৱাৰ উঠিছে; তেওঁৰ চিন্তা-ধাৰা আৰু দৃষ্টি-ভঙ্গীয়ে আমাক আনন্দ দিছে। বাস্তৱতে আধুনিক যুগত বিচিত্ৰ সাহিত্যৰ সৃষ্টি কৰি শ্ৰীযুত ডিম্বেশ্বৰ নেওগে প্ৰমাণ কৰিছে সুকুমাৰ কলা আৰু বিজ্ঞান একেটা মোহৰৰে ইফাল আৰু সিফাল। অসমীয়া সাহিত্যৰ বিষয়ে ধাৰাবাহিক তথ্য আৰু অভিজ্ঞতা সঞ্চাৰ কৰি জীৱনৰ নানান ঘাত-প্ৰতিঘাতৰ মাজতো গীত, পদ, মালিতা, বিবিধ কাব্য-আলোচনা গ্ৰন্থ, আন কি বিজ্ঞানৰ পুথি লিখিও শ্ৰীযুত নেওগে অসমীয়া ভাষাৰ সাহিত্যৰ সেৱা কৰি আহিছে। তেওঁৰ দীঘলীয়া সাহিত্য-সাধনা আৰু গ্ৰন্থৰাজিয়ে তেওঁৰ সুনাম অসমীয়া সমাজত চিৰকাল জিলিকাই-ৰাখিব।"

**আকাশ-বাণী**

# অসমীয়া সাহিত্যৰ অধ্যয়ন

## চতুৰ্থ পুথি

### নৱজন্ম সূচক নৱ-বৈষ্ণৱ সাহিত্য

১। কীৰ্ত্তন-কাব্যকোষ
২। ৰুক্মিণীহৰণ অঙ্ক
৩। চোৰধৰা অঙ্ক
৪। যুনুচা-যাত্ৰা কাব্য
৫। কাণখোৱা কাব্য
৬। ভীম-চৰিত কাব্য
৭। জন্মযাত্ৰা অঙ্ক

শ্ৰীডিম্বেশ্বৰ নেওগ

গুৱনী প্ৰকাশ
ভিষ্‌পুৰ, গুৱাহাটী
১৯৬৩

# উছগা

"স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ মঙ্গল মন্দিৰৰ সিংহদুৱাৰ" মাতৃভাষাৰ সিংহপুৰুষ ;
"অসমীয়া জাতিৰ উন্নতিৰ প্ৰথম ঢাপ" বুলি বৰ্ত্তমান সাহিত্যৰ ওখ গড়
বান্ধোতা ; অনুপম বৈষ্ণৱ সাহিত্যৰ ৰত্ন-ভাণ্ডাৰৰ পৱিত্ৰ "ছিছেম্ ফাঁক"
মন্ত্ৰ উচ্চাৰোঁতা ; "আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হম"
বুলি মৰা-মুৰ্জা জাতিৰ মুখত সঞ্জীৱনী ঢালোঁতা ; অবিশ্বাসত
বিশ্বাস আৰু নিৰাশাত আশাৰ পোহৰ-বিলাওঁতা ;
নাটক, উপন্যাস, হাঁহি, সাধু, গীত, কবিতা, সমা-
লোচনা আদি সদৌ বিভাগতে লখিমী-
হাত বুলাই ঠন ধৰাওঁতা ; "বাঁহীৰ"
সুৰেৰে অসমীয়াৰ হৃদয়-যমুনা
বাউলী কৰোঁতা, শক্তি-
ধৰ অধিনায়ক

## লক্ষ্মীনাথ বেজবৰুৱাৰ

পূত সোঁৱৰণত

# "কীৰ্ত্তন"—শ্ৰীশঙ্কৰদেৱৰ

সিদিনা শৰতৰ বিতোপন চন্দ্ৰাৱলী ৰাতি। বিমল ৰূপালী কিৰণ ঢালি জোনায়ে পূবত দেখা দিছে। দৃশ্য বৃন্দাবন ; কাষেদি যমুনা বৈ গৈছে। বন-বনান্ত আৰু যমুনাৰ বালি অপূৰ্ব্ব ৰশ্মিৰে ৰঞ্জিত হৈ উঠিছে। এই অপূৰ্ব্ব শোভাত বিশ্ব-ৰসিকৰ চিত বিনোদিত হল ; মুখত বাঁহীটি লৈ তেওঁ সেই বিনন্দীয়া দৃশ্যৰ ফালে চাই তাত আঙুলি বুলাবলৈ ধৰিলে। চকুৰ পচাৰতে অসংখ্য দিব্যাঙ্গনা সেই সঙ্গীতত মুগ্ধ হৈ নামি আহিল। অ' নহয়—তেওঁলোক ব্ৰজবাসিনী, গোকুলৰ গোপিকা ; কৃষ্ণৰ মোহন মুৰলী শুনি তেওঁলোকৰ সংজ্ঞা হৰিল, হৃদয়-তন্ত্ৰী তন্ময় ভাবত স্পন্দিত হল। হাতৰ দহ বন কাতি কৰি, কোলাৰ কেচুৱা পেলাই থৈ ব্ৰজৰ জীয়ৰী-বোৱাৰী ঘৰৰ বাহিৰ হৈ ঢাপলি মেলিলে। কি অতুলন সেই সঙ্গীতৰ প্ৰভাৱ! কেচুৱাই ঘৰ খলক্ লগাইছে, আখাৰ পৰা গাখীৰ উতলি পৰিছে, তালৈ উলটি চাবলৈ আহৰি কত? কৰিব কি? বাৰিষাৰ জান-জুৰি যেতিয়া নৈৰ ফালে, আৰু নৈ যেতিয়া সাগৰৰ ফালে আকুল বেগেৰে ধাবিত হয়, তাক ওভতাব পাৰে এনে সাধ্য কাৰ?

'কোৱাঁ, মোৰ প্ৰিয় লগৰীসকল, ইমান ভয়-শঙ্কা বিপদ-বিঘিনি লঙ্ঘি এই গহীন নিশা তোমালোক ইয়ালৈ আহিলা বা কিয়? কোৱাঁ, ব্ৰজত কি অমঙ্গল মিলিছে? তোমালোকক ঘৰত নেদেখি চাগৈ পিতৃ-মাতৃ সকলোৱে কি ভাবিছে? সন্তান-শুশ্ৰূষা, স্বামী-সেৱা আদিয়েই কুল-স্ত্ৰীৰ ধৰ্ম্ম ; সেইবোৰ নেওচা দিয়া ভাল কাম নহব। ভাল হল, "শশাঙ্কে ধৱল নৱ পল্লৱ শোভন" এই বৃন্দাবনৰ মন-লোভা শোভা চালাহি, এতিয়া ঘৰলৈ উভতি যোৱাঁ। যদি সচাঁকৈয়ে মোক দেখা দিবৰ অভিপ্ৰায়েই এইখিনি পালাহি, সেই উদ্দেশ্যও সিজিল ; এতিয়া ৰঙমনে উলটি যোৱাঁ। "বিদূৰতে থাকি কৰে শ্ৰৱণ কীৰ্ত্তন। বাঢ়ে মোত ভকতি নিৰ্ম্মল হোৱে মন ॥ দেখন্তে শুনন্তে সদা হেলা হোৱে মতি। জানিয়া গৃহতে থাকি কৰিবা ভকতি ॥"

হৃদয়ৰ আৰাধ্য দেৱতাৰ মুখত এনে অবাঞ্ছিত অপ্ৰিয় বাণী শুনি গোপীসকলৰ

মূৰত স্বৰগ ভাগি পৰিল, মুখৰ মাত হৰিল! যাৰ চৰণত তেওঁলোকে এইদৰে সকলো সঁপি দিবলৈ আহিছে, তেওঁৰ মুখত এনে নিদাৰুণ বাণী শুনি তেওঁলোক একেবাৰে জীৱন্তে মৰিল। 'নাথ, তুমি এনে নিকৰুণ কথা ক'লা কি মতে? আমাৰ মন-চিত আৰু আমাত নাই, সকলো তোমাৰ প্ৰেমময় সঙ্গীতে হৰণ কৰিছে; তেনেহলে আমাৰ ঘৰলৈ যোৱাৰ লাভ কি? মৌ-বৰষা তোমাৰ গীত শুনি, আছোক মানুহ, বনৰ বনচৰো ভোল যায়, গছ-গছনিও প্ৰেম-পুলকিত হয়; সামান্য গোপীৰ কথা তেন্তে কব লাগিছেনে? তুমি যাক কুল-স্ত্ৰীৰ ধৰ্ম বুলিছা, সেই ধৰ্ম অকল তোমাতেইহে সম্পূৰ্ণ সিজিব পাৰে। এতেকে, "ভজিয়ো আমাক মিলোক ভাগ। নকৰঁা নাথ ভকতক ত্যাগ॥ জগতৰে বন্ধু আতমা তুমি। সমস্ত ধৰ্মৰ আপুনি ভুমি॥ তুমি আত্মা হেন জানি সম্প্ৰতি। তোমাতেসে কৰে ভকতে ৰতি॥" এই বুলি ভক্তই হৃদয়ৰ গভীৰ নিশ্বাস ত্যাগ কৰিছে, হৃদয়ৰ দুৱাৰ মেলি আৰাধ্য দেৱত আত্ম-সমৰ্পণ কৰিছে।

পুহ-মাঘৰ ঠেটুৱাইৰ পাছত বসন্ত বহুত দূৰত থাকিব পাৰেনে? গোপীৰ হৃদয়ৰ উচ্ছ্বাস-ভৰা এই আকুল বাণীত কৃষ্ণ সদয় হল, তেওঁ ভক্তক ধৰা দিলে। দেই-পুৱি নিয়া দিনৰ অন্তত জোনৰ চিকুণ মুখ দেখা ভেঁট পাহিৰ দৰে গোপীসকলৰ মুখ প্ৰফুল্লিত হল, পাৰিবদ তৰাসকলে বেৰি ধৰা জোনৰ দৰে তেতিয়া কৃষ্ণৰ "গলত অম্লান পঙ্কজ মালা। বেড়িয়া গুণ গাৱে গোপবালা॥" বাঞ্ছিত ৰতন এইদৰে হাতত পাই, যমুনাৰ ৰূপালী বালিত নামি তেওঁলোক সম্ভোগত মুগ্ধ হল! কিন্তু ভোগত প্ৰেম চিৰকলীয়া নহয়। তৃপ্তিত মজি গোপীৰ অন্তৰত "অহম্মম" জাগি উঠিল। প্ৰেম-অমৃত-মথনৰ এই কুফল একৰাবলৈ বুলিয়ে দৰ্পহাৰী ভগৱন্ত থিতাতে অন্তৰ্দ্ধান হল। গোপীসকল আকৌ স্বৰগ-পৰা লোকৰ দৰে হল; চকুৱে ধুঁৱলি-কুঁৱলী দেখিবলৈ ধৰিলে। এইখিনিতে গোপীৰ আদি-ৰসাত্মক মহা বিৰহৰ সূত্ৰপাত হয়। মহাপুৰুষ শঙ্কৰদেৱে এই বিৰহ কাহিনীকে "কীৰ্ত্তনৰ" ৰাসক্ৰীড়াত ক্ৰমে পাঁচ অধ্যায়ত বৰ্ণাইছে।

এই বৰ্ণনা পঢ়ি আমি স্বভাৱতে পাহৰি যাওঁ যে এজন বৈষ্ণৱ গুৰুৱে নিজ ধৰ্ম প্ৰচাৰৰ অৰ্থে সংস্কৃত গ্ৰন্থৰ পৰা সাৰ কাঢ়ি আনি দেশীয় ভাষাত এই সাহিত্য ৰচিছে। আন কথাৰে, সমগ্ৰ অসমীয়া বৈষ্ণৱ সাহিত্যৰ দৰে, তাৰ ভিতৰুৱা



এই "কীৰ্ত্তনৰ" কৃষ্ণলীলা-বৰ্ণনাও ঘাইকৈ উদ্দেশ্যমূলক, শিক্ষামূলক; আৰু' এই প্ৰতিটি কথাই ললিত-কলা ৰূপে কাব্যৰ বিধিনি। সেই বুলি জানো কাব্য স্বৰূপে ইয়াত ক'তো প্ৰধানমান সৌন্দৰ্য্যৰ কিবা খতি-খুন হৈছে? সুকুমাৰ কলা ৰূপে এইবোৰ যেন বাঁওহাতেহে লিখা; তথাপি মহাপুৰুষৰ দিব্য প্ৰতিভাই জানো এইবোৰক এক অপাৰ্থিৱ মৌলিক জ্যোতিত পুণ্য-স্নান কৰোৱা নাই? প্ৰতিভাৰ এয়ে অগ্নিপৰীক্ষা; নানা ফুলৰ মৌ-আহৰণকৰী মৌ-মাখিৰ দৰে এইসকল কবিয়ে সদৌ সংস্কৃত সাহিত্যৰ পৰা সাৰ কাঢ়ি আনি যি ৰহঘৰা পাতিলে, ই তেওঁলোকৰ মৌলিক প্ৰতিভাৰে পৰিচয় নিশ্চয়।

বিৰহ-আকুল গোপীসকল মুহূৰ্ত্তৰ পাছতে বাউলীৰ দৰে হল। কৃষ্ণক নাপাই তেওঁলোকে নিজেই "কৃষ্ণৰ সদয় কটাক্ষ হাসে। মোহন আলাপ গতি বিলাসে॥" "কৃষ্ণৰ ঠানে কৰে লীলা-গতি। সদয় হাস্যে চাৱে কাকো প্ৰতি॥" তাৰ পাছত কালিদাসৰ কামাৰ্ত্ত বিৰহী যক্ষৰ দৰে চেতনাচেতন জ্ঞান হেৰুৱাই, বৃন্দাবনৰ গছ-লতা আদিৰো জড়তা অস্বীকাৰ কৰি, তেওঁলোকে সেইবোৰক সম্বোধন কৰিছে—"উচ্চ বৃক্ষ দেখি সোধে সাদৰি। শুনিয়ো অশ্বত্থ বট পাকড়ি॥ যাহান্তে দেখিলা নন্দ-কুমাৰ। নেন্ত চুৰি কৰি প্ৰাণ আমাৰ॥" "ওৱা তুলসী সমিধান দিয়া। তুমি গোবিন্দৰ চৰণ-প্ৰিয়া॥ যাহান্তে দেখিলা নন্দকুমাৰ। প্ৰাণতো অধিক প্ৰিয় আমাৰ।" "কিবা তপ ওৱা কৰিলা ভুমি। কৃষ্ণৰ চৰণ পৰশি তুমি॥ মিলি আছে অতি আনন্দ ভাৱ। দেখো ৰোমাঞ্চিত তোমাৰ গাৱ।" "মৃগ-পত্নী সখী দেখিলা হৰি। তোমাৰ নেত্ৰৰ আনন্দকাৰী॥" এই দৰেই "কৃষ্ণ-গুণ গান্তে প্ৰেম উপজে।" পাগলীৰ দৰে অনেক কৃষ্ণ-চেষ্টা কৰি তেওঁলোক শেষত নিৰাশ হৈ যমুনাৰ বালিত নামিল আৰু বিৰহ-বিহ্বল ৰূপে কৃষ্ণৰ প্ৰেম-আৰাধনা কৰিবলৈ ধৰিলে—"শৰত কালৰ, বিকশ পদ্মৰ, উদয়ক শ্ৰীক নিন্দে। হেনয় নেত্ৰৰ, কটাক্ষে আমাক, মাৰিছা তুমি গোবিন্দে॥" এই দৰে কৃষ্ণৰ গুণ কীৰ্ত্তন কৰোঁতে কৰোঁতেই তেওঁলোকৰ এই মই-মোৰ ভাব আঁতৰিবলৈ ধৰিলে, আৰু সেই মহত্ত্বৰ ভাব উদয় হল—"জগত ৰাখিবে, লাগি যদুকুলে, আপুনি ভৈলা উদিত। শুনা মহাভাগ, ভকতৰ ত্যাগ, কৰিবে তুহি উচিত॥" যি চৰণ-স্মৰণে "বিনাশে সমস্তে শোক সুকচি বঢ়াৱে। সাৰ্ব্বভৌম সুখৰো ইচ্ছাক পাসৰাৱে॥" তাৰ বন্দনা কৰিবলৈ ধৰিলে। "সিটো পাৱে

বিজু বনে ফুৰা কেন কৰি। শিলা খোলা লাগি পীড়া কৰিবেক ভৰি॥ ইহাকেসে স্মৰন্তে প্ৰভু প্ৰাণ যায়। তুমিসে আমাৰ জীৱ প্ৰাণ সমুদায়॥" বোলেঁাতে বোলেঁাতে প্ৰেম-ভাবত তন্ময় হৈ মাটিত পৰি 'কৃষ্ণ' 'কৃষ্ণ' বুলি দীঘলকৈ চিঞৰিবলৈ ধৰিলে; চকুৰ পানীয়ে পৃথিবীৰ বুকুও কোমলাই পেলালে।

গোপীৰ এনে আচৰিত প্ৰেম-ভাব দেখি কৃষ্ণৰ চিত বিয়াকুল হল। তেওঁ জানো আৰু থিৰে থাকিব পাৰে? "আনন্দ বঢ়ায়া গোপীগণৰ মনত। পৰম মধুৰ মূৰ্ত্তি ভৈলন্ত বেকত॥" আৰু সেই মূৰ্ত্তি—"হাসোঁ হাসোঁ কৰে আতি বদন কমল। শ্যাম তনু পীত বস্ত্ৰে দেখিতে উজ্জ্বল॥" বিৰহৰ পাছত মিলন অতি সুমধুৰ; ধোপমৰা আঁউসীৰ শেষত জোনাইৰ মুখখনি অতি চিকুণ! হেৰোৱা নিধি আকৌ হাতত পাই গোপীসকলৰ জড় তনুও যেন পুনৰ প্ৰাণ-উদ্দীপিত হল; জহৰ ছাটি-কুটিৰ পাছত এছাটি শীতল বতাহে যেনেকৈ শৰীৰ শাঁত কৰে, বদত ফাটি-চিটি যোৱা পৃথিবীৰ বুকু এছাটি বৰষুণে যেনেকৈ জুৰ পেলায়, সেইদৰে কৃষ্ণৰ অমৃত-বৰষা বাণীত গোপীসকলৰ সৰ্ব্বাঙ্গ জুৰ পৰিল! বিৰহৰ আৰু কোনো চিন নৰল; নহয়, সেই বিৰহে নতুন প্ৰেম যে অকল অধিক সুমধুৰহে কৰিলে এনে নহয়, তাক অধিক সুমঙ্গল আৰু যুগমীয়া কৰিলে। "হেৰা পাইলোঁ পাইলোঁ ৰে, প্ৰাণ-ধন মুকুন্দ মুৰাৰি। দিলা দেখা দামোদৰ জীৱন হামাৰি॥" বুলি আনন্দত গোপী উত্ৰাৱল হল, আৰু বনমালী কৃষ্ণক বেৰি লৈ তেওঁলোকে সেই পৰম পৱিত্ৰ ৰাস-ক্ৰীড়াৰ নৃত্য-গীত আৰম্ভ কৰিলে।

এই ৰাস-ক্ৰীড়াৰ বৰ্ণনা অতি মনোৰম। শ্ৰীকৃষ্ণক মাজত লৈ মণ্ডলাকাৰ হৈ গোপীসকলে নৃত্য-গীত জুৰিলে। এই অপূৰ্ব্ব দৃশ্য চাবৰ বাবে আকাশ ঢাকি অমৰসকল আহিবলৈ ধৰিলে। ঘনাই দুন্দুভিৰ নিনাদ আৰু পুষ্প-বৰিষণ হল। কি অভাৱনীয় সেই দৃশ্য! "প্ৰকাশ কৰন্ত কৃষ্ণ গোপীৰ মধ্যত। সুৱৰ্ণ মণিৰ মাজে যেন মৰকত॥" "ঝলমল কুণ্ডল গলত আসি পড়ে। হালে কৃশ কঙ্কাল স্তনৰো বস্ত্ৰ লৰে॥ শিথিল মেখলা খোপা মুখে ঘৰ্ম্ম জল। গাৱে কৃষ্ণ-গুণ গীত গোপিকা সকল॥" কেনে আচৰিত সেই শোভা!—"দুহোঁ গোপী মাজে এক ভৈলন্ত মাধৱ। প্ৰৱৰ্ত্তিলা তথা ৰাস-ক্ৰীড়া মহোৎসৱ॥" "কৃষ্ণৰ অসংখ্য মূৰ্ত্তি জলে মেঘময়। প্ৰকাশে বিজুলী যেন তাতে গোপীচয়॥ ঘৰ্ম্মজলে কণিকা গৰ্জ্জনে ভৈল গীত।" কি অপৰূপ এই ক্ৰীড়া! কাৰো গাৰ বহুমূলীয়া



অলঙ্কাৰ বা বুকু আৰু কঁকালৰ কাচুটি খহি পৰিছে, কাৰো ডিঙিৰ মৰমৰ সাতসৰি ছিগি গৈছে, কাৰোবা লাহতী খোপাই স্খলকিছে; কিন্তু সেই অলঙ্কাৰ বা কাচুটি তুলি লবলৈ, সাতসৰিধাৰ গাঁথিবলৈ বা খোপা বান্ধিবলৈ আহৰি ক'ত? কেশৱৰ এই ধেমালি দেখি দেৱ-নাৰীসকলো বিমোহিত হৈ ঢলি ঢলি পৰিছে। সৰহ কি, "ক্ৰীড়া দেখি চন্দ্ৰো কামে বিমোহিত আতি। স্তম্ভা ইলন্ত ৰথ সুপুছায় সিটো ৰাতি॥"

মিলন-মুগ্ধা এই গোপীসকলৰ আৰু শ্ৰীকৃষ্ণৰ এই অপাৰ্থিৱ স্বপ্ন-ৰাজ্যৰ পৰা এতিয়া আমি বাস্তৱ জগতৰ সীমালৈ আহোঁ। এই আদি-ৰসাত্মক কাহিনী "কীৰ্ত্তনৰ" অন্তৰ্ভুক্ত হোৱাত কোনোৱে কেতিয়াবা আক্ষেপ কৰাও শুনিবলৈ পোৱা হয়; তথাপি ই মূল শ্ৰীমদ্ভাগৱতৰ এটি অতি অনুপম ৰহস্যপূৰ্ণ তত্ত্ব যে সন্দেহ নাই। শ্ৰীকৃষ্ণৰ লগত এই ব্ৰজ-গোপীৰহস্য মহাভাৰতত নাই; বিষ্ণুপুৰাণত বিশেষ সংযতভাৱে দিয়া হৈছে; হৰিবংশত তাত পোনতে বিলাসিতা সোমাইছে আৰু তাকে ভাগৱতত আদিৰস পৰ্য্যন্ত বহলাই দিয়া হৈছে। বঙ্কিমচন্দ্ৰৰ মত এয়ে। বিষ্ণুপুৰাণত গোপীসকলৰ সম্পৰ্ক থকা ৪৬টা শ্লোকত পৱিত্ৰ ৰাস-বৰ্ণনা আছে। মহাপুৰুষ শঙ্কৰদেৱৰ "কীৰ্ত্তনৰ" অন্তৰ্ভুক্ত ৰাস-ক্ৰীড়াৰ বিষয়-বস্তু প্ৰকৃতপক্ষে বিষ্ণুপুৰাণৰ ৰাস-বৰ্ণনাৰ পৰা স্বকীয়া কথা নহয়, আৰু প্ৰায় বিষয়তে ইয়াক বিষ্ণুপুৰাণৰ ব্যাখ্যা অনুবাদ বুলিব পাৰি। কিন্তু দুইটা পাঠ মিলাই চালে বোধ হব যে "কীৰ্ত্তন"ৰ ৰাসক্ৰীড়া, শ্ৰীমদ্ভাগৱতৰো আদিৰস ছটিওৱা নিৰহ-নিপানী ভাঙনি। "ৰাসক্ৰীড়া"ত থকা 'কামাতুৰা', "অনঙ্গ কেলি" আদি এশ এটা শব্দৰ সঙ্কেত বিষ্ণুপুৰাণত বিচাৰি উলিওৱা টান। বিষ্ণু-পুৰাণত উমলি-ফুৰা গৰখীয়া লৰাবোৰৰ বিষয়ত "ৰেমে," "ৰময়ন্তি," "ৰতি-প্ৰিয়" আদি শব্দ ব্যৱহৃত হৈছে; কিন্তু এই শব্দকেইটাই যি লিঙ্গ-সম্পৰ্ক-বৰ্জ্জিত নিৰ্দ্দোষ ধেমালিৰ ভাব প্ৰকাশ কৰিছে তাক মূলৰ পৰাই বুজি। তথাপি শ্ৰীমদ্ভাগৱত যে পৰম পৱিত্ৰ ধৰ্ম্মগ্ৰন্থ আৰু তাৰ ৰাস-বৰ্ণনা আদি যে পৰম আধ্যাত্মিক তত্ত্বমূলক কথা, তাত সন্দেহ জন্মাই অস্বাভাৱিক।

"কীৰ্ত্তন"ৰ আদিৰস-মিহলি আন এটি কাহিনী হৈছে "হৰমোহন"। ইয়াৰ দিব্য-উপবনখনি সচাকৈয়ে অসমীয়া সাহিত্যৰ এটি অতি বিতোপন চিত্ৰ। এই উপবনত তৰহে তৰহে কিমান বিধৰ ফুল ডাল দোঁ-খুৱাই লাগি আছে "তাৰো সীমা সংখ্যা নাই।" এইবোৰৰ উপৰি "মহা মনোহৰ, দীঘি সৰোবৰ,

তাৰ মাজে মাজে আছে!" আকৌ এই সৰোবৰবোৰৰ সৌন্দৰ্য্যৰ অৱধি নাই; "সুৱৰ্ণ কমল, ভেট উতপল, ফুলি ফুলি আছে ৰঞ্জি।" অৱশ্যে তাত বিবিধ চৰাই "ভ্ৰমন্ত নিৰ্ভয় ভাৱ। অমৃত সমান, জল কৰি পান, ত্যজে সুললিত ৰাৱ॥" মধু-পানৰ অভিলাষত ভোমোৰাই তাত চাৰিওফালে গুঞ্জৰিব লাগিছে; তদুপৰি "যত দিব্য পক্ষী, ফল ফুল ভক্ষি, কাঢ়য় সুস্বৰ ৰাৱ। কুহু কুহু ধ্বনি, কোকিলৰ শুনি, বহয় মলয়া বাৱ॥"

এনে মহা দিব্য বনত সিদিনা মহাযোগী ত্ৰিনয়নে এটী দিব্য কন্যা দেখিবলৈ পালে। কি অপূৰ্ব্ব সেই ৰূপৰ মহিমা! "কোটি লক্ষ্মী সম নোহে, কটাক্ষে ত্ৰৈলোক্য মোহে, ভণ্টা খেৰি খেলে ছুয়ো হাতে।" মদন-ভস্মকাৰী মহেশ্বৰো এই সৌন্দৰ্য্যৰ সঙ্কেত বুজিবলৈ বাকী নাথাকিল।—

"তপ্ত সুৱৰ্ণৰ সম জলে দেহ নিৰুপম,
ললিত বলিত হাত পাৱ।
চক্ষু কমলৰ পাসি, মুখে মনোহৰ হাসি,
সঘনে দৰশৈ কাম ভাৱ॥"

তাৰ পাছত তেওঁৰ শৰীৰৰ বিলাস-ভঙ্গিমা! মাজে মাজে মহেশৰ প্ৰতি কটাক্ষৰ মৌ-সনা অগ্নিবাণ মাৰি ইফালে সিফালে পাক দি তেওঁ ভণ্টা খেলিছে; ইফালে "সোলকে উচ্ছল খোপা, খসে পাৰিজাত থোপা, বাম হাতে সম্বৰন্ত তাক।" ম'ৰাচালি ধৰি খোজ দিওঁতে ডিঙিৰ সাতসৰিধাৰি মনোহৰ গতিত নাচি গৈছে, বতাহত কেতিয়াবা বুকুৰ একাঁচল কাপোৰ উৰি গৈছে; আৰু "হালে অতি মধ্য দেশ, সংসাৰ মোহিনী বেশ, একো অঙ্গে নাহি খতি-খুন।" এনে লীলা-ভঙ্গী দেখি জানো যোগীশ্বৰো থিৰে থাকিব পাৰে? তেতিয়াই তেওঁৰ—

"সব যোগ ধ্যান গৈল, কন্যাক মাতিবে লৈল,
প্ৰাণেশ্বৰী চাপ মোৰ পাশ।
আবাৰেক মাত মোক, জন্মৰ সফল হোক,
দেখি থাকোঁ তোৰ লয়লাস॥"

এতিয়া, ধৰ্ম্মৰ দোহাই এৰি দিলে, ধৰ্ম্ম-সাহিত্যৰ নামত আদি-ৰসৰ এনে



প্ৰচাৰ-কাৰ্য্য কেনেকৈ সমৰ্থন কৰিব পাৰি? 'কলা-বিদ্যাৰ বাবেই কলা-বিদ্যাৰ চৰ্চ্চা' বুলিলে এই দায়ৰ হাত সাৰিবলৈ অৱশ্যে উজু হলহেতেন; কিন্তু মূল ভাগৱত বা অসমীয়া বৈষ্ণৱ সাহিত্য কলাবিদ্যা-চৰ্চ্চাৰ ফল নহয়। তথাপি ইয়াৰ উদ্দেশ্যতে ইয়াৰ সমৰ্থন লাগি আছে; এই সকলো কাহিনী দেখাতে শিক্ষামূলক। একে আষাৰতে কব পাৰি, "ৰাস-ক্ৰীড়া"ৰ উদ্দেশ্য—"শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি। আকে শুনি হৌক নিৰ্ম্মল মতি॥" আৰু "হৰমোহন"ৰ প্ৰতিপাদ্য বিষয়—"ঘোৰ নাৰী-মায়া সৰ্ব্ব মায়াতে কুৎসিত। মহাসিদ্ধ মুনিৰো কটাক্ষে হৰে চিত॥ দৰশনে কৰে তপ জপ যোগ ভঙ্গ। জানি জ্ঞানীগণে কামিনীৰ এৰে সঙ্গ॥" ইয়াৰ উপৰি, বৰ্ণিত বিষয়ত নিৰ্লিপ্ততা, সকলো বিৰাট সাহিত্যৰ দৰে, অসমীয়া বৈষ্ণৱ সাহিত্যৰো এটি ঘাইকৈ মন কৰিব লগা কথা। এনে পুৰুষসকল পদুম পাতৰ দৰে, পানীত থাকিও নিতিতে; ছাঁয়া-ছবি দেখাওঁতাসকলৰ দৰে তেওঁলোকে অতি জীৱন্তভাৱে সংসাৰ-চিত্ৰ দেখুৱায়; কিন্তু সেইবোৰত তেওঁলোকৰ আসক্তিৰ লেশ মাত্ৰ নাই, বৰঞ্চ অনাসক্তি যোগৰ শ্ৰেষ্ঠতাকে তেওঁলোকে পাকে-প্ৰকাৰে প্ৰচাৰ কৰে। মহাকবি কালিদাসে অমৰ নাট "শকুন্তলা"ত "অভিজ্ঞান"ৰ ছলেৰে এই নিৰ্লিপ্ততা বা অনাসক্তিৰে প্ৰমাণ দিছে; দুষ্মন্ত-শকুন্তলাৰ অবৈধ প্ৰেমৰ ৰোমাঞ্চত নাট্যকাৰ উটি যোৱা নাই।

পূৰণি প্ৰাচ্য সাহিত্যৰ শ্ৰেষ্ঠতা সম্পৰ্কে আৰু এটি কথা এইখিনিতে উল্লেখিয়াব পাৰি। ইউৰপীয় সাহিত্যৰ অনেক ঠাইত দেখিবলৈ পোৱা হয়, অতি সাধু সাত্ত্বিক আৰু কৰ্ত্তব্য-নিষ্ঠ জীৱন যাপন কৰিও অনেক জীৱনৰ শেষ পৰিণতি বিষম হব পাৰে; এনে ঘটনা জীৱনোচিত সচা, কিন্তু অনেক সময়ত তাত কবিৰ ন্যায় বিচাৰে দৰ্শক-পাঠকৰ মনত যথেষ্ট প্ৰবোধ দিব নোৱাৰে যেন লাগে। মহাকবি শ্বেক্সপীয়েৰৰ পিতৃ-ভক্তি আৰু কৰ্ত্তব্য-পৰায়ণা কৰ্ডেলীয়াৰ নিচিনা নায়িকাৰ অন্তিম শোকাবহ হব লগা হলে, প্ৰকৃততে সহানুভূতিশীলজনক কিহেৰে বুজনি দিব পাৰি? কিন্তু ভাৰতীয় কবিসকলে পূৰ্ব্বজন্ম-বিশ্বাসৰ আশ্ৰয় লৈ, আঁতি-গুৰিৰে সকলো বুজাই মনৰ খৰচি মাৰি দিয়ে।

এই প্ৰসঙ্গত বঙ্গ-কবি চণ্ডিদাস আৰু অসমীয়া বৈষ্ণৱ কবিসকলৰ এটি ৰিজনিৰ ইঙ্গিত দিব পাৰি। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ আদি কবিসকলৰ লিখাত এটি পৰম শান্তি আৰু পূৰ্ণতাৰ ভাব সদায় বিৰাজ কৰিছে; কিন্তু বঙ্গ-কবি

চণ্ডিদাস, আন নালাগে মৈথিলী কবি বিদ্যাপতিতো সেই পৰম শান্তি আৰু পূর্ণতাৰ ত্রুটি যেন দেখিবলৈ পোৱা হয়। মহাপুৰুষীয়া কবিসকলৰ সাহিত্যৰ পিছত যি এটি আত্ম-জয় আৰু আত্ম-অধিকাৰৰ চিন আছে, চণ্ডিদাস-বিদ্যাপতিৰ যেন সেই ঠাই আত্ম-পৰীক্ষাইহে জিনি আছে। ইয়াৰ দ্বাৰা অৱশ্যে কলাবিদ্যাৰূপে কাৰো ঠাইৰ আগ-পিছৰ কোনো ইঙ্গিত দিব খোজা হোৱা নাই, হয়বা সাহিত্য স্বৰূপে দুই শ্রেণীৰ সাহিত্যই নিজ নিজ ভাগত শ্রেষ্ঠ হব পাৰে। তথাপি সাহিত্য আৰু ধৰ্ম্মশাস্ত্র উভয় ৰূপে "কীৰ্ত্তন" আদি অসমীয়া বৈষ্ণৱ সাহিত্যই যে সাহিত্য জগতত শীর্ষস্থান অধিকাৰ কৰিবৰ যোগ্য, ই নিশ্চয়।

"চেতনা", ১৯২০-২১। "বাঁহী", বিংশ বছৰ, দশম সংখ্যা; মাঘ, ১৮৫২।

( ২ )

প্রাঞ্জল প্রশান্ত আৰু স্নিগ্ধ স্বভাৱেই ক্লাছিকেল সাহিত্যৰ ঘাই লক্ষণ। স্পষ্ট ৰেখাঙ্কন, ভাস্কৰ কলাৰ দৰে ক্লাছিকেল সাহিত্য-কলাৰো বিশেষ গুণ— শ্রীশঙ্কৰদেৱৰ মধুৰ ভাষাৰে কবলৈ হলে, ই "কষটিত যেন সোণাৰ ৰেখা॥" ৰমান্টিক বা নৱন্যাসমূলক সাহিত্য, ইয়াৰ বিপৰীতে, চিত্রাঙ্কন কলাৰ দৰে বর্ণ-বৈচিত্র্যপূর্ণ; এনে সাহিত্য-শিল্পীয়ে, চিত্র-শিল্পীৰ দৰে তেওঁৰ লেখনী হাতত লৈ শব্দ-চিত্র আঁকোঁতে স্পষ্ট ৰেখাঙ্কনৰ বিপৰীতে বর্ণ-চাতুর্য্যলৈহে বিশেষ চকু ৰাখে, আৰু নানা বৰণেৰে তেওঁৰ লিখা চিত্র-বিচিত্র হলেই নিজক কৃতার্থ বুলি ভাবে। মুঠতে কব পাৰি, ক্লাছিকেল শিল্পী দেৱ-মন্দিৰত আৰু ৰমান্টিক শিল্পী অৰণ্যত থাকে; দুয়ো নিজ নিজ ঠাইৰ পৰা আপোন মনেৰে সৌন্দর্য্য-সাধনা কৰে।

ইংৰাজী আদি জগতৰ প্রায়বোৰ আধুনিক সাহিত্যই বিশেষভাৱে নৱন্যাসমূলক; এইদৰে অসমীয়া সাহিত্যও। সেই বুলি যে এইবোৰ সাহিত্য একেবাৰে ক্লাছিকেল সৌন্দর্য্য-বর্জ্জিত, এনে কথা কেতিয়াও নহয়; বৰঞ্চ তাৰ মৰ্ম এইহে যে বৰ্ত্তমান আমাৰ নৱন্যাসৰ লগত যিমান ঘনিষ্ঠতা, ক্লাছিছিজমৰ লগত সিমান নাই। যিহওক, শ্রীশঙ্কৰদেৱৰ সাহিত্যৰ পৰা সম্প্রতি কেইটিমান বর্ণনা তুলি দি তাত ক্লাছিকেল সৌন্দৰ্য্যৰ লক্ষণ আৰু গৰিমাৰ কিঞ্চিৎ আভাস দিব পাৰি। ওপৰত দিয়া লক্ষণ-নির্ণয়েৰে এই বর্ণনাবোৰলৈ চকু দিলেই সেই-



বোৰৰ বৈশিষ্ট্য ওলাই পৰিব। পোনতে "ধ্যানবর্ণন"ৰ "বৈকুণ্ঠ-বর্ণনকে চোৱা হওক—

একমনে শুনা হৰিৰ ধ্যান। বৈকুণ্ঠ নামে আছে মহা থান॥
সাৰি সাৰি ৰঙ্গে বিমানচয়। বৈদূর্য্য হীৰা মৰকতময়॥
চন্দ্রসূর্য্য যেন প্রকাশে আতি। নজানি যাত পশি দিন ৰাতি॥
চাৰু সৰোবৰ নিৰ্ম্মল জল। সুগন্ধি পদ্ম শোভে উতপল॥
আছে ৰাজহংস সমূহে ৰঙ্গি লীলায়ে মৃণাল ভুঞ্জে উভঙ্গি॥
পাৰে পাৰিজাত মলয়া বায়। চটকে ত্যজে সুললিত বায়॥
ভ্ৰমৰগণে গায়ে হৰি গীত। বৈষ্ণৱগণ শুনি আনন্দিত॥
হেন বৈকুণ্ঠৰ মাজত পাছে। উচ্ছ্রিত ৰত্ন মন্দিৰেক আছে॥
বৈদূর্য্য স্তম্ভ স্ফটিক বাৰ। মাণিক্য কপাট হীৰাৰ দ্বাৰ॥
কাটিলা জিঞ্জীৰি সুৱৰ্ণাৱলী। বিচিত্র মণি মৰকত স্থলী॥
পদ্মৰাগ ৰত্নে লগাইলা চৌতি। কোটী সূর্য্য যেন গৃহৰ জ্যোতি॥
বিচিত্র চন্দ্রাতপ আছে টানি। আঁৰিল মুৰাৰি মুকুতা-মণি॥
হেন মন্দিৰে ৰত্ন সিংহাসনে। আছন্ত বসি প্রভু নাৰায়ণে॥
চৌপাশে সেৱে পাৰিষদ যত। মৌক্তিক ছত্র ধৰি ওপৰত॥
ধৱল চামৰে দুপাশে বিঞ্চে। সঘনে সুৰভি কুসুম সিঞ্চে॥
চৰণে অনেক ভকতি ভাৱে। উপাসন্ত লক্ষ্মী জগত মায়ে॥
চৈতন্যময় শুদ্ধ ৰূপ ধৰি। পৰম আনন্দে আছন্ত হৰি॥
অতি চমৎকাৰ ৰূপ বিপুল। কন্দর্প কোটি যাক নোহে তুল॥
কোটী ইন্দু সম আছে প্রকাশি। স্মৰণে দহয় পাতক ৰাশি॥

তাৰ পাছতে "গজেন্দ্রোপাখ্যান"ৰ ত্রিকুট পৰ্ব্বতৰ বর্ণনা—

ক্ষীৰ সাগৰৰ মাজে ত্রিকূট পৰ্ব্বত। প্রকাশন্তে আছে তিনি লোকত বেকত॥
সুবর্ণ ৰজত লোহা জলে তিনিশৃঙ্গ। চক্ষুত চমক লাগে দেখিতে বিৰিঙ্গ॥
আন যত শৃঙ্গ ৰত্নে কৰে তিৰিমিৰি। দশোদিশ প্রকাশিয়া শোভে শুক্লগিৰি॥
অযুত যোজন ঘুড়ি জলে গিৰিবৰ। উচ্ছ্রিত দেখিয়া দশ হাজাৰ প্রহৰ॥
ক্ষীৰ সাগৰৰ ঢউ চৌভিতি উথলে। পখালে পৰ্ব্বত সুশীতল দুগ্ধজলে॥
খানে থানে আছে ভূমি অনেক উদ্যান। ফুলে জকমক গন্ধে নাহিকে সমান॥

নদী নদ অশেষ বিশেষ সৰোবৰ। স্ফটিক নির্ম্মল জল দেখি মনোহৰ॥
বিদ্যাধৰী সৱে তাত নামি কৰে স্নান। পখালি শৰীৰ বৰে সুগন্ধিত ঘ্রাণ॥
পৰম অমূল্য গন্ধ উথলে সদায়। দশদিশ ঘুড়ি তাৰ বায়ু বহি যায়॥
দেখি সুশোভন বন নৱ-উপবনে। যাত নিতে ক্রীড়ে দেৱ দিব্যনাৰীগণে॥
শাল তাল তমাল মন্দাৰ পাৰিজাত। চম্পক অশোক আনো পুষ্প অসংখ্যাত॥
আম জাম লেবু জড়া জামীৰ খাজুৰী। বিল্ব নাৰিকেল ফল তামুল পাকড়ি॥
অগুৰু চন্দন পদ্ম সৰল সোণাৰু। আনো যত তৰু বন সৱে কল্পতৰু॥
ছয় ঋতু এক কালে বসন্ত উদয়। ভ্রমৰে গুঞ্জৰে কুলি পঞ্চম পূৰয়॥
বহয় মলয়া বায়ু আমোদিত মন। নৃত্যগীত কৰে তৈতে অপেসৰাগণ॥
হৰি-গুণ গীত গাৱে গন্ধর্ব্ব কিন্নৰে। পাপ দুৰ হোক হৰি বোলা নিৰন্তৰে॥

তাৰ মাজৰে এটি সৰোবৰৰ বৰ্ণনা আৰু মনোহৰ—

বনৰ সিটো বিতোপন নাম। কহিলো যাহাৰ নাহি উপাম॥
তাহাৰ মাজে সৰোবৰ এক। সাগৰ সঙ্কাশ দেখি প্রত্যেক॥
সুবৰ্ণময় পদ্ম আছে ঘুড়ি। ভ্রমৰে তাৰ মধু পীয়ে পড়ি॥
ৰাজহংস আদি যতেক পক্ষী। পড়ি পড়ি থাকে নযায় উপেক্ষি॥
কুমুদ সিদ্ধি উতপল ফুল। ফুলি আছে গন্ধে নাহিকে তুল॥
চৌভিতি বেঢ়ি আছে উপবনে। কহিবে নাম তাৰ কোনজনে॥
কদম্ব ৰঘু নাগেশ্বৰ গাছে। ফুলে জকমক বেড়িয়া আছে॥
মালতী মধাই জাই যুথী যত। পাৰিজাত মুখ্য বৃক্ষ সমস্ত॥
বহয় মলয়া বসন্ত বাৱ। কোকিলে ত্যজে সুললিত ৰাৱ॥
সেহি বন মাজে গজেন্দ্র আছে। অনেক হস্তী ফুৰে আগে পাছে॥
যতেক বৃক্ষ বেত বাশ খড়ি। ফুৰন্তে ভাঙ্গি যায় মড়মড়ি॥
যাৰ গন্ধ পাই সিংহো পলায়। যতেক পশু ডৰে জীৱ যায়॥
মদজল ধাৰা বহিয়া যায়। ভ্রমৰে যাক সেৱে সর্ব্বদায়॥

"হৰমোহন"ৰ বিখ্যাত 'দিব্য উপবন'ৰ বৰ্ণনা সকলোৰে অতিকৈ পৰিচিত বুলি তুলি দিয়া নহল; তাৰ 'দিব্য কন্যা'ৰ বৰ্ণনাও সেইদৰে নিৰুপম। "শিশুলীলা'ৰ গৃহ-কর্ম্মৰতা যশোদাৰ বৰ্ণনা কি মনোৰম অনির্ব্বচনীয় পদার্থ, তাক ভাষাৰে বুজোৱা টান—



দিনেক যশোদা নন্দজায়া। আপুনি মথন্ত দধি গৈয়া॥
কৃষ্ণৰ শৈশৱ লীলাক স্মৰি। কৃষ্ণ-গীত গাৱন্ত সুন্দৰী॥
ক্ষৌম বস্ত্র পিন্ধি দিব্য কাছে। কটিত মেখলা বান্ধি আছে॥
কনঝুন কৰৰ কঙ্কন। শ্রমজলে উজ্জ্বল বদন॥
কর্ণত কুণ্ডল দোলে অতি। খসি পৰে খোপাৰ মালতী॥

শ্রীশঙ্কৰদেৱৰ শ্রীকৃষ্ণৰ ৰূপ-বৰ্ণনা পঢ়ি সচাকৈয়ে কোনোবা শিলাকটীয়া পাকৈত শিল্পীয়ে বিতোপনকৈ কৰবাত কাটি থোৱা এটি মধুৰ মূৰ্ত্তি যেন লাগে। "ধ্যানবর্ণন"ৰ বৈকুণ্ঠৰ বিষ্ণু বা কৃষ্ণৰ বৰ্ণনা—

চৰণ পদ্ম দেখি সুখী হুই। অৰুণ অতি পদ-তল দুই॥
অঙ্কুশ পদ্ম ধ্বজ বজ্র যৱ। দেখি চিহ্ন তাত মিলে উৎসৱ॥
চৰণ পঙ্কজ আছে প্রকাশি। অঙ্গুলী পান্তি তাৰ ভৈল পাখি॥
দেখিয়া ৰত্নৰ পাকৰি নয়। প্রকাশে তাতে নখচন্দ্রচয়॥
ৰতনে উজ্জ্বল উঝন্তি যত। নূপুৰ প্রকাশে পাদ পৃষ্ঠত॥
ৰত্নৰ হোড়ৰ জলে জজ্যাত। উৰু কৰিকৰ সম সাক্ষাত॥
কটিত প্রকাশে বসন পীত। বান্ধিছে মেখলা ৰত্ন-ৰঞ্জিত॥
নাভি সৰোৰুহ ৰুচিৰ কান্তি। হৃদয়ে প্রকাশে শ্রীবৎস পান্তি॥
উৰুস্থলে লক্ষ্মী দিলন্ত দেখা। কষটিত যেন সোণাৰ ৰেখা॥
পীতবস্ত্রে শোভে শ্যামল কায়। তড়িত জড়িত জলদ প্রায়॥
বহল হৃদয়ে মুকুতা হাৰ। প্রকাশে জিলিমিলি পেচন্দাৰ॥
চিকিমিকি কৰে ৰত্ন উজ্জ্বলা। আপাদলম্বী গলে বনমালা॥
তাহাৰ মধু গন্ধে হুয়া ভোল। বেড়িয়া মধুকৰে কৰে ৰোল॥
চাৰু চতুর্ভুজ শোভে সুঠান। ললিত বলিত নীল মোলান॥
কেয়ূৰ কঙ্কন বলয়া তাত। প্রকাশে নৱ কিশলয় হাত॥
ৰত্নৰ শলাকা অঙ্গুলী পান্তি। আঙ্গঠিচয় তাত কৰে কান্তি॥
অৰুণ নখ চন্দ্রমাৰ সাৰি। শঙ্খ চক্র গদা পঙ্কজধাৰী॥
গলত গলপাতা সাতসৰি। উড়ে নৱগুণ পীত উত্তৰী॥
শ্যামল শৰীৰে শোভে অধিক। ময়ূৰ পুচ্ছ যেন চিকমিক॥
কম্বু-কণ্ঠে শোভে কৌস্তুভ মণি। প্রভাতে উদিত আদিত্য জিনি॥

পূৰ্ণচন্দ্ৰ ৰুচি মুখমণ্ডল। কৰ্ণত মকৰ দোলে কুণ্ডল॥
তাৰ ৰশ্মি জলে গণ্ড পাণ্ডুৰ। ৰুচিৰ চিবুক চাৰু অধৰ॥
প্ৰৱাল ৰত্নে যেন কৰে কান্তি। সুন্দৰ দন্ত মুকুতাৰ পান্তি॥
সদায় মুগুচে ঈষত হাস। নাসা তিলফুল সম প্ৰকাশ॥
অৰুণ লোচন পঙ্কজ পাখি। ধনু সম আছে ভ্ৰূৱ প্ৰকাশি॥
ৰত্নময় কৰে তিলকে কান্তি। কপালে লম্বিত অলকা পান্তি॥
ৰঙ্গে শিৰে ৰত্নময় মুকুট। চূড়ামণি ৰত্নে প্ৰকাশে জুট॥
তাৰ মাজে ৰত্ন পঙ্কজ-মালা। উজ্জ্বল মুখ লাগি তাৰ জ্বালা॥

"শিশুলীলা"ত বসুদেৱ-দৈৱকীয়ে দেখা শ্ৰীকৃষ্ণও একেই—

কৃষ্ণৰূপে দৈৱকীত ভৈলা অৱতাৰ। শঙ্খ চক্ৰ গদা পদ্ম কৰত তোমাৰ।
পীতবস্ত্ৰে শোভে অতি শ্যাম কলেৱৰ। কমল লোচন চাৰু অৰুণ অধৰ॥
সুন্দৰ নাসিকা কৰ্ণে মকৰ কুণ্ডল। কণ্ঠত কৌস্তুভ শিৰে কিৰীটি উজ্জ্বল॥
আপাদলম্বিত বনমালা জ্বলে গলে। শোভে অতি শ্ৰীবৎস বহল বক্ষস্থলে॥
চাৰু চাৰিভুজ জ্বলে আজানুলম্বিত। কৰিকৰ সম উৰু বৰ্ত্তুল বলিত॥
চৰণ কমল যেন নৱ পদ্মকোষ। যাক দেখি ভকতৰ পৰম সন্তোষ॥

"কালীয়দমন"তো কালীয়ে এনে ৰূপকে দেখিছিল—

তনু সুকুমাৰ জলদ শ্যাম। প্ৰকাশে পীতবস্ত্ৰে অনুপাম॥
কমল লোচন মুখ প্ৰসন্ন। মুকুতাৰ শাৰী সম দশন॥
উন্নত নাসা মুখে মন্দহাস। কণ্ঠত কৌস্তুভ কৰে প্ৰকাশ॥
হিয়াত জিলিমিলি কৰে কান্তি। মধ্যত জ্বলে শ্ৰীবৎস পান্তি॥
আজানুলম্বিত বাহু দুখান। চাৰু উৰু কৰ কটি সুঠান॥
জঙ্ঘা দুইক দেখি মিলে সন্তোষ। দুখানি পাৱ নৱ পদ্ম কোষ॥

"ৰাসক্ৰীড়া"তো বিৰহ-বিধূৰা গোপীসকলে ইয়াকে দেখিছিল—

হাসো হাসো কৰে আতি বদনকমল। শ্যামতনু পীতবস্ত্ৰে দেখিতে উজ্জ্বল॥
চিকিমিকি কৰে অলঙ্কাৰৰ দীপিতি। গলত পদ্মৰ মালা দেখন্তে তৃপিতি॥

"স্যমন্তক- হৰণ"ত সকলোৰে দেখা কৃষ্ণ—

পীত বস্ত্ৰে শোভে কায়। মেঘত বিজুলী প্ৰায়॥



মুখ চন্দ্ৰো দুহি সৰি। কমল লোচন হৰি॥
কৰ্ণত কুণ্ডল দোলে। বনমালা শোভে গলে॥
ভ্ৰমৰে নছাড়ে লোভে। শিৰত কিৰীটি শোভে॥
কণ্ঠত কৌস্তুভ মণি। প্ৰভাতৰ সূৰ্য্য জিনি॥
একো অঙ্গে দুহি ৰুজ। আজানুলম্বিত ভুজ॥
কেয়ুৰ কঙ্কন ৰঞ্জে। পাদ পঙ্কজক গঞ্জে॥
ৰত্নৰ নূপুৰ বাজে। মেখলা কটিৰ মাজে॥
কোটি কন্দৰ্পক জিনি। প্ৰকাশন্ত যদুমণি॥

"লীলামালা"ত যুধিষ্ঠিৰে দেখা কৃষ্ণৰ বৰ্ণনা—

প্ৰসন্ন মুখ পঙ্কজৰ জ্যোতি। কৌস্তুভ কণ্ঠে গলে গজমতি॥
মকৰ কুণ্ডল উজ্জ্বল গণ্ড। প্ৰকাশ চাৰু চাৰিভুজ দণ্ড॥
কিৰীটি ৰত্ন কৰে কান্তি। উৰুস্থলে জ্বলে শ্ৰীবৎস পান্তি॥
শ্যাম তনু তাতে পীত বসনে। বিজুলী ৰঞ্জে যেন বন ঘনে॥
কটি তটে জ্বলে ৰত্নৰ জ্বালা। আপাদলম্বী গলে বনমালা॥
চৰণ পঙ্কজে মঞ্জিৰ ঘোষ। মিলাৱে ভৃত্যৰ মনে সন্তোষ॥

"প্ৰহ্লাদ-চৰিত্ৰ"ত চাৰি সিদ্ধ আৰু পাৰিষদ জয়-বিজয়ৰ বাদ-বিসম্বাদ দেখা-দিওঁতেও বৈকুণ্ঠবাসী কৃষ্ণ বা বিষ্ণুৰ এই ৰূপেই—

লক্ষ্মীৰ ছটা শ্যাম উৰুস্থলে। আপাদলম্বিত বনমালা গলে॥
গুঞ্জৰে মধুকৰে কৰি যত্ন। শিৰত কিৰীটি অমূল্য ৰত্ন॥
উন্নত নাসা সুপ্ৰসন্ন মুখ। কমল নেত্ৰক দেখন্তে সুখ॥
মকৰ কুণ্ডলে প্ৰকাশ গণ্ড। শ্যামল চাৰু চাৰিভুজ দণ্ড॥
কেয়ুৰ কঙ্কনে প্ৰকাশে তাত। শ্ৰীবৎস মুকুতা হাৰ হিয়াত॥
পীতবস্ত্ৰে শোভে শ্যামল কায়। মুগুচে মুখত হাস্য সদায়॥
অমূল্য মেখলা কটিৰ মাজে। চৰণে ৰত্নৰ নূপুৰ বাজে॥
কৌস্তুভ মণি শোভে কণ্ঠমাজে। দুপাশে নানা দিব্য যন্ত্ৰ বাজে॥

"বিপ্ৰ-পুত্ৰ আনয়ন"ত নৰ-নাৰায়ণ ৰূপ অৰ্জ্জুন-কৃষ্ণই পৰমাত্মা বিষ্ণুক দেখে—

সুন্দৰ শৰীৰ মেঘ শ্যাম। পীত বস্ত্রে অতি অনুপাম ॥
প্রসন্ন বদন মনোহৰ। আয়ত লোচন ৰুচিকৰ ॥
শিৰত কিৰীটি ৰত্নময়। তাৰ ৰশ্মি শোভে কেশচয় ॥
জ্বলে গণ্ড মকৰ কুণ্ডলে। প্রকাশে শ্রীবৎস বক্ষঃস্থলে ॥
কণ্ঠত কৌস্তুভ নৱ সূৰ্য্য। প্রলম্ব বৰ্ত্তুল অষ্ট ভুজ ॥
কেয়ূৰ কঙ্কনে সুশোভিত। বনমালা আপাদলম্বিত ॥
পদ দুই পঙ্কজৰ কান্তি। পাসি ভৈল অঙ্গুলীৰ পান্তি ॥
জ্বলে অতি নখচন্দ্র চয়। ভকতৰ প্রকাশে হৃদয় ॥

"শ্রীকৃষ্ণ বৈকুণ্ঠ-প্রয়াণ"ত "কৃষ্ণ সূৰ্য্য অস্ত" যাবৰ বেলিকা সেই দিব্য চতুর্ভুজ ৰূপধাৰণ—

দেহ জ্যোতি জ্বলে দিশ পাশ। বিধুম বহ্নিৰ যেন প্রকাশ ॥
নৱ মেঘ যেন শ্যাম আকৃতি। তাতে পীতবস্ত্রে কৰে দীপিতি ॥
বদন পঙ্কজে আছে প্রকাশি। মুগুচে সদায় ঈষত হাসি ॥
প্রকাশে কপালে অলকা পান্তি। পদ্মক নিন্দে নখ নৱ কান্তি ॥
কিৰীটি শিৰে সম নাহি তুলে। কর্ণত মকৰ কুণ্ডল দোলে ॥
আজানুলম্বী চাৰু চাৰি হাত। কেয়ুৰ কঙ্কণ প্রকাশে তাত ॥
অঙ্গুলিগণক দেখন্তে তুষ্টি। ৰত্নময় পিন্ধি আছে আঙ্গুঠী ॥
কম্বুকণ্ঠে অতি কৌস্তুভ জ্বলে। মুকুতা হাৰ শোভে উৰুস্থলে ॥
গলত বনমালা কৰে কান্তি। হিয়াত জ্বলে শ্রীবৎস পান্তি ॥
কান্ধ নৱগুণ উত্তৰী পীত। ৰত্নৰ মেখলা জ্বলে কটিত ॥
নূপুৰে ৰঞ্জে পাদ-পদ্ম দুই। ভকতে যাক দেখি সুখী হুই ॥
যতেক অস্ত্র চক্র আদি কৰি। চৌপাশে উপাসন্ত মূর্ত্তি ধৰি ॥

এই সকলোবোৰ বৰ্ণনাই একে, অথচ প্রতিটিয়েই নবীন আৰু মধুৰ। বিৱৰ্ত্তনবাদীসকলৰ দৃষ্টিত দশ অৱতাৰ জীৱৰ দহোটি স্তৰৰ প্রতীক স্বৰূপ; সি যি হওক, শ্রীকৃষ্ণৰ ৰূপ-কল্পনা যে অতি ওখ খাপৰ আধ্যাত্মিকতাৰ সৃষ্টিৰ চিন, ইয়াৰ সমকক্ষ ৰূপ-কল্পনা যে জগতৰ কোনো জাতিৰ বুৰঞ্জীত পোৱা নহয়, ৰসজ্ঞসকলৰ এই বিষয়ত দুয়বা মতদ্বৈধ নাই। ঈশ্বৰে মানুহক নিজ আকৃতিত সৃজন কৰিলে, হব পাৰে; কিন্তু মানুহে যে ঘূৰাই



ঈশ্বৰক নিজ ৰূপত সৃষ্টি কৰি লৈছে, তাত সন্দেহ নাই। শ্রীকৃষ্ণৰ দেহৰ বৰণ যে গৌৰ বা আন কোনো উজ্জ্বল বৰণ নুবুলি শ্যাম বুলিলে, ই সেই আৰ্য্য ঋষিসকলক বৰ্ণান্ধ প্রতিপন্ন কৰে জানো? আকাশ আৰু পৃথিবীৰ মিঠা বৰণেই শ্রীকৃষ্ণৰ 'নৱমেঘশ্যাম', 'নৱদুৰ্ব্বাদলশ্যাম' ৰূপ; তাক দেখি চকু জুৰ পৰে, প্রাণ-মন শীতল হয়। এই ৰূপৰ বাবেই "আছোক আন, বৃক্ষ পশু পক্ষী। প্রেমে পুলকিত তোমাক দেখি ॥" (ৰাসক্রীড়া)। এনে শ্যামল কায়ৰ ওপৰত পীত বৰ্ণৰ বস্ত্র; এই দুই বৰণৰ সমাবেশে যে এক অভাৱনীয় অনিৰ্ব্বচনীয় দৃশ্যৰ সৃষ্টি কৰিব তাক ৰামধনুলৈ মন কৰিলেই বুজিব পাৰি। সাধাৰণভাৱে এই দৃশ্য কেৱল বিজুলীযুত মেঘ বা শ্রীশঙ্কৰদেৱৰ অমৰ ভাষাৰে, 'তড়িত জড়িত জলদ প্রায়।" অকল ইমানেই নহয়, শ্রীকৃষ্ণৰ দেহৰ প্রতি অঙ্গই প্রকৃতিৰ এটি দিব্য ভূষণ স্বৰূপ; প্রকৃতিৰ সকলো সৌন্দৰ্য্যৰ শ্রেষ্ঠতম সমাবেশৰূপে সেই মূৰ্ত্তি অভিনৱ আৰু অপৰূপ। মুঠতে শ্রীকৃষ্ণৰ ৰূপ, বিশ্বৰ বিৰাট ৰূপ; বিশ্বৰ সকলো সৌন্দৰ্য্য ৰূপ-মুগ্ধ ভক্তই নিজ হিয়া-মথনিৰে জন্ম-জন্মান্তৰৰ পৰা মথি উলিওৱা ভক্তি-লৱণুৰে সজা অপৰূপ আৰু অপাৰ্থিৱ মূৰ্ত্তিয়েই শ্রীকৃষ্ণ।

সকলো পাত-ছোত ছিঙি পেলাই দি যেনেকৈ শুদা ফুলপাহিৰ সম্পূর্ণ সৌন্দৰ্য্য দেখুৱাবলৈ চেষ্টা কৰা বিড়ম্বনা মাত্র, সেইদৰে গোপীসকলক এৰি শ্রীকৃষ্ণৰ ৰূপ বৰ্ণাবলৈ যোৱা অকল অশোভনেই নহয়, অন্যায়ো হব পাৰে; গতিকে সামৰণিত, তেওঁলোকৰ হৃদয়-দাপোণৰ ভিতৰেদি কৃষ্ণক এবাৰ চাই নয়ন সাৰ্থক কৰা হওক। সেইদিনা ব্রজবাসী গোপ-নাৰীৰ বিলাই চায় কোনে যিদিনা কৃষ্ণই নন্দৰ ঘৰৰ পৰা "কংশবধে কৰিলা প্রয়াণ।"

ৰথে চড়ি লৰিলা মুৰাৰি। পড়ি পড়ি কান্দে গোপ নাৰী ॥
হৰিৰ বিৰহে দেহা তাৱে। যেন ভৈল বাতুল স্বভাৱে ॥
কৃষ্ণ কৃষ্ণ বুলি গেড়ি দেয়। আমাৰ প্রাণক কোনে নেয় ॥
ক্রূৰ অক্রূৰ ভৈল বৈৰী। জীৱ কাঢ়ি নেয় কেন কৰি ॥
কিনো হৰি নিদাৰুণ ভৈল। গোকুল অনাথ কৰি গৈল ॥
কৃষ্ণ বিনে কি কৰে জীৱনে। আউৰ কোনে যাইবে বৃন্দাবনে ॥
প্রভাতে ৰাখিবে কোনে ধেনু। কোনে বাইবে সুললিত বেণু ॥
কোনে চাইবে কটাক্ষে নিৰেক্ষি। যুড়াব হৃদয় কাক দেখি ॥

কোনে দিবে বংশীৰ নিস্বান। কি দেখি ৰাখিবো আৰ প্ৰাণ॥
আমাৰ জীৱনে নাই সুখ। আউৰ নেদেখিবো কৃষ্ণ-মুখ॥
নীল আকুঞ্চিত যাৰ কেশ। শিৰে ৰত্ন কিৰীটি সুবেশ॥
ভ্ৰূর যুগ মদনৰ চাপ। দৰশনে হৰে হৃদি-তাপ॥
ৰুচিকৰ কমল লোচন। সুধাসম মধুৰ বচন॥
সুৰম ললাট গণ্ডস্থল। চাৰু কৰ্ণে মকৰ কুণ্ডল॥
নাসা তিল কুসুম সুন্দৰ। শোভে আতি অৰুণ অধৰ॥
দশন দাড়িম্ব বীজ পান্তি। হাস্যে জিনে চন্দ্ৰমাৰ কান্তি॥
কম্বুকণ্ঠে কৌস্তুভ প্ৰকাশে। সূৰ্য্য যেন উদিত আকাশে॥
সিংহ বন্ধ স্কন্ধ সুপ্ৰসন্ন। ভুজযুগ ৰত্নৰ মোলান॥
কেয়ুৰ কঙ্কন তাতে জ্বলে। ৰত্নৰ গুলিয়া শোভে গলে॥
হিয়াত শ্ৰীবৎস কৰে কান্তি। যেন মেঘে বলাকাৰ পান্তি॥
পীত বস্ত্ৰে শোভে তনু কালা। আপাদলম্বিত বনমালা॥
তাতে পৰি অনেক ভ্ৰমৰে। মধু লোভে পড়িয়া গুঞ্জৰে॥
বক্ষস্থলে মুকুতাৰ হাৰ। আকাশী গঙ্গাৰ যেন ধাৰ॥
ৰত্নৰ মেখলা কটি মাঝে। সোণাৰ কিঙ্কিনী তাতে বাজে॥
কৰিকৰ উৰু নিৰুপম। চৰণ পঙ্কজ মনোৰম॥
ধ্বজ ব্ৰজ অঙ্কুশে অঙ্কিত। ৰত্নময় নূপুৰে ৰঞ্জিত॥
ভকতৰ হৃদয় ৰঞ্জন। নেদেখিবো সিহেন চৰণ॥

গোপীসকলৰ দীঘল তপত হুমুনিয়াহ পেলোৱা ইয়াৰ লগৰে আৰু কিছুমান পদ আছে; ভালদৰে সুৰ ধৰি গোৱা এই পদখিনি শুনিলে হৃদয় গলি যায়; আন নালাগে, চকুলো সামৰাও টান হৈ পৰে। যি হওক, ফটফটীয়া ৰেখাৰে ভাস্কৰ কাৰুকাৰ্য্যৰ দৰে এটি সুন্দৰ সম্পূৰ্ণ মূৰ্ত্তি ইয়াতো আমি দেখিবলৈ পাওঁহঁক।

ক্লাছিকেল আৰু ৰমান্টিক সাহিত্যৰ সম্পৰ্কে উদাহৰণ দি কব পাৰি, ৰমান্টিক কবিজন জানিবা ইংলণ্ডৰ টেম্‌ছ নৈ, ক্লাছিকেলজন জানিবা ইংলিশ্ চেনেল্! জান-জুৰিৰ হাঁহি-খিকিন্দালি ভৰা কুলু কুলু গীত যেন নৱন্যাসমূলক, ব্ৰহ্মপুত্ৰৰ মধুৰ মন্থৰ গতি যেন ক্লাছিকেল। কিন্তু মহানদ লুইতৰ দৰে



মহাকাব্যত যিদৰে মহত্ত্ব (ছব্লিমিটী) আছে, সেইদৰে তাৰ চঞ্চলতাৰূপ নানান তৰঙ্গ-লীলাও আছে। মুঠতে তপোবন আৰু উপবনেই যথাক্ৰমে দুইৰো অৰ্থব্যঞ্জক তুলনা।

অসমীয়া বৈষ্ণৱ সাহিত্যই এক তপোবন, কিন্তু তাৰ ভিতৰতে শ্ৰীশঙ্কৰদেৱৰ সাহিত্যৰ বৈশিষ্ট্য ধৰ্ম্ম-জগতত তেওঁৰ স্থানৰ দৰে গ্ৰহ-সমূহৰ আত্মা, সূৰ্য্য। তেওঁৰ লেখনীৰ ছত্ৰে ছত্ৰে এই ক্লাছিকেল সৌন্দৰ্য্য এইদৰে 'অশেষ বিশেষ'; তেওঁৰ সাহিত্যৰ ৰাজ্যত সদায় "ছয় ঋতু এক কালে বসন্ত উদয়।" এই সাহিত্য শ্ৰদ্ধাৰে পঢ়িলে আমুওৱা দূৰৰ কথা, তাৰ ৰস-সাগৰত প্ৰাণ একেবাৰে মজি যায়, আত্মা বিমুগ্ধ হয়। এনে সাধনা, এনে অপাৰ্থিৱ সৌন্দৰ্য্য-সৃষ্টি আৰু অন্তৰ্দৃষ্টি নিশ্চয় অৱতাৰ-ৰূপী আদৰ্শ আৰু অতি-মানৱৰহে উপযোগী।

চেতনা, ১৯২২-২৩; বাঁহী, একবিংশ বছৰ, প্ৰথম সংখ্যা; বহাগ, ১৮৫৩।

---

## "ৰুক্মিণীহৰণ"—শ্ৰীশঙ্কৰদেৱ

ৰুক্মিণী-হৰণৰ বিষয়-বস্তু মহাভাৰত, হৰিবংশ আৰু বিশেষভাৱে পুৰাণ-সূৰ্য্য শ্ৰীমদ্ভাগৱৎ প্ৰসিদ্ধ। অসমৰ লগত এই বিষয়ৰ সম্বন্ধ নানানভাৱে পুৰণি কালৰে পৰা আছে। প্ৰতিদ্বন্দ্বী মত নোহোৱা নহলেও, ভীষ্মক ৰজা অসমৰ আৰু তেওঁৰ প্ৰথিত বিদৰ্ভ ৰাজ্য আৰু ৰাজধানী কুণ্ডিন্ অসমৰ পূব অঞ্চল আৰু সদিয়া বুলি অসমীয়াৰ ধ্ৰুৱ বিশ্বাস। তদুপৰি পুৰণি অসমীয়া সাহিত্যতো ইয়াৰ যোগ-সূত্ৰ শকত। ই দশম স্কন্ধ ভাগৱতৰ কথা; আগ-দশম শ্ৰীশঙ্কৰদেৱে নিজে ভাঙি, শেষ দশম তেওঁৰ "উচ্ছিষ্ট ভোজন" ৰূপে বৈষ্ণৱ কবি অনন্ত কন্দলীক পদ কৰিবলৈ এৰি দিয়া কথা বুৰঞ্জীমূলক। ঠিক এই বিষয়েই শ্ৰীশঙ্কৰদেৱে এখন সুকায়া কাব্য আৰু এখন অঙ্কীয়া নাট লিখি ইয়াক প্ৰচাৰিত কৰে। অকল ইমানেই নহয়, শ্ৰীশঙ্কৰদেৱৰ পূৰ্ব্বেও ইয়াৰ অসমীয়া পদ কৰা হৈছিল।

কিন্তু বৈষ্ণৱ কবিয়ে সেই একে মূলৰ একে আখ্যানকে ওখ আধ্যাত্মিক ভাবৰ ডাঠ বোলেৰে বোলাইছে; অকল তাৰ বাবে হলেও শ্ৰীশঙ্কৰদেৱৰ ৰুক্মিণীহৰণ নাট আৰু ঘাইকৈ ৰুক্মিণীহৰণ কাব্য মিলাই চাব-লগীয়া। "হৰিশ্চন্দ্ৰ উপাখ্যান" কাব্য শ্ৰীশঙ্কৰদেৱৰ প্ৰথম কাব্য ৰচনা বুলি ধৰা হয়। "ৰুক্মিণীহৰণ কাব্য'ও মহাপুৰুষ বৰদোৱা কি বেলগুৰিত থাকোঁতেই ৰচনা কৰা বুলি অনুমান কৰা হয়। এই অনুমানৰ ঘাই হেতু এই কাব্যৰ ৰচনাতে লুকাই আছে। কাব্যৰ আৰম্ভণৰ (পদ ৪।৫) ভাষা-বিলাসিতা নিশ্চয় লেখকৰ ডেকা বয়সৰহে উপযোগী। বিষয়-বস্তুতো বাক্-চাতুৰ্য্য আৰু বৰ্ণণা-বাহুল্য যিদৰে দেখা হয়, মহাপুৰুষৰ প্ৰৌঢ় বয়সৰ কোনো ৰচনাত তাৰ উপমা পাবলৈ নাই। শিশুপাললৈ বিয়া দিয়াৰ প্ৰস্তাৱত ৰুক্মিণীয়ে কোৱা কথা (৮৯-৯১), কাব্যৰ মাজভাগত কবিৰ আত্ম-পৰিচয় (৫২৭-৫৩০) আৰু সামৰণি (৭৯০-৭৯২) এই বিষয়ৰ নিশ্চিত প্ৰমাণ বুলিব পাৰি।

হব পাৰে, কবিৰ প্ৰৌঢ় বয়সৰ গভীৰ ভাব আৰু ঘনীভূত ভাষাৰ ৰচনাতকৈ ডেকা বয়সৰ এই কাব্য সেইবাবেই আগৰ ডেকা-বুঢ়া প্ৰায় সদৌ অসমীয়াৰে মুখে মুখে; অধিক কি, ৰুক্মিণীহৰণ কাব্যৰ যিমানবোৰ পদ আজিও অসমীয়া ঘৰুৱা প্ৰবচনত পৰিণত হৈ ৰৈছে, আন কোনো কাব্যৰ সিমান নাই। উদাহৰণ স্বৰূপে তেনে বুৰি বুৰি উপমাৰ পৰা দুই চাৰিটা তুলি দিয়া হল:— "মাধৱৰ নামে সিটো জুইত নেদে খেৰ।" "মিছা বাদ নকৰস যেন নাকে-খুৰে॥" "যোৰেসে ভগিনী নেই কাৰ কিবা হানি। আনৰ জৰত কোনে আনে পিয়ে পানী॥" "যতেক কুকুৰে, কামোৰ মাৰয়, তথাপি আঠুৰ নাম॥" "যাক নাটিলেক যুদ্ধে মহাৰাজা জাক। ধান গুঞ্জ লৈয়া তই খেদি যাহ তাক॥" "তোমাক বিৰোধ কৰি খাইলে দুই আখি। মৰিবাক লাগিয়া হাতীক যুজে মাখি॥" "হাৰিয়া জিনয় কতো জিনিয়া হাৰয়। সৰ্ব্বকালে সংসাৰত কাৰো নাহি জয়॥"

জন-সাধাৰণৰ মনৰ ওপৰত এনে যুগমীয়া প্ৰভাৱৰ উপৰিও সমসাময়িক কবিসকলৰ ওপৰতো এই কাব্যৰ প্ৰভাৱ সামান্য নাছিল। উপমাৰূপে কেইটি-মানলৈ আঙুলিয়াব পাৰি—"অমৃতক বাঞ্ছে যেন চুকৰ ভেকুলি"—ৰুক্মিণীহৰণ; "চুকৰ ভেকুলি হুয়া গঙ্গা স্নানে যাস।"—অনন্ত ৰামায়ণ, অৰণ্য কাণ্ড। "মোৰ আগে শত্ৰুক দেখস বৰ গোট।"—ৰুক্মিণীহৰণ; "আমাৰ আগত দেখুৱাহা বৰ গোট।"—ৰামচৰণ, শঙ্কৰচৰিত। "স্বভাৱতে স্ত্ৰীজাতি নোহে স্বতন্ত্ৰী।"—ৰুক্মিণীহৰণ; "তিনিয়ো কালত নাৰী নোহে স্বতন্ত্ৰী।"—কুমৰ হৰণ। "......কঙ্কালে। মুঠিতে লুকায় যেন বতাসতে হালে॥"—ৰুক্মিণীহৰণ; "......মধ্যে হালে কায়। বতাসতে লৰে আতি ভাগি নপৰয়॥"—কুমৰহৰণ।



ৰুক্মিণীহৰণ নাটত শ্ৰীকৃষ্ণলৈ ৰুক্মিণীৰ পত্ৰ—"স্বস্তি শ্ৰীপৰমেশ্বৰ সকল-সুৰা-সুৰ-বন্দিত পাদপদ্ম প্ৰপন্নজনতাৰণ নাৰায়ণ শ্ৰীশ্ৰীকৃষ্ণচৰণ-সৰোজেষু ৰুক্মিণ্যাঃ সহস্ৰ প্ৰণাম লিখনম্। শিৰমিহ নিবেদনঞ্চ॥ হে স্বামি! ভিক্ষুক মুখে তব গুণ-ৰূপ শুনিয়ে কায়বাক্যমনে তোহাক পতিভাৱে বৰইছি। তথি পাপী শিশুপাল হামাক বিবাহ কৰিতে আৱল থিক। যৈচে সিংহক ভাগ নিতে শৃগাল আসয় থিক। তাহে দেখিয়ে ভয়ে দণ্ডে যুগ যাই। জানি হামু নিজ দাসীক সত্বৰে নেৱ আসিয়া স্বামী॥ যব বোল তোহো অন্তেষপুৰে বহু কোন পৰকাৰে ভেট পাৱব, তথি উপায় কহোঁ। হে নাথ তা শুনহ, বিবাহক পূৰ্ব্ব দিবস ভৱানীক মঠ চলব। সে সময় হামাক ধৰি নিয়ে যাব॥ যব তোহোঁ হেলা কৰি হামাক নাহি নেৱব, তব তোহাত বধ দিয়ে হামো প্ৰাণ ছাড়ব। পাপী শিশুপালক ছাঁয়া হামো কবহো পাৱে নাহি পৰশো। ওহি জানি নিজ দাসীক হে নাথ উদ্ধৰ উদ্ধৰ। তৱ চৰণ সৰোৰুহে কিং বহু লেখ্যমিতি পত্ৰমিদম্।"—এই কথাকে কবিয়ে আকৌ ৰুক্মিণীহৰণ কাব্যত ভাব আৰু ভাষাৰ অপূৰ্ব্ব হেন্দোলনি তোলা যি অনুপম ছবি ছন্দত বৰ্ণাইছে (১০০-১০৫) শঙ্কৰ-প্ৰাণ শ্ৰীচন্দ্ৰভাৰতীয়েও তেওঁৰ কুমৰহৰণ কাব্যৰ উষাৰ স্বপ্ন-কাহিনীত একে ছবি-ছন্দকে ব্যৱহাৰ কৰিছে।

ৰুক্মিণীহৰণ কাব্যৰ ঘাই চৰিত্ৰবোৰ ভীষ্মক, শশিপ্ৰভা, ৰুক্মি, ৰুক্মিণী, শিশুপাল, সুমালিনী, বেদনিধি, কৃষ্ণ ইত্যাদি। সদৌ কাব্যখনতে যে অসমীয়া জাতীয়তা বাৰুকৈয়ে ছিটিকি পৰিছে, ইয়াৰ সৰবৰহী পদবোৰৰ পৰাই তাৰ সুন্দৰ আভাস পাব পাৰি; চৰিত্ৰবোৰতো সেইদেখি সৰহ-তাকৰকৈ এই গুণ প্ৰতিফলিত হোৱা স্বাভাৱিক মাথোন। ভীষ্মকৰ চৰিত্ৰ—"অনুচিতে পিম্পৰাৰো নিচিন্তত মাৰ॥ যেন জলময় ৰাজা নাহি কোপ-তাপ। দণ্ড-বন্ধ নাহিকে প্ৰজাৰ যেন বাপ॥" (১৪)।

মহাদে শশিপ্ৰভাও "নৃপতিৰ মনোময়ী সুভগা সুন্দৰী। ৰূপে গুণে অনিন্দিতা যেন বিদ্যাধৰী॥" আন দহ জনী মাকৰ দৰেই ৰুক্মিণী ডাঙৰ হৈ

অহাৰ লগতে মাকৰ উথল-মাথল লাগিল—"ৰুক্মিণী জীয়াইব আৰে ভৈল কন্যা-কাল। বিচাৰিয়ো বৰ ৰাজা কৈত আছে ভাল॥" বুলি ৰজাৰ আগত উন্মুকিয়ালে। অকল উন্মুকিয়ায়ে এৰিলে জানো?—"সাত পাঞ্চ নাহি মোৰ জীউ এক গুটি। কেন মতে আসে প্ৰভু নিশ্চিন্তে ঘুমটি॥" বুলি পেৰিবলৈ ধৰিলে। আন দহ গৰাকী মাকৰ দৰেই মহাদৈৱেও পূৰ্ণ সংসাৰ-জ্ঞানেৰে ৰজাক আকৌ কলে—"ৰুক্মিণী সদৃশ বৰ চাহিও সকাল। ৰূপ-গুণ চাহি যেন দশে বোলে ভাল॥ ভাল চাহি দিলে দৈৱে যেহি লাগে হোক"—ইত্যাদি। সেইমতে ৰাণীৰে কথা হৈ ৰজাই জ্ঞাতি-কুটুম্ব আৰু পাঁচ পুত্ৰ মতাই আনি কলে বোলে দুয়ো পিতৃ-মাতৃয়ে ৰুক্মিণীলৈ কৃষ্ণৰ বাহিৰে আন যোগ্য বৰ পোৱা নাই, গতিকে তেওঁতে বিয়া দিবলৈ যেন আটায়ে সম্মত হয়। আৰু কলে, "ত্ৰিজগত পতি যেৱে হোৱন্ত জমাই। আছোক মনুষ্য দেৱতাকো শঙ্কা নাই॥" এক ৰুক্মৰ বাহিৰে আটায়ে সেই প্ৰস্তাৱত মত দিলে; ৰুক্ম কিন্তু জ্বলি-পকি উঠিল—"আনতো নভৈল তুমি পিতৃ নামে খাইলা। যাদৱ গোটক বৰ জমাই খুজি পাইলা॥" আৰু বঢ়া-বঢ়ি নহওক বুলি ৰজাই ৰুক্মৰ কথামতেই শিশুপালৰ লগত ৰুক্মিণীৰ বিয়াৰ দিহা হওক বুলি শাম কাটিলে। সুমালিনী বাইৰ "হৰস-ফৰস কৰি কথা কহে তাই" আৰু বেদনিধি বাপুৰ "সামান্য ব্ৰাহ্মণ হেন নেদেখিবি মোক। পৰ্য্যটি আসিবে পাৰোঁ এই তিনি লোক॥" আদি একোফাকি কথাই, চিত্ৰকৰৰ লিখনীৰ এটি সামান্য ঘঁহাই একোখনি সম্পূৰ্ণ চিত্ৰ আঁকি দিয়াৰ দৰে, তেওঁলোকৰ চৰিত্ৰ ফুটাই তুলিছে। ৰুক্ম বীৰৰ বিষয়েও এই একে কথাই। পাঁচ ভাইৰ মাজৰ হুমলীয়া ভনীটী ৰুক্মিণী আইদেৱৰ অনুপম বৰ্ণনা (১৮-২৫) মহাপুৰুষৰ পাছৰ বয়সত ৰচা নাটত ঘনীভূত হৈ পৰিছে "ভিক্ষুক"ৰ মধুৰ ভটিমাত।

বিতোপন পদৰ দ্বাৰকা বৰ্ণনাত অনুপম দুলৰী ছন্দৰ কুণ্ডিল বৰ্ণনাত নবীন কবিৰ চাতুৰ্য্য আৰু কাৰিকৰি সুন্দৰ হৈ ফুটি ওলাইছে। কুণ্ডিল নগৰৰ একোটি ঘৰৰ দৰেই যেন ইয়াতে—"বিচিত্ৰ কৰটি, কাটি শিলাকুটি, গৃহৰ বান্ধিলা কান্থি।" শ্ৰীকৃষ্ণ কুণ্ডিললৈ অহা শুনি "উৰুক-মুৰুক কৰি পিন্ধে অলঙ্কাৰ", "হলফল কৰে স্তন কেশ আউল-জাউল" আৰু ৰামায়ণত শ্ৰীৰামচন্দ্ৰৰ ৰূপ সমজুৱাসকলে "চক্ষুভিঃ পীয়ন্তে মুহুৰ্মুহুঃ" কৰাৰ দৰে শ্ৰীকৃষ্ণকো গভীৰ ধ্যানত "বাহুৱে আলিঙ্গি যেন নেত্ৰে কৰে পান"—আদি বিৱৰণত



তিকতাসকলৰ উদুলি-মুদুলি আৰু উগুল-থুগুল ভাব যিদৰে প্ৰকাশ পাইছে, তাৰ সমুচিত প্ৰশংসা কৰিব পৰাও সহজ নহয়। সেইদৰে যেতিয়া "ৰুক্মিণী ৰমণী কুঞ্জৰ গমনী, লীলা গতি চলি যান্ত" তেতিয়া সেই ৰূপৰ যে কি অপৰূপ মহীয়সী শক্তি!—

"ৰূপ দেখি বৃক্ষো, মুঞ্জৰিল সৱে, বসন্তে নেৰয় কোল।
পুষ্পৰ সুৰভি, গন্ধ-লোভে আতি, ভ্ৰমৰে কৰয় ৰোল ॥২৭১
সুগন্ধি শীতল, মলয়া পৱন, বহে সমস্তকে ঢাকি।
অল্প অল্প কৰি অমৃত সিঞ্চিলা, মেঘে আকাশত থাকি॥

এই ৰূপৰ মাদকতাত মতলীয়া হৈ আনৰ কথাই নাই—

"কথমপি হৰি, আছে ধৈৰ্য্য ধৰি, থিৰ কৰিলন্ত চিত্ত।
হৰিবাক প্ৰতি, মাধৱৰ মতি কৰে অতি পিত-পিত ॥৩৭৭"

কাব্য-কলাৰ এনে অপাৰ্থিৱ সৌন্দৰ্য্য অযাচিতে এই কাব্যৰ আৰু অনেক ঠাইত ছিটিকি পৰিছে। ৰুক্মিণীক হৰি নি কৃষ্ণই ৰথত তুলিছেগৈ, আৰু "এক পাশে ৰথত বসিলা বৰ বালা। মেৰুত উদিত যেন চন্দ্ৰমাৰ কলা॥" কইনা সজাওঁতেও—"ৰুক্মিণীৰ আগে কিছু নোহে অপেচৰা। চন্দ্ৰৰ আগত যেন নজ্বলয় তৰা॥ সূৰ্য্যৰ আগত যেন প্ৰকাশে প্ৰদীপ" ইত্যাদি। ইমানেই নহয়, যাদৱ সৈন্যৰ আক্ৰমণত থকা-সৰকা হোৱা ৰুক্ম বীৰৰ বৰ্ণনাও—"প্ৰকাশে কুমৰ, বসন্ত কালৰ, পুষ্পিত যেন মন্দাৰ।" কৃষ্ণৰ পদাতিবোৰ উলটি আহোঁতে "হেন শুনি উলটিল কৃষ্ণৰ পদাতি। বহিবে লাগিল যেন সাগৰ উভতি॥" আদিও অতি প্ৰতিভা-ব্যঞ্জক। জাতীয়তাৰ ফালৰ পৰা কাব্যখনিৰ ভাব-ভাষা, চৰিত্ৰ আদি কিদৰে জাতিষ্কাৰ, আগতে উন্মুকিয়াই অহা হৈছে। ঘাইকৈ স্ত্ৰী-চৰিত্ৰবিলাক, তাৰ ভিতৰতো শশিপ্ৰভাৰ চৰিত্ৰ, আৰু ৰুক্মিণীৰ বিয়াৰ বৰ্ণনাত আমি সকলো প্ৰকাৰে এক সম্পূৰ্ণ অসমীয়া বায়ু-পানী সেৱি থকা যেন লাগে। শ্ৰীকৃষ্ণ অকলে অহাত দৈৱকীয়ে খেদ কৰি বলভদ্ৰক কোৱা কথা, "সকলে শত্ৰুৰ মেল মিত্ৰ কেহোঁ নাই। জানিলোঁ কন্যাৰ লোভে গৈল গোবিন্দাই॥" "গোবিন্দ সহিতে সৱে ঝাণ্টে হোৱা ভেট। নসহে পৰাণ মোৰ পোৰে আতি পেট॥" বৰ-জনাকক দেখি ৰুক্মিণীয়ে "নৈলন্ত ওৰণী পাছে

দেখিয়া বলক ;" কৃষ্ণৰ অৱস্থা দেখি শশীপ্ৰভাৰ খেদ—"কতনো বুজাইলোঁ নুশুনিলি হাক-ডাক। তোহোৰ আগত নাপালোঁহো মৰিবাক ॥ জমাইৰে তোহোৰ যুজিবাক কিয় লাগে" ইত্যাদি শশিপ্ৰভা দ্বাৰকালৈ যোৱাত—"বিহানিক দেখিয়া দৈৱকী গাৱ চালি। অনেক সাদৰে ধৰিলন্ত আঙ্কোৱালি ॥" "মহাদৈও দৈৱকীক সাবটিলা ৰঙ্গে।" আৰু "মাৱক দেখিয়া ৰুক্মিণীৰ ৰঙ্গ চিত্ত। উৰুক-মুৰুক কৰি গৈলা সন্নিহিত ॥" শশিপ্ৰভাই আশীৰ্বাদৰ লগতে "মোহোৰ কেশৱ আয়ু লৈয়া তুমি জীয়া ॥ দেখিবাৰ পৰাসে জুৰাইল মোৰ হিয়া ॥ হেন জানো তোক আউৰ নেদেখিবোঁ আই।" ইত্যাদি, ইত্যাদি। আটাইতকৈ, কুণ্ডিললৈ উলটি আহিবৰ কালত শশিপ্ৰভাৰ কাকুতি শুনিলে কোন অসমীয়া জীয়ৰীৰ মাকৰ চকু-লো নোলাই থাকিব ?—

"ভীষ্মকো লৰিল, কুণ্ডিলক প্ৰতি, জমাইত মেলানি লই।
দৈৱকীৰ হাত, ধৰিয়া বোলন্ত, শশিপ্ৰভা মহাদই ॥
পাঞ্চ পুত্ৰ মাজে, জীউ একখানি, সম্যকে মোহোৰ জীৱ।
কাবৌ কৰোঁ হেৰা, পালিবাঁ গোসানী তোমাৰেহে ভৈল জীৱ ॥ ৭৮৩ ॥
সুৱগাত মোৰ, বাঢ়িল ৰুক্মিণী, ঘৰে কৰে নিতে বোষ।
ঢাকি-ৰাখি তুমি আপনি চাহিবা, মৰবিবা দশ দোষ ॥
তোমাৰ হাতত সম্পিলোঁ জীৱক, কৰিলোঁ হেৰা মেলানি।
মাৱক যাইবাৰ দেখি ৰুক্মিণীৰ নয়নৰ পৰে পানী ॥
অনেক প্ৰকাৰে বুজাই ৰুক্মিণীক উলটাই পঠাইলা ঘৰ ॥
পাছে সুমাজিনী ধাই মাধৱক বোলয় কৰি কাতৰ ॥ ৭৮৫
কোলায়ে বোকায়ে তুলিলোঁহো দুঃখে, সুখ দিয়া তোক আই।
চৰণত ধৰোঁ কাতৰ কৰোঁহো পালিবাঁ তুমি গোসাঁই ॥" ৭৮৬

হাস্য-ৰসৰো ছিটিকনি নবীন কবিৰ এই ৰচনাত বহুত ঠাইত ছিটিকি পৰিছে। বেদনিধি বাপুৰে "সুৱৰ্ণ খাটত ঘেলাইলা পাছে গাৱ ;" কিন্তু কৃষ্ণৰ কুণ্ডিলমুৱা ৰথৰ বেগত পেট উখহি বামুণ যেতিয়া মূৰ্চ্ছা গল, তেতিয়া কৃষ্ণৰ আদেশমতে বাঘজৰী আজুৰি ঘোৰা ৰখাই দেখে, তেওঁৰ অৱস্থা "কাহিল"। "ঢিমিকি ঢিমিকি মাত্ৰ লৰে ধাতুখানি।" আৰু "অনেক আশ্বাস কৰি মাধৱে চিয়ান্ত। তথাপিতো চকু মেলি ব্ৰাহ্মণে নচান্ত ॥১৫৭ নিচিনোহো তোমাক তুমি বা



কোন জন ॥ কৈৰ হন্তে আসি আছা কি কাৰণে আসি। হেন শুনি মাধৱে মাতন্ত হাসি হাসি ॥ ১৫৮"। ৰজাসকলৰ লগত যাদৱ সৈন্যৰ যুদ্ধত—"কাহাকো লাঙ্গল দিয়া আজোৰন্ত ৰাম। অঙ্কুশি লগায়া যেন ঝোকাৰন্ত আম ॥" আৰু "কাকো পেলাই গুৰিয়াৱে যেন মাটি খচে" ইত্যাদি। পৰাজিত ৰুক্ম বীৰক প্ৰাণে মৰাৰ সলনি যি লঘু-লাঞ্ছনা কৰিলে, সেই প্ৰসঙ্গত—"কপালত ৰেঘা দিয়া পিন্ধাইলন্ত ফোট। ৰুক্মিক দেখিয়া যেন হলো পশু গোট ॥" এইদৰে মহাপুৰুষ নৱ-ৰসৰ সহায়েৰে "পাতক তাৰণ, ৰুক্মিণী হৰণ" ৰচনা কৰিলে যাতে "ইহাৰ শ্ৰৱণ-কীৰ্ত্তনে সাক্ষাতে সাধয় পৰম গতি ॥"

[ জেউতি, ১৯শ বছৰ ; ৩য় সংখ্যা ]

---

# চোৰ-ধৰা অঙ্ক—শ্ৰীমাধৱদেৱ

ভাৰতীয় প্ৰাদেশিক ভাষাত লিখা নাটৰ ভিতৰত প্ৰাচীনত্ব সম্পৰ্কে বোধ কৰোঁ অসমীয়া নাটৰ বিশেষ যহ কৰিবৰ ঠাই আছে। আন নালাগে, সেই কালৰ ইংৰাজী নাটৰ লগত ৰিজালেও এই বিষয়ত অসমীয়া নাটে পৰাভৱ মানিব নালাগিব। যি সময়ত অসমীয়া সাহিত্যৰ মহামহিমান্বিত বৈষ্ণৱ যুগৰ ভৰ-পক, সেই সময়ত ইংৰাজী সাহিত্যৰ গৰিমাময় এলিজাবেথ যুগ তেনেই আমা-ডিমা। অসমীয়া নাটক অন্ততঃ পঞ্চদশ শতিকাৰ শেষভাগ মানৰ ভিতৰতে পোনতে ৰচা হৈছিল ; কিন্তু মাৰ্লৰ টেম্বৰলেন নাটকেৰেহে ১৫৮৭ খৃঃত সেই যুগৰ প্ৰকৃত ইংৰাজী নাটকৰ প্ৰথম সূচনা হয় বুলি অনেক পণ্ডিতে কয়। গতিকে অসমীয়া নাট দেখাতে তাতকৈ সৰহ-তাকৰ এশ বছৰৰ আগ বাঢ়ে।

শ্ৰীশঙ্কৰদেৱে সেই আদি-এলিজাবেথ কালতে ভাৰত-পৰ্য্যটন কৰে তাৰো আগতে আজি-কালিৰ দৃশ্যপটবোৰৰ দৰে নিজে কাপোৰত নক্সা আঁকি "চিহ্ন যাত্ৰা" নামে ভাওনা পাতিছিল, আৰু আন নানান গীত-পদ আদি ৰচনা কৰিছিল। গ্ৰীছ আদি ইউৰপীয় নাট্য সাহিত্যৰ প্ৰথম অৱস্থাত যেনেকৈ ধৰ্মমূলক নাটৰ প্ৰাধান্য, ভাৰতীয় নাটকৰো পাতনি হয় সেইদৰে ধৰ্মমূলক উদ্দেশ্যতে। অৱশ্যে ভাৰতীয় নাটক সৰ্ব্বতোভাৱে ভাৰতীয় মূলৰ পৰাই ওলাইছে, আৰু ইয়াত

খ্ৰীষ্টীয় ইটালীয় আদি নাটৰ কোনো প্ৰভাৱ নাছিল বুলিয়ে ইউৰপীয় পণ্ডিত-সকলৰো মত। অসমীয়া পুৰণি নাটবোৰেও এই ধৰ্ম্ম-ভাবৰ মূলটোকে ৰক্ষা কৰিছে আৰু সেইবোৰ তাতেই কেন্দ্ৰীভূত।

শিতানত নাম দিয়া শ্ৰীমাধৱদেৱৰ এই এখদমান নাটখনিও ধৰ্ম্মমূলক, ভগৱান শ্ৰীকৃষ্ণৰ শিশুলীলাক আশ্ৰয় কৰি লিখা। বিষয়, কৃষ্ণই গোপীৰ ঘৰত লৱণু চুৰ কৰা। এনে কথা মহাভাৰত, বিষ্ণুপুৰাণ, ক'তো নাই। কথা-প্ৰসঙ্গত মাথোন হৰিবংশত সামান্য উল্লেখ আছে। ভাগৱতত্তহে ইয়াৰ ৰূপত ৰহন চৰিছে। তথাপি অসমীয়া বৈষ্ণৱ কবিয়ে বৰ্ণোৱা মতে কোনো ঘটনা আন ক'তো পাবলৈ নাই; শিশু কৃষ্ণৰ চতুৰতাৰ দুই এটা কথা পুৰাণ আদিৰ পৰা ধৰি মাধৱদেৱে এই বিতোপন নাটিকা লিখিলে। ইয়াৰ বৰ ভাৰৱীয়া শিশু কৃষ্ণৰ কাৰণে ভক্ত কবিৰ বাৎসল্যৰসপূৰ্ণ পবিত্ৰ ভক্তিৰ এটি উমি উমি তাপৰ ভালকৈয়ে গম ধৰিব পাৰি। "কীৰ্ত্তন" আৰু "দশমত" থকা শ্ৰীশঙ্কৰ-দেৱৰ অনুপম শিশুলীলা বৰ্ণনাৰ উপৰিও, মাধৱদেৱৰ ৰচিত নানান গীত, কৱিতা আৰু নাটত, আৰু শ্ৰীধৰ কন্দলীৰ "কাণখোৱা" পুথিত থকা শিশু কৃষ্ণ বিষয়ক উপাদেয় ৰচনা এই বাৎসল্য ৰসত ভালকৈয়ে সেমেকিছে।

নাটকখনি এটি সুন্দৰ সংস্কৃত শ্লোকেৰে মুকলি কৰি সুৰলা ব্ৰজবুলি মাতেৰে সূত্ৰধাৰ আৰু ভাৰৱীয়াসকলৰ বচন আৰম্ভ হৈছে। সেই কালৰ চলিত প্ৰথামতে পোনতে সূত্ৰধাৰ আহি নাটৰ সোণালী সূত্ৰডালি দাঙি ধৰিলে। সাধাৰণ সূত্ৰৰ পিছত বিশেষ সূত্ৰও কলে,—

"হে সামাজিক লোক! এক দিবসে গোপীক শূন্য গৃহে দেখিয়ে শ্ৰীকৃষ্ণ লৱণু চোৰ কৰিতে পৈশল। তথি গোপী বাহু মেলি দ্বাৰ বন্ধ কয়ে কহো। পৰাক গোপীসৱ সহিতে শ্ৰীকৃষ্ণক যৈছে চোৰ ধৰল, তাহেক দেখহ শুনহ, নিৰন্তৰ হৰি বোল, হৰি বোল।"

ইয়াৰ পাছতে নাটকৰ ঘাই অংশ। গিৰিহঁতনীয়ে চোৰক দুৱাৰ জপাই ধৰি জয়ৰ উলাহত লগৰীয়াসকলক মাত দিলে,—'সখীহঁত, গভাইত চোৰ ধৰা পৰিছে; আজি এৰন নাই, তোমালোক বেগতে আহাঁ, নাহিলে "হামাকু মাৰিয়ে চোৰ পলায়ব।"

চোৰটি যে এলা-পেচা বিধৰ নহয় সেইটো ঠিক। গোপীসকল চাৰিওফালৰ পৰা চাপি-কুচি অহা দেখি কৃষ্ণয়ো নিজ সৈন্য-সামন্ত আহ্বান কৰিলে, "আহে



সখি সৱ! শ্ৰীদাম, সুদাম, বিশাল, ঋষভ, স্তোক কৃষ্ণ, সুবেল, অৰ্জ্জুন! তুহোঁ সৱ সত্বৰে আৱ। হামাক একেশ্বৰ দেখিয়ে চোৰ বোলিয়ে বহুত ঝুণ্টা ঝগৰা কৰইছে।'

নিমিষতে উভয় পক্ষৰ সৈন্য গোট খালত মহা হুলস্থূল লাগিল; কোন বাদী, কোন বা প্ৰতিবাদী তাৰ চিন হেৰাল। এতিয়া কৃষ্ণক পায় কোনে? তেওঁ ডাঙৰকৈ মাত দিলে—

"আহে ঢাণ্ডী গোৱাৰীসৱ! হামাক কলঙ্ক দিয়ে তোৰা সৱ কি এৰাইতে চাৱ। তোৰাসৱক আজু মাৰক আগু নিয়া ভেটব। হামাক বাত বুঝব।" "আপনহি সৱে দধি দুগ্ধ খাই হামাক কলঙ্ক দেসি। তোৰা সৱক হামু ছাড়বো নাহি।"

গোপীসকলে এতিয়াহে বুজিলে, তেওঁলোকে কি বৰলৰ বাহ জোকাই লৈছে! অগত্যা তেওঁলোকে কথাৰ বান্ধ ঢিলাই দিবলৈ বাধ্য হল,—'আহে কানাই! তোহাক হামু চোৰ নাহি বুলিয়ে। তোহো আপোন গৃহে যাৱ। তোহাক হামো সৱে ছাৰলো।"

কিন্তু এতিয়া জ্বৰে এৰিলেও কৰ্পটীয়ে নেৰে। তথাপি এটা সমিল-মিলৰ আৱশ্যক দেখি কৃষ্ণই কলে "আহে ঢাণ্ডী গোৱাৰী সৱ! তোহো যৱ ছোড়হ, হামু তোহাক নাহি ছোড়ি। তৱ ছোড়ি যৱ আমাক কিছু লৱণু দেহ।" এই প্ৰস্তাৱকে গোপীসকলে আদৰি ললে; শ্ৰীকৃষ্ণই নৃত্য-গীত কৰিব, গোপীসকলে তাৰ মাজে মাজে লৱণুৰ যোগান ধৰিব, এই মীমাংসাত দ্বন্দ্ব ওৰ পৰিল। প্ৰায় এনে ধৰণৰ এটি খুহুটীয়া কাব্য-কথা দেখা পোৱা হয় ৰুবিবৰ ৰাম-সৰস্বতীৰ "ভীম-চৰিত" পুথিত, যেতিয়া ভীমে নিজে গৰু মাৰি এবাৰ কাৰ্ত্তিক-গণেশক, আৰু তাৰ বিপৰীতে সাক্ষী হব খোজাত ঋষি বিশ্বামিত্ৰৰ গাত, ঘূৰি গৰু মৰা বাদ দিয়ে।

ইফালে, দামুৰি হেকুৱাই বিয়াকুল হোৱা গাইৰ দৰে, কৃষ্ণক বিচাৰি যমুনাৰ পাৰে পাৰে আহি উপস্থিত হল যশোদা। বাটৰ বাটৰুৱাক সুধিবলৈ বাকী থোৱা নাই,—হেৰা বাটৰুৱা, মোৰ লৰা কলৈ গৈছে কৰবাত দেখিছাঁ যদি বেগাই কোৱাঁ। "আহে পথিক! হামাৰি বালক ঐছন ৰূপ, ভণ্টা খেড়ি খেলাইতে শ্ৰমজলে বদন-পঙ্কজে শোভা কৰইছে। কুবলয় দল জিনিয়ে শ্যাম শৰীৰ প্ৰকাশ কৰইছে। পেখিতে পৰম আনন্দ মিলত।

কিন্তু বাৎসল্যৰসপ্ৰিয় ভক্ত কৱিয়ে যশোদাৰ পুত্ৰ-স্নেহৰ গভীৰতা জানো ইমানকে দেখুৱাই এৰিছে? বাটকুৱাৰ পৰা আশাপ্ৰদ সমিধান নাপাই যশোদা একেবাৰে মূৰ্চ্ছিত হৈ মাটিত লেটি লৈ পৰিল। এনেতে এজনী গোপী আহি তেওঁৰ বতৰা সুধিলে; উত্তৰত যশোদাই দুখৰ সেই বুকু-ভঙা বাতৰি কলে—

"হে মাই গোৱাৰি! তোহো হামু অভাগিনীত কি পুছহ? মুহো অনেক পুণ্য কৰিয়ে দেৱতাক বৰে কৃষ্ণক পুত্ৰ পাৱলোঁ। সে প্ৰাণপুত্ৰ কৃষ্ণ খেৰি খেলাইতে বিহানে বজাৱল। বিয়াল ভৈ গৈল এখনো নাহি আৱল। সে প্ৰাণপুত্ৰক বিচাৰি নপাই হামাৰি প্ৰাণ কৈছে ৰহব?"

ইয়াৰ পাছত অৱশ্যে সেই গোপীয়ে যশোদাক কৃষ্ণৰ শুভ বাতৰি দি জানিবা প্ৰাণদানহে দিলে! কৃষ্ণৰ ক্ৰীড়া-কৌতুকৰ সেই ঠাইলৈ যশোদাক লৈ যোৱা হল। কিন্তু দোলা দেখি বকুৱা আকৌ খোৰা হল; একে জাঁপেই কৃষ্ণ মাকৰ কোলাত উঠিল আৰু "শ্ৰীকৃষ্ণ মাৱক স্তন-পান কয়ে মাৱক বদন নিৰেখি কান্দি কান্দি গোপীক সব বৃত্তান্ত শুনাৱল।"

এইখিনিতে কাব্যৰ বিজয়মণ্ডিত চূড়াত আৰু চতুৰ শিশু কৃষ্ণৰ সম্পূৰ্ণ জয়-জয়-কাৰৰ মাজত নাটকৰ সমাপতি, যেতিয়া যশোদাই কৈ উঠিল—'আহে ঢাণ্ডী গোৱালী সৱ! দাসীক দাসী! তোহো সব হামাৰ ওহি বালক শ্ৰীকৃষ্ণক চোৰ বুলিয়ে কলঙ্ক কৰছি? ছিঃ! তোৰা সৱক মুখে ছাৰ পড়োক। হে বাপু কৃষ্ণ! ওহি বান্দীসৱক ঠাৱে আৱৰ নাহি আৱবি। হামাৰ ঘৰে দধি দুগ্ধ লৱণু কে পুছত? যত খাইতে পাৰ তত হামু দেৱব। তোহাৰি পাৱৰ বালাই লওঁ। আহে বাপু! তোহো হামাৰ কোটি পুৰুষক দেৱকো দেৱতা, মাথাক মুকুট, গলক সাতসৰি, বুকৰ শীতল চন্দন।"

বাঁহী, পঞ্চদশ বছৰ, ষষ্ঠ সংখ্যা; আহিন, ১৮৪৭।

---

# ঘুনুচা যাত্ৰা কাব্য—শ্ৰীধৰ কন্দলী

'সুকবি শেখৰ' ৰত্নাকৰ কন্দলীৰ "সহস্ৰ নাম বৃত্তান্ত"ৰ দৰে শ্ৰীধৰ কন্দলীৰ "ঘুনুচা যাত্ৰা" নামৰ এধানমান কাব্যখনো কোনো কোনোৱে শ্ৰীশঙ্কৰদেৱৰ "কীৰ্ত্তন"ৰ অন্তৰ্গত কৰি প্ৰকাশ কৰে। অনন্ত কন্দলীৰ দৰেই মহা শঙ্কৰ-ভক্ত এই গৰাকী বৈষ্ণৱ কবিৰ এই ৰচনা "কীৰ্ত্তন"ৰ শাৰীত ঠাই পোৱাত বিশেষ আপত্তি কৰিবৰ ঠাই নাথাকিলেও এনে কৰাৰ সবিশেষ মূল পোৱা নহয়।

ঘুনুচা-যাত্ৰাৰ কাব্য-কথা জগন্নাথ পুৰাণৰ অন্তৰ্গত; নাৰদৰ আগত ব্ৰহ্মাই এই কাহিনী বৰ্ণোৱা বুলি প্ৰখ্যাত। কিন্তু "আনো শাস্ত্ৰ মত আনি মিশ্ৰ কৰি মাজে। পদ্যাৰ্থে ৰচিলোঁ যেৱে বুজে সামৰাজে"—বুলি কৱিয়ে নিজেই কৈছে। ইন্দ্ৰদ্যুম্ন ৰজাই "মহা স্নেহ কৰি" "ঘুঙ্কা নামে জীউখানি সৰ্ব্বসৌভাগিনী। কৃষ্ণক দিলন্ত বিহা বিধিৱতে আনি॥" এওঁৰ ঘৰলৈকে আষাঢ় মাহৰ শুক্লা তৃতীয়া তিথিত কৃষ্ণই বলোভদ্ৰ, সুভদ্ৰা আৰু পাণ্ডা-পৰিচা লগত লৈ বিজয় যাত্ৰা কৰিছিল,—"কৃষ্ণৰ কীৰ্ত্তন কৰিয়া উৎসুকে ফল্গু গুণ্ডি সিঞ্চি যায়।" এনে নানান ক্ৰীড়া-কৌতুকেৰে গৈ ঘুনুচাৰ ঘৰ পাই তাতে তেওঁলোক সাদিন থাকে।

ইফালে ছদিনৰ দিনাও কৃষ্ণ উলটি নহা দেখি লক্ষ্মীও "আজি গৈয়া লাগ পাইবোঁ, ঘুনুচাৰ মাথা খাইবোঁ, কৰিবোঁ উচিত যাদৱৰ" বুলি নিজ পাণ্ডা-পৰিচা লগত লৈ ঘুনুচাৰ ঘৰ ওলালগৈ। লক্ষ্মীৰ খঙৰ গোট দেখি ঘুনুচাৰ পেটতে হাত-ভৰি লুকাল; কৃষ্ণই চল-বুদ্ধি কৰি কোনোমতে তেওঁক ওলটাই পঠিয়ালতহে জানিবা ঘুনুচাই উশাহ লব পাৰিলে। পিছ দিনা কৃষ্ণ বলোভদ্ৰ আদি সকলো উলটি গল; কিন্তু খঙতে লক্ষ্মীয়ে পদুলিৰ দুৱাৰ মেলি নিদি আটাইকে ভালেখিনি পৰলৈ বাটতে ৰখাই থলে। নানান কাকুতি-মিনতিৰ মূৰতহে জানিবা দুৱাৰ মেল খালে।

সদৌ অসমীয়া বৈষ্ণৱ সাহিত্যৰ দৰেই এই কাব্য-কথাও ভক্তি-ৰসাত্মক আৰু কৃষ্ণলীলামূলক। ধৰ্ম্ম ভাবত যেনেকৈ ইয়াৰ মূল্য অনুপম কৃষ্ণ-কীৰ্ত্তনত, কাব্য স্বৰূপে সেইদৰে ইয়াৰ মোল জীৱনৰ অভিনৱ অভিব্যক্তিত। "কৃষ্ণস্তু ভগবান্ স্বয়ং।' হলেও তেওঁ মানৱ দেহ ধাৰণ কৰিছিল গুণে ইয়াত তেওঁৰ মানৱী

ব্যৱহাৰকেহে দেখুওৱা হৈছে। একাধিক পত্নীযুক্ত পুৰুষৰ কেনে দুৰৱস্থা হব পাৰে, 'পাৰিজাত হৰণ' নাটকত দুই সতিনীৰ, ৰুক্মিণী আৰু সত্যভামাৰ, টনা-আজোৰাত কৃষ্ণক ৰাখি শ্ৰীশঙ্কৰদেৱে তাকে সুন্দৰকৈ দেখুৱাইছে। বৰ্ত্তমান কাব্য-কথাতো তেওঁলোকৰ ঠাইত, লক্ষ্মী আৰু ঘুনুচাৰ মাজত কৃষ্ণক ৰাখি শ্ৰীধৰ কন্দলীয়েও তেনে এটি চিত্ৰকে আঁকিছে।

"নমো লক্ষ্মী মাৱ তুমি হুয়োক সদয়। তুমি জগতৰ আদি প্ৰকৃতি নিশ্চয়॥ তোমাৰেসে সত্ত্ব ৰজস্তম তিনি গুণ। তুমি জগতৰে সৃষ্টি স্থিতিৰ কাৰণ॥" বুলি কবিয়ে মূলকথা আনাক সোঁৱৰাই দিও, পাৰ্থিৱ আৰু মানৱী ভাবত, যাইকৈ দুই সতিনীৰ হাতত তেওঁৰ কেনে বিকৃতি ঘটিছে, তাক দেখুৱাইছে। ত্ৰিগুণালঙ্কৃতা প্ৰকৃতি লক্ষ্মী এতিয়া সাংসাৰিক জ্ঞানালঙ্কৃতাহে; ছদিনৰ মূৰতো কৃষ্ণ ঘূৰি নহাত তেওঁ—"যাইবোঁ যাদৱৰ পাশে, আউৰ ঐক আসে নাসে, আবাৰেক মই পুছি চাওঁ" বুলি সামাজিক অপবাদৰ হাত এৰাবলৈহে যত্ন কৰিলে—"ঘূনুচা মাৱৰ ঘৰে, বৌক পাছে দামোদৰ, লোকত মই বৈকৃতি এৰাওঁ।" অকল ইমানেই নহয়, বাটত যাওঁতে যাওঁতে লক্ষ্মীৰ খঙৰ ভমক আৰু চৰিল; কৃষ্ণৰ লৌকিক চৰিত্ৰও পৰিচাবিলাকৰ আগত বিদাৰিবলৈ বাকী নথলে,—"এক গোটা তিৰি পাই, ভোল ভৈল যদুৰায়, এড়িলেক ঘৰ আপোনাৰ। ষোড়শ বৎসৰ মানে, ভাৰ্য্যা নাপাই একোথানে, ফুৰিলা বৰলা ভাত খাই। উপায় কৰিবে পাছে, আসি যাদৱৰ কাছে, মই পুনঃ ধৰিলোঁ চপাই॥ মই নভৈলে ভিক্ষা নাই, তথাপিতো যদুৰায়, মোক মনে নপাইলেক গুণি। টেটোন যুবাৰ নয়, মোক আৰ নোসোধয়, পাই ভাৰ্য্যা নাগৰী টেটোনী।" অধিক কিং, "যুবা কাল বহি গৈল, বল বীৰ্য্য টুটি গৈল, তথাপিতো তিৰিকেসে মন" বুলি শ্ৰীকৃষ্ণত লুতুৰা স্বভাৱো আৰোপ কৰিবলৈ নেৰিলে। শ্ৰীকৃষ্ণৰ "লুভীয়া টেটোন" স্বভাৱৰ কথা আটায়ে আগতে জানিলেও, নিজে লোক-অপযশৰ হাত সাৰিবলৈহে যে লক্ষ্মীয়ে এই যাত্ৰা কৰিছে, সেই কথা পৰিচাবিলাকৰ আগত এই বুলি দোহাৰিছে—

"কিন্তু লোকে হাসিবেক, সুসুধিলে বুলি মোক, দম্ভ কৰিলেক তিৰী দুই! এতেকেসে চলি যাওঁ, আসে নাসে পুছি চাওঁ, সতিনীৰ মাথে দেওঁ জুই॥" এফালে যেনেকৈ লক্ষ্মীৰ খঙৰ ভমক, ইফালে সেইদৰে ঘুনুচাৰ বিনয় ভাৱ বিশেষ মন কৰিব লগীয়া। লক্ষ্মী অহা বুলি শুনিয়ে তেওঁৰ চুলিৰ আগেদি জীৱ



গল,—"জানো লক্ষ্মী আহি দৌল সোমায়। ডৰে জানো মোৰ ধাতু উৰায়॥" লক্ষ্মী কোনোমতে উলটি গলত সেই যাত্ৰালৈ ৰক্ষা পৰিল যদিও, সাদিনৰ দিনা যেতিয়া কৃষ্ণ লক্ষ্মীৰ ঘৰলৈ উলটিব খুজিলে, ঘুনুচাৰ দুখ কুলায়-পাচিয়ে নধৰা হল,—"গদ গদ বাক্যে বুলিবে লাগিলা মাধৱৰ ধৰি পাৱে॥ নাহি মোৰ আই, নাহি মোৰ ভাই, সব গৈল পৰলোক। ইসৱ সমস্তে, তোমাৰ পাৱত, অৰ্পিয়া গৈলেক মোক॥ এৰি গৈলে মোক, হাসিৱেক লোক, ঘুনুচাক দুষ্টা জানি। গৃহক আসিয়া, গৈলাহা তেজিয়া, সিকাৰণে চক্ৰপাণি॥ হেন বাণী বুলি, ঘুনুচা সুন্দৰী, কৃষ্ণৰ পৰিয়া পাৱে। হুমাহুমি কৰি, কান্দিবে লাগিলা, মনে অসন্তোষ ভাৱে॥"

এইজন কবিৰে প্ৰসিদ্ধ "কাণখোৱা" আৰু ৰামসৰস্বতীৰ সৰবৰহী "ভীম-চৰিত" পুথিৰ দৰে, "ঘুনুচা-যাত্ৰা"ও, ওপৰত তুলি দিয়া লক্ষ্মীৰ বচনত দেখা পোৱাৰ দৰে হাস্যৰসেৰে জুপ্‌জুপীয়া; ই সংস্কৃত কাব্যৰ নিৰহ-নিপানী ভাঙনি মাথোন নহয়। শব্দাৱলী, ৰচনা-ৰীতি, বৰ্ণনা আৰু চৰিত্ৰ-অঙ্কনত শ্ৰীশঙ্কৰদেৱৰ "ৰুক্মিণী-হৰণ" কাব্য আদিৰ দৰেই ইয়াক মৌলিক আৰু হাড়ে-হিমেজুৱে অসমীয়া বুলিব পাৰি। "ৰুক্মিণী হৰণ"ৰ শশীপ্ৰভাৰ দৰেই লক্ষ্মীতো সকলো প্ৰকাৰে এগৰাকী অসমীয়া বোৱাৰীৰ ভাব-ভঙ্গীকে দেখা পাওঁহক। ওপৰত দিয়া উদাহৰণৰ উপৰিও ঘুনুচাৰ ঘৰৰ পৰা কিবা উপহাৰ দি কৃষ্ণই ভালৰি লগাই পঠিয়াবৰ দিহা কৰোঁতে লক্ষ্মীয়ে কৈছে—"বস্তুৰ দুঃখিনী মোক যাদৱে জানিল। এতেকেসে মোক লাগি দধি মধু দিল॥ যাদৱৰ বাক্যে মোৰ গাৱ জুজুড়ায়। শুচি আইল মোক শুদা গৃহতে পেলাই॥ আৰু যাদৱত মোৰ কিবা আছে লাই। যাইবাক নলাগে মোৰ গৃহক হুনাই।" "কথাক নকৈল মোক গৈল পৰিহৰি। পৰৰ ভাৰ্য্যাক যেন পৰে যায় এড়ি॥ মই বিনে যাদৱ যে বঞ্চিবাক পাৰে। যাদৱ নভৈল দিন নযায় কি মোৰে॥" "শিশুকাল হন্তে যাদৱৰ ধৰোঁ আল। তথাপিতো তান্ত মই নোবোলাইলোঁ ভাল॥"

পদূলিত এপৰ বেলি আটক হৈ থাকি "ইবাৰ জানিবা সৱে মোৰে ভৈল দোষ।" "আৰু গৃহ ছাড়ি মই নযাওঁ নযাওঁ" বুলি শ্ৰীকৃষ্ণ যিমানেই সেও হৈ পৰিল, তেও ৰুক্মিণীৰ হাতত তেওঁৰ এৰন নহল। কোনোবা এটা চ'ত মাহত তেওঁৰ ভায়েক গোবিন্দ ঠাকুৰে মালীয়াৰ ঘৰত ফুল-চোৰ পৰাত তেওঁক দণ্ড যে তিনি শ টকা আনিছিল, কৃষ্ণক পদূলিত ৰাখি ধনৰ লুতুনী লক্ষ্মীয়ে সেই

টকাৰ বিচাৰ লগালে। কৃষ্ণই "হাঁচতি মেলিয়া পাছে টঙ্কা তিনি শত। তাৰক্ষণে বাকি দিলা ৰূপৰ ঠালত॥" "ধন দেখি হাস্য কৰিলন্ত লক্ষ্মী মাৱে। ইটো ধন মোক লাগি থৈয়াছে যাদৱে॥" আৰু তেতিয়াহে পদুলিৰ দুৱাৰ মেল খালে; অকল পদুলিৰ দুৱাৰেই কিয়, লগতে লক্ষ্মীৰ হৃদয়-কপাটো মুকলি হল আৰু— "আসিলন্ত প্ৰভু লক্ষ্মী দেখি হাস্য কৰি। খেদ ছাড়ি আগ বাঢ়ি প্ৰভুক সাদৰি॥ নিজ থানে থৈল নিয়া অনেক আশ্বাসে। মহাৰঙ্গে লক্ষ্মী দেৱী কৃষ্ণক উপাসে॥"

"জেউতি" ১৯শ বছৰ, ৪ৰ্থ সংখ্যা

---

# "কাণখোৱা" কাব্য—শ্ৰীধৰ কন্দলী

পুৰণি অসমীয়া বৈষ্ণৱ সাহিত্য বিশেষভাৱে ভক্তিৰসাত্মক; তাত নৱৰসৰ সকলোটিয়েই ওপৰঞ্চি মাত্ৰ। এনেভাৱে শিশু কৃষ্ণৰ বিমল আৰু পৱিত্ৰ ক্ৰীড়া-কৌতুকৰ কল্পনাকে আশ্ৰয় কৰি লিখা শ্ৰীধৰ কন্দলীৰ এধানমানি "কাণখোৱা" কাব্যখনিৰ দ্বিতীয় কবিতাটিত হাস্যৰস যিদৰে বিৰিঙি পৰিছে, সি অতি বিতোপন।

ৰাতি পুৱাল। লগে লগে নতুন চেতনাৰে প্ৰকৃতিত সেই নিতৌ-নতুন উছাহৰ সুৰ বাজি উঠিল। তাতে সুৰ মিলাই ব্ৰজৰ গোপ-শিশুসকলৰ উলাহে হিয়া নধৰা হল। তেওঁলোক নন্দৰ ঘৰ পালেহি; কিন্তু আচৰিত কথা, সেইদিনা কৃষ্ণ তেতিয়াও উঠা নাই,—"ৰজনী প্ৰভাতে সুতিয়া আছন্ত মিছা অপমান কৰি।"

এতে পৰলৈ আজি কৃষ্ণ উঠা নাই কিয়, কোনেও নাজানে। সিফালে, কৃষ্ণ নোহোৱাকৈ জানো গোপশিশুসকলৰ ধেমালি আৰম্ভ হয়? গতিকে আটায়ে যশোদাক বেৰি ধৰিলে—"খেড়ি খেলাইবাক লাগয় সুন্দৰী, সত্বৰে কৃষ্ণক ডাক।"

আজলী যশোদা! কৃষ্ণৰ ক'ত কি হৈছে, কি জানে? মৰমেৰে গৈ জগাই দিলে—"উঠিও কৃষ্ণাই, হাৰলি বোপাই, ৰোষ-তাপ ত্যজি মনে। পুহাইল ৰজনী, উঠাঁ যদুমণি বুলি ডাকে শিশুগণে॥" ইমান চেনেহত পমি



কণ্ঠতেও এৰাৰি মাত অলপ টানকৈ বাজিলেও বাজিব পাৰে, কিন্তু যশোদাই হলে ঠিক সেইভাৱে কোৱা নাছিল—"এত নিদ্ৰা কৰ, কিসৰ ভাগৰ, আদিত্য উদয় ভৈলা।"

কিন্তু তাতে কৃষ্ণৰ যি উধানটোৰ মান ঠেহু লাগিল বাকী নাই। যশোদাই কথা নকলে জানিবা টেকেলীয়া কদোৰ গাততহে জুই দিলে! চকুৰ পচাৰতে সেই অভিমান যেন হাজাৰ-বিজাৰ কদো হৈ অতৰ্কিতে আহি যশোদাক বেৰি ধৰিলে!

যশোদাৰ বাণী, শুনি চক্ৰপাণি: বোলন্ত নমাতা মাৰ।
তোমাৰ আতাই, বোপাই বোলন্তে, মুজুৰায় মোৰ গাৱ॥
দিন চাৰি পাঞ্চ, মুঠিবো নখাইবো, নযাইবো গোৰক্ষ স্থান।
দুৰ্যশ কলঙ্ক, দুঃখ সুমৰন্তে, নসহে মোৰ পৰাণ॥

এই বুলিয়েই আৰম্ভ কৰিলে! গতিকে কথাৰ ওৰ বহুত দূৰত; "এত নিদ্ৰা কৰ কিসৰ ভাগৰ" কাৰণ মাত্ৰ। শিশু কৃষ্ণ এটি যেন-তেন শিশু বুলি ধৰিলে নহব, আৰু এই বুলি ধৰাতেইহে যশোদাৰ যত দায়-জগৰ! কৃষ্ণ শিশু হলেও শিশুৰূপী ভগৱানহে; বৈষ্ণৱী মায়াৰ গুণত যশোদাই এই কথাকে ঘনাই পাহৰে, আৰু তাকে সোঁৱৰাই তেওঁক নচুৱাবৰ ই এটা ডাঙৰ চেলু। যি যন্ত্ৰীৰ হাতত এই মহা বিশ্ব-যন্ত্ৰ নাচিব লাগিছে, তেওঁৰ মানত আৰু যশোদা কোন কুটা? কিন্তু যশোদা যে ভগৱানৰ অতি প্ৰিয় ভক্ত, এই বুলিয়েই যে তেওঁৰ নাচোন চাবৰ এই দিহা! কৃষ্ণই বাক্য-বাণ বৰষিবলৈ ধৰিলে—

মই নাৰায়ণ, জগত কাৰণ, তুমি গোৱালৰ ঝীৱ।
তথাপি তোমাক, দেখন্তে ডৰত, উড়ি যায় মোৰ জীৱ॥
যত খাওঁ-দাওঁ, তভো শুখাই যাওঁ, নাই মোৰ উদগতি।
হাত-মুষ্টি যেন, কঙ্কাল খানি যে, বান্ধত ছিঙিল অতি॥

কালুকিলৈ কি তপত পানী লাগিছে? ভক্ত যশোদাকো "মই নাৰায়ণ, জগত কাৰণ", ইয়াতকৈ আৰু কি ডাঙৰ ভয় খুৱাব লাগিছে? ইয়াৰ উপৰিও, আৰু কত কথা কৃষ্ণই অভিমানত কৈ গল! নিজৰূপে যি অনন্ত ব্ৰহ্মাণ্ড সৃজন আৰু পালন কৰিছোঁ, যাক ব্ৰহ্মা আদি ত্ৰিদশে সেৱা কৰে, সেইজনে

"তোৰ ঘৰে আসি, গৰু চাৰি ফুৰোঁ, কৰকৰা ভাত খাই।" যি অনন্ত শয্যাত শয়ন কৰি নিজ নাভি-কমলৰ পৰা ব্ৰহ্মাক সৃজন কৰিলোঁ, যি হংসৰূপে গৈ স্বৰ্গ থৰহৰি কম্পমান কৰিছিলোঁ, মুনি-সিদ্ধ সকলোকে আত্ম-তত্ত্ব বুজাই সকলোৰে পৰম ভক্তি-ভাজন হৈছিলোঁ; "আৰে আসি মই, কৰাতৰ কাজী, নভৈলোঁ তোহোৰ ঘৰে।"

আকৌ মৱেই ব্যাসৰূপে চাৰিও বেদৰ শাখা ভেদ কৰিলোঁ, "জ্ঞান-কৰ্ম্ম-ভক্তি আৰু প্ৰবৃত্তি-নিবৃত্তি মাৰ্গ দেখুৱালোঁ, আৰু বেদৰ সাৰৰূপ ভাগৱৎ ধৰ্ম্ম স্থাপন কৰিলোঁ; "মূৰ্খতো অধিক, কৰি আৱে তুমি, মোক বোলা জড় কায়।" অসুৰৰ ভয়ত দেৱতাসকলে মোক চিন্তা কৰাত যেতিয়া মই দেখা দিলোঁ, মোৰ ৰূপৰ চমক লাগি ত্ৰিদশ মোহিত হল, অথচ "আৱে তুমি মোক, বিগুটীয়া মাতা, কলীয়া কলীয়া বুলি।" যিজনে মোহিনীৰূপে সাগৰ-মন্থনত দেৱতাক অমৃত-পান কৰালোঁ, তেওঁ "তোৰ ঘৰে আসি, বৰ যশ পাইলোঁ, লৈলোঁ দধি-চোৰ নাম।" যিজনে কলিৰূপে কৰ্দ্দমৰ ঘৰত অৱতীৰ্ণ হৈ তত্ত্ববিচাৰ কৰি দেৱ-হুতী নামে মাতৃক তাৰিছিলোঁ, "আৱে আসি মই তয়ু ঘৰে আছোঁ, দেহাক কৰি স্বচ্ছন্দ। আছোক আমাত, জ্ঞান শুধি লৈবা, দিনে-ৰাতি কৰা দ্বন্দ॥" মই বামনৰূপে বলিক ছলি বিশ্বৰূপ দেখুৱালোঁ, ভৰিৰ নখেৰে গঙাক নমাই দিয়াত মহেশে বাটত পাই মোৰ সেই পদ-জল শিৰত ঠাই দিলে; "আৱে তুমি মোক, বিগুটীয়া মাতা, দিয়া মাটি খোৱা দায়।" এই দৰেই আৰু কিমান ক'ম, শুনিবা কিমান? মুঠতে, "আনো যত মোৰ মহিমা আছয়, কহিবাক লাগে কিক। মই হেন পুত্ৰৰ, মাৰ বোলাইবাক তোমাৰ আছোক ধিক।"

ইমান কৈও কৃষ্ণৰ হেপাহ নপলাল। আকৌ কলে, "কাঠ-বাঁজী বুলি, জগতে হাসয়, দেখিলে সুমৰে হৰি। মই আসি তোৰ ঘৰে পুত্ৰ ভৈলোঁ, সিটো দুঃখ দূৰ কৰি॥" ইত্যাদি। এই পেন্দুকণা লৰাটিও তেওঁৰ কিপিণালি স্বভাৱ দেখি লাজতে তলমূৰ হয়, কবলৈ কথা মুখত নোলায়! তাকে কৈছে,

মোহোৰ মুখত লাজে লাগে বড়, তোমাৰ গুণ কহন্তে।
দুই ওঁঠ ফাটি, তেজ বহি যায়, বাঁশৰ বাংশী বজান্তে॥
চাই ৰাতি সোণৰ, বাংশী গঢ়াই নেদ, ৰাজ-পটেশ্বৰী হুই।
গাতত পোতন্তে, পেটাৰি বান্ধন্তে, ধনত লাগিবে জুই॥



ইয়াতকৈ সৰহ বা তাকৰ কি কব? অকল ইমানেও নহয়,—

গৰু ঝাক লাগি, অন্ন দি পঠাস, সিও নোহে এক মুষ্ঠি।
এক গ্ৰাস খাইলে, আউৰ গ্ৰাস নাটে, যাওঁ আধাপেটী উঠি॥
গৰু আগুড়ন্তে, ধাতু যায় মোৰ, কণ্টক বনৰ সন্ধি।
দোপৰ দিনতো, লৰ্ড়িয়া ফুৰোঁ, নটুৱা টনাক পিন্ধি॥
কুটকুৰা চুলি, পড়ে গৰু-ধূলি, কুকুহা পড়িয়া যায়।
গোটা-গুটি কৰি, জণ্টা বান্ধিলেক, তৈলে মাথা দেখা নাই॥

ইমান দুখতকৈও দুখ আছে নে? যশোদাৰ দুখ বোটলোঁ বুলিয়েই তেওঁ স্বয়ং জগতৰ পৰমাত্মাই তেওঁৰ ঘৰত গৰু ৰখিছেহি "কৰকৰা ভাত খাই।" যাওক, সেই কথা; কিন্তু যশোদাৰ ফালৰ পৰাও অন্ততঃ কৃষ্ণ ৰাজ-পটেশ্বৰীৰ লৰা, অথচ তেওঁৰ এই অৱস্থা! গতিকে কথা সচাই—"কথাক কহন্তে, ক্ৰন্দন আসয়..."

এয়ে শ্ৰীকৃষ্ণৰ হিমালয়-অভিমান। তাৰ ওচৰত যশোদা এটি গুড়ি-পৰুৱা। তেওঁ নিজতে নিজে হেৰাল। সেই অৱস্থাত তেওঁ স্বভাৱতে তেওঁৰ উদাৰ মাতৃ-স্নেহৰ জুইৰ জাল সেই অভিমানৰ বৰফ-পৰ্ব্বতৰ কাষ চপাই দিলে,—"পুত্ৰ মাতে কাৰ চাপি। এৰা হাৰিয়াস, মোৰ মাথা খাস, নাকান্দিবা মোৰ বাপী॥" অধিক কি, শিশুৰূপী পূৰ্ণব্ৰহ্মৰ চৰণত যশোদাই সম্পূৰ্ণ আত্মসমৰ্পণ কৰিলে,—"মই অভাগীৰ, ইবাৰ দোষক, মৰষিও বনমালী। আন কালে যদি মোৰ দোষ দেখা, পাৰিবাঁহা মোক গালি॥"

ৰাতিপুৱাই দিনটোলৈ শ্ৰীকৃষ্ণই যশোদাক ভয় খুৱাই যে ধেমালি কৰিব খুজিছিল, সেই উদ্দেশ্য সিজিল। তেওঁক আৰু কি লাগিছে?—"সন্তোষিত ভৈল মন। একে ডেৱে গৈয়া, কোলাত চড়িয়া, পিবাক লাগিল স্তন॥" গতিকে অত পৰৰ মূৰত যশোদাৰ "হাৰলি বোপাই" পূৰ্ণব্ৰহ্মবাদ আৰু আন অৱতাৰবাদৰ ভিতৰেদি ঘূৰি আহি অন্ততঃ যশোদাক প্ৰমাণ কৰি দেখুৱালে যে পৃথিবীখন সচাকৈয়ে ঘূৰণীয়া!!

বাঁহী, বিংশ বছৰ, দ্বাদশ সংখ্যা; চ'ত, ১৮৫২ শক।

# ভীম-চৰিত—ৰাম সৰস্বতী

পুৰণি অসমীয়া সাহিত্য ঘাইকৈ অনুবাদমূলক দেখিয়ে আৰু তাত কবি-কল্পনাই মুক্ত স্ফূৰণৰ সকাহ অতি তাকৰ পায় বুলিয়ে হয়বা আমি তাত হাস্য-ৰসৰ উপাদান যথেষ্ট নাপাওঁ; কিন্তু সেই বাবেই ই যে একেবাৰে হাস্যৰস-বৰ্জ্জিত, এনে হব নোৱাৰে। এফেৰা আহৰি বা চেলু পালেই এই বৈষ্ণৱ কবিসকলৰ কল্পনাই হাঁহিৰ জিলিঙনি মেলি উৰা মাৰিবলৈ পিছ পৰি নাথাকে, "ভীমচৰিত" এই কথাৰে এটি উৎকৃষ্ট পটন্তৰ।

এই পুথি মহাভাৰতৰ আদিপৰ্ব্বৰ অন্তৰ্গত আৰু তাতে আউজি লিখা এখনি মৌলিক অসমীয়া পুথি। ভীমৰ কাহিনী স্বয়ং হাঁহি-উঠা কথাৰ ৰহঘৰা; তাতে এই বৈষ্ণৱ কবিজনে সাহিত্যৰ যিখিনি ৰহন সানিছে তাৰ পৰা ই আৰু উপাদেয় হৈছে। ছোৱালী কালত কুন্তীয়ে দুৰ্ব্বাসা মুনিক অতিথি-সেৱাৰে সন্তুষ্ট কৰি তেওঁৰ পৰা এনে মন্ত্ৰ লাভ কৰিছিল যে তাৰ বলেৰে তেওঁ যেই সেই দেৱতাক আৱাহন কৰি আনিব পাৰিব বুলিছিল। পাছত তেওঁৰ স্বামী পাণ্ডুৱে নিজে কুন্তীৰ গৰ্ভত পুত্ৰ উৎপাদন কৰিবলৈ অসমৰ্থ হৈ কুন্তীক অনুমতি দিয়াত তেওঁ পোনতে পূৰ্ব্বৰ মন্ত্ৰেৰে ধৰ্ম্মক আৱাহন কৰি তেওঁৰ সঙ্গমত যুধিষ্ঠিৰক লাভ কৰিলে। তেতিয়া দেৱতাসকলে কুন্তীক কলে বোলে বামুণৰ ভিতৰতহে ধাৰ্ম্মিকক শ্ৰেষ্ঠ বুলি ধৰে; ক্ষত্ৰিয়ৰ মাজত বলিষ্ঠহে শ্ৰেষ্ঠ, গতিকে তেনে এটি পুত্ৰৰ বাবে সাধনা কৰা। তেতিয়া পুনৰ পৱন-সঙ্গমত কুন্তীয়ে ভীমক লাভ কৰে। ভূমিষ্ঠ হলত মাকে দাঙি লব খুজি দেখে, সি পৰ্ব্বত যেন গধুৰ; তেতিয়া পৰ্ব্বতৰ ওপৰত ভীমক ঠেকেচ কৰে পেলাই দিয়াত সেই পৰ্ব্বত কঁপিল আৰু তাৰ শিল, গছ আৰু টিঙ্ ভাগি মৰিমূৰ হল।

অসমীয়া ভীমচৰিত-প্ৰণেতা কবি ৰাম সৰস্বতী। এওঁৰ জন্মঠাই বৰপেটাৰ পাটচৌৰা গাঁও আৰু এওঁৰ পিতৃৰ নাম ভীমসেন কবি চূড়ামণি; এওঁ সুপণ্ডিত আৰু শুদ্ধাচাৰী বামুণ আছিল। ৰাম সৰস্বতীৰ মাতৃয়ে ৰখা নাম অনিৰুদ্ধ; কবিচন্দ্ৰ, ভাৰতচন্দ্ৰ, ভাৰতভূষণ, ৰামসৰস্বতী আদি তেওঁৰ উপাধিৰাশি। এওঁ খৃষ্টীয় ষোড়শ শতিকাৰ আগ-ছোৱাৰ কবি; শ্ৰীশঙ্কৰদেৱৰ অনুগ্ৰহত এওঁ



নৰনাৰায়ণ ৰজাৰ পৰা গোটেই মহাভাৰতখন মূল সংস্কৃতৰ পৰা অসমীয়ালৈ পদ কৰিবলৈ পায় আৰু সেই অনুসৰি মহাভাৰতৰ অষ্টাদশ পৰ্ব্ব সমুদায় এওঁ ভাঙে। ইয়াৰ উপৰিও, কুলাচলবধ, বঘাসুৰ বধ, ভীমচৰিত আদি কেবাখনো কাব্য এওঁ ৰচনা কৰে; নিজে কোৱা মতেই এওঁ ৰচা পদৰ লেখ পঁচিশ হাজাৰ। বহুতে সৌ সিদিনালৈকে ৰাম সৰস্বতী আৰু অনন্তকন্দলী এজন আৰু একেজন কবি বুলি ভ্ৰমত পৰিছিল; সম্প্ৰতি সেই ভুল আঁতৰিছে। অৱশ্যে কবি স্বৰূপে এওঁলোকে দুজনৰ ৰিজনি একেবাৰে অশুৱনী নহয়; দুইজন কবিৰে কবিতাৰ ভাষাৰ ওপৰত অধিকাৰ অসাধাৰণ আৰু ৰচনা-শক্তিও বিপুল।

ৰাম-সৰস্বতীৰ জতুৱা বাক্য-ৰীতি আৰু ঘৰুৱা শব্দ-বাচনি বৰ মোহ-লগা। "বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ"ত আৰম্ভ কৰিয়ে "কহোঁ কথা পাণ্ডৱৰ চৰাল কালৰ" বুলি 'চৰাল' এই স্থানীয় ঘৰুৱা মাত সুমুৱালে। তাৰ পাছত কৌৰৱ আৰু পাণ্ডৱসকলৰ অপূৰ্ব্ব ক্ৰীড়া-কৌতুকৰ বৰ্ণনা আৰু ভীমৰ কাহিনী—

ক্ষীৰ লাড়ু সবাহাৰে কাঢ়ি কাঢ়ি খায়। গালি পাৰিলেও গাল ভাঙ্গে চৰৰাই ॥
সাত পাঞ্চ চৰালক জোৰে আনি হাল। হেঙা টনা দিয়া নেই শৰীৰৰ ছাল ॥

এদিন এটা বৰ ৰহস্যৰ কথা হল। সকলো লৰাই পকা জামুক খাবলৈ যাবলৈ আলচ পাতিলে। কিন্তু "সৱে বোলে ভীমত নকৈবা কথা ভাই। ভাল ভাল পকা ফল সৱে কাঢ়ি খায় ॥" এই বুধিয়েই সিহঁতৰ কালক খালে! সিফালে কৌৰৱহঁতৰ কোনো গৈ গছত উঠিল, কোনোৱে বা তলত জামুক বুটলিছে; আৰু ইফালে ভীমে "কৈক গৈল শিশু বুলি ফুৰে গেৰিয়াই।" শেষত "থোল গুড়ি গুড়ি যাই" সিহঁতক দেখা পালে।—

লাগ পাই বৃক্ষৰ মূলত ভৈলা ঠিয়। দেখি শিশুসকলৰ উড়ি গৈল জীৱ ॥
কতো ফল দিয়ে আনি ভীমৰ হাতত। ক্ষমা কৰা বৃকোদৰ ধৰোঁ চৰণত ॥
ভীমে বোলে তোৰ ফল নালাগে বোপাই।
পাৰি খাইবে লাগি জানো মোৰ হাত নাই ॥
আগে নমাতিয়া সৱে আসিলি গৰ্ব্বত।
আৱে পকা ফল যাচ কিলৰ ভয়ত ॥"

এই বুলিয়েই সিহঁতৰ কাবৌ-কোকালি সত্ত্বেও ভীমে গছ জোকাৰি সিহঁতক গছৰ পৰা জামুক সৰুৱাদি সৰুৱাবলৈ ধৰিলে, গছো মাজতে ভাগি থাকিল।

এনে নানা কাৰণত ধৃতৰাষ্ট্ৰই ছল কৰি ভীম আদি পঞ্চ পাণ্ডৱক জতু-গৃহত পুৰি মাৰিবলৈ চেষ্টা কৰিছিল, তাৰ পৰা তেওঁলোকে জানিবা নিজ বাহু আৰু কপালৰ বলেৰে সাৰি গৈ শেষত বকাসুৰৰ ৰাজ্য পালেগৈ। তাত জানিবা তপত খোলাৰ পৰা আকৌ জুইতহে পৰিবৰ উপক্ৰম হলগৈ! কিয়নো সেই দেশৰ ৰজাক বছৰি তেওঁৰ ভোজনৰ বাবে এজন মানুহ লাগে, আৰু সেইমতে স্বয়ং ভীম এদিন তেনে "পঞ্চা" হৈ যাব লগা পালত পৰিল। তাৰ বাবে সেই দস্তৰ মতে ভীমক চৌদলত তুলি নানা বস্ত্ৰ-অলঙ্কাৰ পিন্ধাই লৈ গল, যেন "দণ্ডে-ছত্ৰে ভীমক পাতিলা যুৱৰাজ।" আৰু "সুৱৰ্ণৰ খাটে পাছে থৈলন্ত বৈসাই। হাতে-গলে বান্ধি থৈলা জিঞ্জিৰি লগাই॥" এনে আচৰিত "যুৱৰাজ" হৈ থাকোঁতে ভীমে বকাসুৰৰ অদ্ভুত ভোজনৰ দিহালৈ মন কৰিলে। তাত আন আন তালিকাৰ লগত অসমীয়াৰ পুঠি মাছ খৰিকাত দিয়াৰ দৰে হৰিণ ছাগলি আদি "কাঠিয়ৰা" কৰা আৰু "খৰিকা জহাৰ পিঠা অনেক দমাই" থোৱাও দেখিলে। এনেতে জানিবা "বকাসুৰ আসি পাছে লগাইলেক সাৰি। দূৰ হন্তে অসুৰে মাৰিলা নাক-জাৰি॥"

এই "নাক-জাৰি" শুনি ভীম সতৰ্ক হল আৰু লোহাৰ শিকলি ছিঙি বকাসুৰ প্ৰভুৰ ভোজনত নিজক পাৰে মানে সহায় কৰিলে। তদুপৰি "ভাত খাই ভীম সেনে পাৰয় টকালি। ঘনে ঘনে হাসি মাত্ৰ তোলে খলখলি॥" বকাসুৰক দেখি তেওঁ সম্ভাষণ জনালে, "হাত তিনি চাৰি তোৰ বাঢ়ি আছে দান্ত। ঘৰ সোমাৱন্তে জানো লাগয় চালত॥ খুমুচি আকাৰ মুখ দেখিবাক ভাল। পথ চাঞ্চিবাক যেন হাড়িৰ কোডাল॥" এই সকলো গঢ়-গতি দেখি বকাসুৰ স্বৰগ-পৰা মানুহৰ দৰে হল। কি কথা বোলে? "আন দিনা বলি দেখোঁ গৰ্ভ যায় গলি। আজি বলি গোট দেখোঁ হাসে খলখলি॥" তথাপি বকাসুৰে 'ভদ্ৰতাৰ খাটিৰত' সুধিলে, "বলি হুস্না কি কাৰণে খাইলি মোৰ অন্ন?" আৰু তাৰ উপযুক্ত সমিধানৰ পৰাও তেওঁ বঞ্চিত হব নালাগিল—"গৃহস্থে নখাইলে কোনে দিয়ে কুকুৰক?" তাৰ পিছত অৰণ্যে ক্ৰমে বকাসুৰ আৰু তেওঁৰ ভায়েক জন্তাসুৰৰ লগত ভীমৰ কৰমৰ্দ্দন আদি কাৰ্য্যকৰী সম্ভাষণ হল আৰু তাৰ ফল স্বৰূপে দুই ভাই পৰি থাকিল "দান্ত নিকোটাই।"

এইদৰে নানা ক্ৰীড়া-কৌতুকেৰে ভৰা ভীমৰ শৈশৱ কাল চুচৰি-বাগৰি যাবলৈ লাগিল। ভীম বৃকোদৰ; গতিকে আনৰ যিহেৰে পেট ভৰে, ভীমৰ সেয়াৰে



পেটৰ খজুৱতিকে নমৰে। "ভীমে আনে আলু কচু ঢেকিয়া কোঞ্চাই। কতো দিন খায় কতো উপবাসে যায়॥" গতিকে এদিন যুধিষ্ঠিৰক কলে, "শুকাই গৈলেক দেহা অন্নৰ দুঃখত॥ মেলানি দিয়োক দাদা কৈলাসক যাওঁ। মহাদেউৰ গৰু চাড়ি পেট প্ৰৱৰ্ত্তাওঁ॥" লগতে ইয়াকো কৈ থলে, "কিছুমান শৰ মই শিকোঁ শঙ্কৰত।" অনুমতি লৈ ভীম কৈলাস পালেগৈ, আৰু মহাদেউক তেওঁৰ প্ৰথম উদ্দেশ্যৰ কথা কলে। শিৱৰ লগত তেওঁৰ কাৰ্য্যৰ দিহা প্ৰায় ঠিক হৈছে, এনেতে "কাৰ্ত্তি গণপতি পাছে তৈকে আসি ভৈলা। দূৰ হন্তে দেখি দুই ভীমক চিনিলা॥ বোলে এই পুষ্প ভঙ্গা দাৰুণ চন্নাল।...বনমাঝে আছে ইটো আমাক কোবাই॥" কথা অলপ গহীনেই; কিয়নো কাৰ্ত্তিক-গণেশৰ অনুমান সম্পূৰ্ণ সচা। শিয়ান মহাদেৱে জানিবা সিহঁতৰ মাজত সোমাই পাতনিতে তাৰ উপসংহাৰ কৰিলে—

হেন শুনি মহেশে হাসিলা মুচুকাই। মোৰ পুত্ৰ বুলি কিবা তোৰাক চিনয়॥
নিচিনি-নজানি দ্বন্দ কৰিলেক বনে। এৱে শিশু থাকিবেক আমাৰ ভৱনে॥
নিচিনিলে নজানিলে জানিবেক কোনে। আৱে যদি মাৰে মন্দ বুলিবা তেখনে॥

এনেতে পাৰ্ব্বতীও ওলালহি আৰু "গৰু চাৰিবাৰ শুনি আশ্বাস কৰিলা।" ঘৰৰ গিৰিহঁতনীৰূপে তেৱোঁ ভীমক কামৰ তালিকা দিলে। তাৰ ভিতৰত প্ৰধান হল, তেওঁলোকৰ ঘৰৰ "এগুটি বলদ", তাকে কাৰ্ত্তিক-গণেশ আৰু ভীম তিনিও ৰাখিব লাগিব। দ্বিতীয়তে, আৰু তাতকৈ কোনো গুণে এলা-পেচা নহয়, "হৰাইলে ভঙ্গুৱা আৰু আনিবি বিচাৰি।" তাৰ বিনিময়ে "যতেক লাগয় মানে অন্ন দিবো তোক।" ভীম কিন্তু এনে কেচা দিহাত মান্তি হোৱা ভকত নহয়; মুখৰ লাজ কাতি কৰি তেওঁ পকা বন্দবস্তৰ বাবে পাৰ্ব্বতীৰ আগত খাটাং কথা কলে।—

হেন শুনি ভীমে পাছে বুলিলা বচন। শুনা আই কহোঁ আগ-কথাৰ কাৰণ॥
এতিক্ষণে ৰাখোঁ যদি মোক তুমি আই। পাছে জানো বোলা ইটো বহু ভাত খায়॥
হেন শুনি পাৰ্ব্বতীয়ে তুলিলেক হাস। টিপচি গোটেনো তই কত ভাত খাস॥
চৌষষ্টি যোগিনী খায় আৰু ভূতগণ। তোক লাগি আমাসাৰ নুজুৰিবে অন্ন॥

ভীমে বোলে আই মই কহোঁ কথা ভাঙ্গি। নিতে মোক লাগে জানা
ভাত সাতসাঙ্গি॥
ব্যঞ্জন লাগয় জানা নাৱ সাত কুন্দা। পাছে জানো ঘৰত লাগয় খকা-খুন্দা॥
ভগা ঘৰ ভগা বেৰ ফটা জুলী খান। ঘৰ মাঝে নাই দেখোঁ গোটা চাৰি ধান।
শিৱ সৰ্ব্ব-বৰ-দাতা ত্ৰিভুবনে গায়। ঘৰ মাঝে দেখোঁ তোমাসাৰ একো নাই॥
নাই বস্ত্ৰ ধন-ৰত্ন মণি-মুক্তাহাৰ। নৰ-মুণ্ডমালা শিৱ ভূষণ গলাৰ॥
তৈল নাই কেশে বান্ধি আছে জটা-জুটি। দুৰ্গন্ধে দুৰত তাৰ প্ৰাণ যায় ফুটি॥
মেৰ্হায় আছয় সৰ্প সৱ হাত গলে। জগতৰ গুৰুনেকি তোমাসাক বোলে॥
ভিক্ষা অন্নে পেট পোৰে শঙ্কৰ গোসাই। ইটো কথা শুনি নহাসিবে কোন আই॥
পাৰ্ব্বতী বোলয় শিশু গুটি বৰটালি। পৰশুইৰ কথা কহ কালিৰ চৰালি॥
জগতৰ ধন-ধান্য সকলো আমাৰ। আমাসাত কৰি কোন দেৱ আছে চাৰ॥
গৰু চাৰি খৰি লুৰি আনি দিবি মোক। ৰতমানে লাগে মই অন্ন দিবোঁ তোক॥

কেনে মৌলিক বাস্তৱতাপূৰ্ণ আৰু মনোবিজ্ঞানসম্মত প্ৰাঞ্জল বৰ্ণনা! ইফালে অসমীয়া জাতীয়তাও লগে লগে ইয়াত কিদৰে প্ৰতিফলিত হৈ উঠিছে! এনে ঘৰুৱা ভাব-ভঙ্গিৰ বাবেই ৰাম সৰস্বতীৰ "পৰশুইৰ কথা কহ কালিৰ চৰাল" আদি অনেক পদ ঘৰুৱা প্ৰবচনত পৰিণত হৈ পৰিছে, ইমান সৰবৰহী তেওঁৰ ৰচনা! সি যি হওক, ইমানৰ মূৰতো কিন্তু ঘাই কথাৰ আঁতডাল এৰি নিদি শেৰবাৰ পাৰ্ব্বতীক কলে, "ভীমে বোলে আই তেৱে এই কথা হোক। পাছ কালে খেদাইবাক নোৱাৰিবা মোক॥" পাৰ্ব্বতীৰ এই বাৰ মৌন-সম্মতি লৈহে ভীম ক্ষান্ত হল।

তাৰ পাছত আহিল গৰু ৰখাৰ অভিনয়। তিনটি ভৈয়ন গৰখীয়া আৰু এটি মাত্ৰ বলদ! গৰু নি পৰ্ব্বতৰ দাঁতিৰ হাবিত এৰি দি "ভীমে বোলে বৃষ তই থাক ইথানত। ফল-মূল খাই আমি আসোঁ পৰ্ব্বতত॥ নযাইবি দূৰক তই থাক এহি ঠাই। গলে ঠেঙ্গ-ঠুঙ্গ ভাঙ্গি মাৰিবোঁ কোবাই॥" এইদৰে শিয়ালৰ কানতে মণ্ডহৰ ভাৰ দি তিনিও আঁতৰিল, আৰু ভীমৰ হাক শুবুজি নতুন ঘাঁহৰ লোভত গৰু বহুত দূৰ পালেগৈ; সৱহ কি, "বিশ্বামিত্ৰ ঋষিৰ আশ্ৰম যৈতে আছে। লুকুৱা বৃষভ তাত পশিলেক পাছে॥" আশ্ৰমত ঋষিয়ে অতি যত্নেৰে "পৰম সুস্বাদু মধুবন" ৰুই থৈছিল, গৰুটোৱে হেঙাৰ ভাঙি মধুবন খাই-গছকি তেনেই



তহিলং কৰিলে। এনেয়ে বিশ্বামিত্ৰ সদায় অগ্নিশৰ্ম্মা, তাতে এনে এটা অঘটন! খঙত একো-নাই হৈ ঋষিয়ে খেদা মাৰি আহিয়ে ভীম আৰু কাৰ্ত্তিক-গণেশক লগ পালে আৰু সুধিলে, "গৰু মেলি কিয় খুৱাইলিহি মোৰ বন।" ই দুজনে মুখ মেলিবলৈ নৌপাওঁতেই "ভীমে বোলে পৰ্ব্বতত আছিলোঁ আতাই। বাৰী-লোৱা গৰু দুষ্ট আসিল পলাই॥ চৰণত ধৰোঁ গুৰু নশপিবা মোক। তোমাৰ আগত বৃষভক দিওঁ শেক॥" বুলিয়ে আৰু উত্তৰলৈ বাট নাচাই নেজত ধৰি গৰুক সাত পাক আচাৰি পেলালে, আৰু তাৰ ফলত সি "কতো দূৰে পড়িয়া কম্পয় বৰ টানে"। কথা বিসঙ্গতি দেখি কাৰ্ত্তিক-গণেশে 'গৰু মাৰিলি কিয়' বুলি কবলৈহে পালে, শাল গছ উঘালি লৈ ভীমে দুয়োলৈকে চোঁচা ললে, দুই ভাই-ককায়ে গৰু মাৰি তেওঁ হেন সাধুক মিছা অপবাদ দিয়ে কিয় বুলি। ঋষিয়ে চকুৰ আগতে সকলো দেখি আছে; থিতাতে "ভীমে বোলে সাক্ষী তুমি হৈবাহা আতাই॥ মাকে-বাপেকে গৰু চাৰিবাক দিলে। সোধা কি কাৰণে দুয়ো গৰুক মাৰিলে॥" কথা দেখি ঋষিয়ে ৰাম-বিষ্ণু স্মৰিলে! "বিশ্বামিত্ৰে বোলে হেৰ টেটন লটক। তই গৰু মাৰি বাদ দিয়স আনক। মোহোৰ আগত গৰু মাৰিলি আচাৰি। শঙ্কৰৰ পুত্ৰক জোটস কেন কৰি॥" বিশ্বামিত্ৰই তেতিয়ালৈকে ভীমৰ চিনাকি ভালকৈ পোৱা নাছিল, গতিকে তেওঁক চিনাকি দিলে—

ভীমে বোলে ঋষি তোৰ কাকে খাইলে আখি। মই গৰু মাৰিলোহো কহ
হুয়া সাখী।
তোৰ সহ মাঝে গৰু আছয় মৰিয়া। শহ খাইলে বুলি তই মাৰিলি কোবায়া॥
হাতত আছয় তোৰ দণ্ডধৰ বাৰি। আৰে ঋষি বোলাই হাতে মোচৰস ডাঢ়ি!

ঋষি এইবাৰহে প্ৰকৃতিস্থ হল। সেকা পাই তেওঁ গমি চালে, "শঙ্কৰৰ পুত্ৰক কৰয় এতমান। মই কোন ক্ষুদ্ৰ ঋষি আৰ বিদ্যমান॥ তিনিয়ো মিলিয়া যদি এক কথা কয়। তেৱে জানো ঘূৰি দায় আমাতে পৰয়॥ এহি বুলি তুণি তুলি ঋষি লৰ দিলা।" গতিকে এই যাত্ৰালৈ জানিবা ভালে-কুশলে সকলো ৰক্ষা পৰিল।

শ্ৰীমাধৱদেৱৰ "পিপড়া গুচোৱা" নাটকৰ আদি কথাটিৰ লগতো এই

ঘটনাৰ অলপ মিল দেখা যায়। মহাপুৰুষৰ নিজ অনুপম ভাষাৰেই কথাটো মুকলি হবলৈ দিয়া হওক—

"আহে হামাৰ মন্দিৰে তোহো কে?" "আঃ! হামাক নাহি চিনহ! হামো বলভদ্ৰক কনিষ্ঠ ভাই।" "আহে! তোহো বলাইক কনিষ্ঠ! আঃ জানলোঁ, জানলোঁ। কি নিমিত্তে এথা আৱলি থিক?" "আহে! পথ বিস্মৰণ হুয়ে হামাৰ মন্দিৰ বুলি আৱলোঁ।" "হে কৃষ্ণ! তোহোঁ ঘৰ নাহি জানিয়ে আৱলি, ইহাত কোন দোষ নাহি। হামাৰ নৱনু কলসী ভিতৰে কৈছে হস্ত নিবেশিয়ে থিক?" "আঃ! হামাক পৰম দোষ পাৱলি। ওহি পিপীলিকা সব নৱনু নাশ কয়ল। ইহাক দূৰ কৰিতে হাত দিয়া আছি।" "হে কানাই! তোহো হামাক ভাল উপকাৰ কয়লি। আঃ! ওহি নিদ্ৰাক বালক কিসক জগাৱলি?" "হে গোৱালী! ওহি বালক সমে ধেনু ৰাখলোঁ, হামাৰ এক বাচৰু নাহি পাৱত। তাহেক পুছিতে ওহি বালক জগাৱলোঁ।" "আহে কানাই! তোহো বড়ি নাগৰ, হামাৰ সৱ নৱনু খাই অৱ ঝুঠী বাত কহইছ। যৱ তোহো নৱনু নাহি খাৱস, তব বচন বোলিতে তোহাৰি বদন হন্তে কৈছে নৱনুক গন্ধ বাজ হোই?" "আহে গোৱালী! তোহো বড়ি দাৰুণ হৃদয়, আপোন জিহ্বা ৰাখিতে নপাৰি আপোন গৃহে নৱনু খাৱলি। অৱ ভাতাৰক ভয়ে হামাক অপযশ দেৱস। হামাৰ ঘৰে নৱনু কে পুছত, খাইবাক নপাই তোহাৰি ঘৰে চুৰ কয়ে নৱনু খাৱলোঁ।"

পাছত অৱশ্যে গোপীগৰাকীয়ে নিজে বলে নোৱাৰি ৰাণী যশোদাৰ কাষত পুতেকৰ বিৰুদ্ধে গোচৰ দিলে; ৰাণীয়ে পুত্ৰৰ বিৰুদ্ধেই ৰায় দিলে, কিন্তু তেওঁ সেই বিচাৰত মান্তি নহৈ তাৰ বিৰুদ্ধে অতি তীব্ৰ প্ৰতিবাদ কৰিয়ে বল।—

"আহে মাই! তুহো হামাক বিস্তৰ নাহি বোলৰ, হামো তোহাৰ ভৰ্ৎসনি সহব নাহি। কোন ছাড় পুৰাতন কলসখানি ভাঙ্গলোঁ, কড়া দুইৰ ধন হানি কয়লোঁ, তাহেক গায়ে নাহি সহল, আৱৰ কি সহবি। তোহাৰি ভাব দেখি সব লোকে জানল তোহো যৈছন বৰ মানুষক ঝী। অঃ হে মাই! তোহোঁ জনম আঠু কুড়ি বৰয়ে থিক। হামো পুত্ৰ হুয়া সে দুঃখ দূৰ কয়লোঁ। অব হামাক আগু চাতুৰী লগাৱস। আঃ কি নিদাৰুণ হৃদয়! আপোন পুত্ৰক দায়া নাহি জানত। জগত ঢাকিয়ে নৱনু-চোৰ নাম দেলহ। আৰ হামাকে কি কৰিতে



ৰহল। অব অপমান সহিবাক নপাৰি মধুপুৰী পলাৱব। তোহাৰি ভাবনা চুৰ কৰব। হামাক নপাইয়া পাছে কান্দি মৰব।"

মুঠতে, চোৰৰ দোষ গৃহস্থৰ গাত সানি গৃহস্থকে ঘূৰি ধৰা স্বৰূপে "চোৰধৰা" নাটৰ কাহিনীও একেই; কিন্তু "পিপড়া গুচোৱাত" ঘটনাক্ৰমে সি অলপ কৰুণতাৰ সীমা চুইছেগৈ। যি হওক, ভীমে সুচাৰুৰূপে কৈলাসত গৰু-ৰখাৰে প্ৰথম অঙ্কৰ যৱনিকা পেলাই, ভাত খাবলৈ বুলি পাৰ্ব্বতীৰ ৰবঘৰ সোমাই দ্বিতীয় অঙ্কৰ আঁৰ কাপোৰ তুলিলে। কাৰ্ত্তিক-গণেশৰ লগতে ভীম বহিল, আগৰ কথা মনত ৰাখি পাৰ্ব্বতীয়ে ভীমক কাঁহীৰে একাঁহী ভাত দি থৈ আঞ্জা আনিবলৈ বুলি ভিতৰ সোমাল; ঘূৰি আহি শুদা কাঁহীখন ভীমৰ আগত দেখি তেওঁ বিচূৰ্ত্তি হল। জানোচা ভাত দিবলৈকে নহল বুলি আকৌ ভাত দিলেহি; এইদৰে তিনি চাৰি বাৰো ভাত-আঞ্জা দিয়াৰ অভিনয়-পুনৰভিনয় চলিল; শেষত যেতিয়া "চৰুৰ ব্যঞ্জন অন্ন সকলে ঢুকাইল", তেতিয়া লাজতে পাৰ্ব্বতী আৰু ওলাই নাহিল। কিন্তু ভীম সিমানতে এৰা ভকত জানো? "ডাক দিয়া ভীমে বোলে শুনিয়োক আই। আৰু ভাত আনা মোৰ ভোক নপলায়॥" তেতিয়াও একো সমিধান নাপাই, ভীমে তেওঁলোকৰ ভিক্ষাজুলিখন বিচাৰি কলে, "আছে যদি চাউল খুদ দিয়া মোক আই। আধাপেটী ৰৈলোঁ তাক পেলাওঁ চোবাই।" তাৰ উত্তৰত পাৰ্ব্বতীয়ে কবলৈ বাধ্য হল, "আজি বাপু মোৰ ঘৰে নাহি খুদকণ।" এইবাৰ ভীমৰ অভিমান চায় কোনে? লোকৰ ঘৰত গৰখীয়া সোমাবলৈ আহিছে; টকা-কড়িৰ কথা যে নায়েই, অকল ভাতমুঠি,—তাকো এতিয়া পেট ভৰাই খাবলৈ নাপায়! এই পৰ্ব্বতৰ সমান দুখ এতিয়া ভীমে থয় ক'ত?—

হেন শুনি ভীমে পাছে বুলিলেক বাক। গৰু চাৰিবাক লাগি পাঞ্চা যাকে তাক॥
বুঢ়া গৰু ফুৰে সিটো লড়-বড় কৰি। ভাত নাই তাহাক চাৰিবোঁ কেন কৰি॥
নচাৰোঁহো গৰু মই যৈকে তৈকে যাওঁ। তোমাঠৈৰ ঘৰে আই বৰ দুঃখ পাওঁ॥
ৰাত্ৰিদিনে তোহোৰ ভাঙ্গৰ নাই উড়ি। সকলোৱে খুন্দি মৰে ভাঙ্গৰ যে গুড়ি।
ধান নাই ভাঙ্গৰ পাতিয়া আছা ছুলি। ভাঙ্গক ধৰিছা তোৰা পঞ্চামৃত বুলি॥
ঘোড়া নাই গৰুৰ ওপৰে ফুৰা উঠি। ঘৰে ঘৰে চাউল মাগি আনা একমুঠি॥
কাৰ্ত্তিক-গণপতি সমে থাকা তাক খাই। খাইবে নপাই শিৱে ফুৰে ডম্বৰু বজাই॥

আৰম্ভৰে পৰাই ভীমে মহাদেৱৰ ঘৰৰ আৰ্থিক অৱস্থাৰ এনে সত্যমূলক তথাপি তীব্ৰ নিৰ্ভীক সমালোচনাকে কৰি আহিছে। গৰখীয়াৰ এনে কথাত পাৰ্ব্বতীয়ে বৰ লাজ পাইছে সচা, কিন্তু তাত যে মিছাৰ লেশ মাত্ৰ নাই ! তেতিয়া পাৰ্ব্বতীয়ে গমি-পিতি চাই শিৱক কিৰিবিত মন দিবলৈ কলে, "ভিক্ষাৰ চাউলে জানা পেট সুপূৰায়।" তেওঁৰ দিহা মতেই হৰই বাসৱৰ পৰা মাটি, কুবেৰৰ পৰা কঠিয়া, বলোভদ্ৰৰ পৰা নাঙল খুজি আনিলে ; আৰু ইফালে যমৰ মহটো খুজি আনি তেওঁৰ গৰুটোৰ সৈতে এহাল কৰি, নিজৰ ত্ৰিশূলডালকে নাঙলৰ ফাল কৰি লৈ হাল জুৰিলে। তৎক্ষণাত যোল প্ৰহৰৰ মাটি মুকলি হল আৰু চাহ কৰি ধান সিঁচা মাত্ৰে ধান গজি থোক মেলি পকিবলৈ ধৰিলে। জানি-শুনিয়ে শিৱই পাৰ্ব্বতীক পথাৰ চাবলৈ যাবলৈ হাক দিছিল ; কিন্তু তাকে হুবুজি পাৰ্ব্বতীয়ে কি হৈছেনো তাকে চাবলৈ গল আৰু নদন-বদন শস্য দেখি 'উশ' 'আশ' কৰা মাত্ৰই খোবা-খুবী ওলাই সকলো শস্য পুৰি ছাই কৰিলে। তাৰ বাবে পাৰ্ব্বতীয়ে গালি-শপনি খাই কাবৌ-কোকালি কৰি আকৌ শিৱক কৃষি কৰিবলৈ পঠালে, আৰু সেইমতে খেতি কৰি আহি পাৰ্ব্বতীক কলে "গৰখীয়া পাঞ্চিয়া ধানৰ আগ আন।" ভীম গল—

নিমিষেকে ভীমে ধান পেলাইলেক কাটি। সৰু সৰু হাতৰ ভৈলেক তিনিমুঠি॥
ধান কাটি ভীম আসি বুলিলেক বাক। এহিখান ধান দাইবে পঠাইলা আমাক॥
কি কৰিবে কৃষি আই ভঙ্গুৰা শঙ্কৰ। কৈত শুনি আছাহা চহকী ভিক্ষুকৰ॥
ভূঁই-কৰোঁ বুলি ধান আনা মাগি যাচি। অন্ন-ব্যঞ্জন মানে তাক দিয়া বাচি॥
ভাঙ্গ ধুতুৰা গুড়ি জুমুথি হাতত। বাটে হোকা খাই শিৱ ফুৰয় সতত॥
ভূঁই কৰোঁ বুলি এৰপৰা চলি যায়। গছৰ তলত বহি থাকে ভাঙ খাই॥
লাহে লাহে বায়ু যদি লাগিল গাৱত। বাঘ-ছাল পাৰি শোৱে তাহাৰ তলত॥
নিদ্ৰা গৈয়া অচেতনভাৱে থাকে পৰি। ঢোন্দা কাকে চাৰিফালে খুটিয়ায় বেঢ়ি॥
গধূলি সময় ভৈলে লভয়ে চেতন। ঘৰক আসয় মাথি ঘায় চাৰিমান॥

ভীমৰ কথাৰ গতি বুজি "হেন শুনি মহেশ্বৰে তুলিলেক হাস। মিছা কথা কহি দ্বন্দ লগাইবাক চাস॥" কিন্তু কি হব, ভীমৰ সেই পালি দৰৱে গুণ দিলে যি দিলেই ; পাৰ্ব্বতীয়ে ভীমৰ কথাকে পতিয়ালে। "পাৰ্ব্বতী বোলয় মই পালোঁ পৰমাণ। তোমাৰ খেতিৰ প্ৰভু এহিমান ধান॥ ভোলানাথ তোমাৰ



গাৱত নাহি তত। খেতিৰ চাউল খাইবে নাহি কপালত॥" এইবাৰ কিন্তু শিৱৰ অ.াহনি হল, আৰু চকুৰ পচাৰতে ধানত জুই লগাই দিলে। অঘটন দেখি লৰালৰিকৈ গৈ ভীমে অনেক যত্ন কৰিও তাৰ জুই নুমুৱাব নোৱাৰিলে ; এদিন একেৰাহে সেই ধানত জুই জ্বলি থাকিল। তেতিয়া "কমণ্ডলু জলে সুমাইলাহা বনমালী। সি কাৰণে কিছু আহু কিছু ভৈলা শালী॥"

ইয়াৰ পাছতো আৰু অনেক কাল গল ; আৰু খৰি লুৰিবলৈ গৈ কুবেৰৰ ঘৰৰ "সুৱৰ্ণৰ কাঠি কামি ৰূপৰ মাড়লী। আজুৰি ভাঙ্গিলা ভীমে খৰি লোৰোঁ বুলি॥" আদি অনেক অঘটন ঘটাই ভীমে কৈলাসত নিজ অস্তিত্বৰ সহাৰি বুজাই থাকিল। এদিন পাৰ্ব্বতীয়ে কুৱেৰক ধন খোজাত "নোহে তোমাসাৰ মন ধাৰ সুজিবাক" বুলি কুবেৰে আগৰ "টঙ্কা চল্লিশ হাজাৰ" "আজিকো প্ৰভৃতি সিটো নভৈল শুজন। খুজিলেও ভাঙ্গ খুন্দা জোকাৰে টোকন॥ সিটো দুঃখে মই ধন আশাক এৰিলোঁ।" আদি কলে, আৰু কলে—

ধনপোতা যক্ষে আশা এৰিব নোৱাৰি।
খুজিলেক একদিনা ধন আগবাঢ়ি॥
টঙ্কিয়া মহেশে ভাঙ্গ খুন্দা ধৰি বাৰি।
দন্ত দুই সৰাইলেক তাৰে খুন্দা মাৰি॥
ডেকা-খোলা হুয়া সিটো আজিকো আছয়।
সমনীয়াজনে তাক দেখিয়া হাসয়॥
বৰ দুঃখ লাগে সিটো কথাক সুমৰি।
ধন নেদোঁ তোমাসাক বোলোঁ নিষ্ঠ কৰি॥
অন্যে ধন ধাৰে নিলে লাভে মূলে পায়।
ভঙ্গুৰাক ধাৰে দিলে সমূলে হেৰায়॥

এই কথা ঘৰুৱা মেলত ওলালত মহেশে নিজে ধন ধাৰে বিচাৰি ওলাল ; কিন্তু ভীমে 'মই যাওঁ' বুলি আগবাঢ়ি ততালিকে কুবেৰৰ কাষ পালেগৈ। তাৰ পাছত নানা অপমান কৰি কুবেৰক মুৰত যাঠি লাখ টকা বান্ধি দি লৈ আহি হৰ-পাৰ্ব্বতীৰ আগত উপস্থিত কৰিলে। হাজাৰো হক, সখিয়েক কুবেৰৰ এনে দুৰ্গতি দেখি শিৱই ভীমক জ্বলি-পকি উঠিল। কিন্তু ভীম মনে মনে থকা লোক নে ?—

ভীমে বোলে শুন অৰে ভঙ্গুৱা শঙ্কৰ।
ততালিকে কথা দেখোঁ লৰে তইঁতৰ ॥
এতিক্ষণে বোলে কুবেৰক ধৰি আন।
কিল-ভুকু বাটত মাৰিবি পাৰেমান ॥
পাৰ্ব্বতীক চাহি বোলে দেখিয়োক আই।
তুমি পূৰ্ব্বে কথা শুনি আছা সমুদাই।
এখনে জটীয়া দেখোঁ কি বোলে বোলয়।.........

এইবাৰ কিন্তু শিৱয়ো নাইঁহি নোৱাৰিলে, আৰু ভীমৰ দুষ্টালিৰ কথা বুজাই "কুবেৰক বান্ধ মেলি সাদৰী বচনে। পঠাইলন্ত মহাদেৱে আপোন ভৱনে ॥"

প্ৰায় এয়ে এই এখুদমানি কাব্যখনিৰ পৰিসমাপ্তি। ভাব, ভাষা আৰু ব্যৱহাৰ আদি সকলো বিষয়তে আধুনিক গঢ় আৰু ৰুচিৰ লগত ইয়াৰ কথাবোৰ খাপ-খোৱা আৰু অনুপম। আদিৰ পৰা অন্তলৈ ভীমৰ চৰিত্ৰত এক সুবিমল হাস্যৰস ছটিওৱা আছে। মূল মহাভাৰততো ভীম সচাকৈয়ে শেৰলৈকে এটি সৰল, ওখ, আৰু নিষ্কলঙ্ক চৰিত্ৰ, আৰু মহত্ত্বত যুধিষ্ঠিৰ অৰ্জ্জুন আদিতকৈ কোনো গুণে হীন নহয়। অথচ সকলোৰে ভিতৰত ভীমৰ প্ৰতি সহানুভূতি আৰু আকৰ্ষণ অধিক; অসমীয়া বৈষ্ণৱ কবিৰো ভীম সেইদৰেই নিৰুপম হৈ ফুটি উঠিছে।

বাঁহী, একবিংশ বছৰ, প্ৰথম সংখ্যা; বহাগ, ১৮৫৩।
বাঁহী, পঞ্চদশ বছৰ, ষষ্ঠ সংখ্যা; আহিন, ১৮৪৭।

---

## "জন্ম-যাত্ৰা" অঙ্ক—গোপালদেৱ

ভাৰতীয় প্ৰাদেশিক আৰ্য্য ভাষাসমূহৰ ভিতৰত অসমীয়া নাটৰ আৰম্ভণ যে সৰাতো আগ, এইটো নিখুত সত্য বুলি ধৰিব পাৰি। গতিকে ই আন কোনো প্ৰদেশৰ অনুসৰণ যে নহয় সিও সুনিশ্চিত। সম্পূৰ্ণ সংস্কৃত নাটকৰ আহি বুলিবলৈও সংস্কৃত নাটক সাধাৰণতে পাঁচ বা ততোধিক অঙ্কৰ,



কিন্তু অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ নাটবোৰ সদায়ে এক অঙ্কৰহে। এই হেতুকেই সংস্কৃত নাটকৰ বিপৰীতে অসমীয়া অঙ্কীয়া নাটবোৰ 'নাট' বুলিহে খ্যাত, 'নাটক' নহয়; এনে মতো কোনোৱে উন্থুকিয়ায়। অৱশ্যে "অঙ্কীয়া" শব্দ "এক অঙ্কীয়া"ৰ চমুকৰণ বোলাৰ বাহিৰেও আন ব্যাখ্যা কোনো কোনোৱে দিয়ে। অকল এয়ে নহয়, "চিহ্ন যাত্ৰা" "জন্ম যাত্ৰা" আদিৰ "যাত্ৰা" শব্দটোত বহুতে হেচা দিব খোজে; সেইসকলৰ মতে এই শব্দটো সাধাৰণ ভাবত নচলি অকল 'অপেৰা' বা গীতাভিনয় বোধতহে চলিছে। আন আন প্ৰমাণৰ ভিতৰত এই নাটবোৰত গীতৰ প্ৰাধান্য থকাও এই কথাৰ এটি ৰঢ়িয়া চিন।

"জন্ম-যাত্ৰা" নাটৰ মূল আখ্যানটি শ্ৰীমদ্ভাগৱতৰ। হৰিবংশ বিষ্ণুপুৰাণ আদি অনেক পূৰ্ব্ববৰ্ত্তী গ্ৰন্থ থাকোঁতেও 'ভাগৱত-ফল'হে বৈষ্ণৱসকলৰ ইমান হেঁপাহৰ ধন! ই "শুক মুখে আসি ব্ৰহ্মাণ্ডে ভৈল বিদিত"; আৰু ভাটৌৱে মুখ দিয়া ফল সদায়েই সোৱাদ! ভূমিৰ ভাৰ হৰণৰ বাবে বৈকুণ্ঠৰ বিষ্ণুৰ শ্ৰীকৃষ্ণ ৰূপে আৰু দেৱতাসকলৰ গোপীৰূপে গোকুলত অৱতাৰ। শ্ৰীশঙ্কৰদেৱৰ "কীৰ্ত্তন" "দশম" আদিৰ পদৰ ভিতৰেদিও কৃষ্ণ-লীলাৰ এই বৰ্ণনা অতি মনোৰম হৈ প্ৰকাশ পাইছে; তাকে স্বকীয়া উদ্দেশ্যেৰে, স্বকীয়া আকাৰেৰে, বৈষ্ণৱ গোপাল আতাই সুৱলা ব্ৰজ-বুলি আৰু মনোৰম গীত-মাতেৰে এই নাটৰ ৰূপ দিছে! ভাৰতীয় নাটৰ সূত্ৰধাৰ আৰু গ্ৰীষ্টীয় নাটৰ "ক'ৰছ"ৰ মূলত কিবা ঐক্য আছে নে, প্ৰভৃতি আলোচনাৰ ঠাই ইয়াত নাই; কিন্তু এই দুই দেশৰ নাট স্বাধীনভাৱে উদিত হৈও কোনো কোনো বিষয়ত মিলে বুলি মুঠতে ক'ব পাৰি। সেইদৰে অসমীয়া বৈষ্ণৱ নাটত ব্ৰজ-বুলি ব্যৱহাৰৰ মূল লক্ষ্য যিটোৱেই হওক, তাৰ পৰা যে এই নাটবোৰৰ ৰূপত ৰহণ চৰিছে আৰু অসমীয়া সাহিত্যয়ো এটা পোহ পাই উপকৃত হৈছে, ই নিশ্চয়।

বৈষ্ণৱ সাহিত্যৰ আন আন গ্ৰন্থৰ দৰে এই নাটবোৰৰ উদ্দেশ্যও সাহিত্য-সৃষ্টি নহয়, ধৰ্ম্ম-প্ৰচাৰহে। মহাপুৰুষসকল সকলো উপলক্ষতে মহাপুৰুষেইহে, কবি বা সাহিত্যিক নহয়; তথাপি এইসকলৰ অতি-মানৱীয় শক্তি আৰু সৰ্ব্বতোমুখী প্ৰতিভাৰ উজ্জ্বলতাত বাঁওহাতে লিখা হ'লেও সাহিত্য স্বৰূপে তেওঁলোকৰ সকলো লিখনীয়েই সমুজ্জ্বল হৈ তিৰবিৰাই উঠে। অধিক কি, সাহিত্যৰ হকেই সাহিত্য সৃষ্টি কৰিবলৈ ওলোৱা সৰ্ব্বসাধাৰণতকৈ এওঁলোকৰ লিখনী সদায় ওখ

সমতলৰ। বৈষ্ণৱ লেখকসকলৰ কল্পনা ভক্তি-ৰসত চিৰকাল আপ্লুত; কৃষ্ণ-প্ৰেমৰ উৰ্মি উৰ্মি তাপত সিজি সকলো কথাই ইমান সৰস।

যেতিয়া শ্ৰীকৃষ্ণৰ জন্ম-নক্ষত্ৰ মিলিল, তেতিয়া "পৃথিবীত শুভ মঙ্গল সূচনা ভেল। নদী সৱ প্ৰসন্ন ভেল। পৰম সুগন্ধ বাত চৌপন্থে মিলল। মহন্ত সৱৰ মন সন্তৰ্পণ ভেল। বিল পঙ্কজে জাতিস্কাৰ। সাগৰৰ সঙ্গে জলধৰ গৰ্জ্জিতে লাগিল। মধ্যৰাত্ৰি অন্ধকাৰাচ্ছন্ন হুয়া মাধুৰ্য্য জ্যোৎস্না ভেল।" কেনে অপাৰ্থিৱ সৃষ্টি। সেইদৰে শ্ৰীকৃষ্ণই মায়া শিশুৰূপ ধৰিলত বসুদেৱে যেতিয়া তেওঁক নন্দৰ ঘৰত লুকুৱাই থবলৈ লৈ যায়, তেতিয়া দৈৱকীৰ "পুত্ৰক সন্তাপে তাপে প্ৰাণ ফুটি যায়" আৰু তেওঁ সুৰলা "মুক্তাৱলী" সুৰত "লৱহু পুতলি অতি সুকুমাৰি" বুলি যি বিলাপ কৰিছে সিও অতি মনোৰম। বসুদেৱ দৈৱকীৰ কাৰা-মুক্তিত এই নাটকৰ মধুৰ সমাপ্তি হৈছে। "জন্ম-যাত্ৰা" নাটকত শ্ৰীকৃষ্ণৰ জন্ম হ'ল, আৰু তাৰ লগে লগে ঘটনা সূত্ৰত কংসৰ হাতত বসুদেৱ দৈৱকী দুয়ো কাৰা-মুক্ত হ'ল। ইফালে যে "নন্দৰ ঘৰে আনন্দ মিলয়" তাক নাচালে সুখ সম্পূৰ্ণ হয় কেনেকৈ? সেই বাবেই ইতিহাস বোলক, ৰস বোলক, যেই সেই কাৰণৰ পৰাই "নন্দোৎসৱৰ" উৎসৱ আনুসঙ্গিক কথা। নন্দ যশোদাৰ অবিহনে মূলতে কৃষ্ণ-লীলাৰ ৰসেইনো ক'ত ডোঙা বান্ধিবলৈ পালেহেঁতেন? এতিয়া সূত্ৰধাৰে কাহিনীৰ এই কনক-সূত্ৰৰে মুৰ উলিয়াই দি এইদৰে ক'লে—"যে জগতক পৰম গুৰু নাৰায়ণ, ভূমিক ভাৰ হৰণ নিমিত্তে দৈৱকী বসুদেৱ গৃহে জন্ম লভিয়াছি। অঃ কংস ভয়ে ওহি শ্ৰীকৃষ্ণক নন্দ ঘৰে নিয়া লুকায়ে ৰাখল। ওহি শ্ৰীকৃষ্ণক নন্দোৎসৱ নাটক।"

এয়ে নাটখনৰ আৰম্ভ। "কৃষ্ণস্তু ভগবান স্বয়ম্।" হাজাৰো হওক, কংস এটা অসুৰ মাথোন; সামান্য পথালি-চকুৱা নৰ-মনুষ্যৰ লগৰ। তেনেহলে এই কংসৰ ভয়ত স্বয়ং ভগবান পলাই পত্ৰং দিয়া কথাটো গুৰিতে অযুক্তিকৰ নহয় নে? হ'ব পাৰে তেওঁ তেনে দুৰন্ত কংসক জন্মৰ পৰাই বঞ্চিত কৰিব পাৰিলে-হেতেন, বা জন্মিবলৈ দিলেও তেওঁ ইচ্ছা কৰা মুহূৰ্ত্ততে কংস ছাঁয়াৰ পুতলাৰ দৰে অদৃশ্য হ'লহেতেন; কিন্তু সিও জানো যুক্তি যুক্ত হ'লহেতেন? আজিও সুসভ্য দেশত ৰজাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা জনৰো প্ৰকাশ্যে আদালততহে বিচাৰ হয়; কংসক তেনে প্ৰকাৰ বিচাৰৰ পৰা বঞ্চিত কৰাও জানো ভগৱানৰ ন্যায়-ৰক্ষা হ'লহেতেন? কিন্তু প্ৰকৃত তথ্যৰ বাবে আমি ইয়াতকৈ ভালেখিনি



উজাই যাব লাগিব। যি সৎব্ৰহ্ম তেওঁ যে অকল আছিল! এই সংসাৰ, প্ৰকৃতি বা মায়া-প্ৰপঞ্চ, তেতিয়া একোৱেই নাছিল। "একোঽহং বহু স্যামি"—বা "একেশ্বৰে আছোঁ মই আদি নিৰঞ্জন। সৃষ্টি নাহি আমাক নকৰে শোভন॥" এই ভাব নোহোৱা হ'লে মায়া আৰু অবিদ্যাজনিত এই বিনন্দীয়া অসৎ সৃষ্টিৰ বিকাশ হ'বলৈকে বা পালেহেতেন ক'ত? সেইদৰে কৃষ্ণ নপলোৱাকৈ কংস-বধ সম্ভৱ হ'লেও, এই সুন্দৰ লীলা-প্ৰকাশ, এই ৰস-সৃষ্টি, কোনোমতেই সম্ভৱ নহ'লহেতেন। সামান্য অসুৰ এটাৰ ভয়ত ভগবান নিজে লুকাই থকা কথাটোৱেই কেনে ৰসপূৰ্ণ? সেয়ে নোহোৱা হ'লে এই ব্ৰজ-লীলাৰ অমৰ সৌন্দৰ্য্যৰ পৰাই যে জগত চিৰকাল বঞ্চিত থাকিলহেতেন, আৰু তাৰ অমৃত লভি ভক্তই নিজক কৃতাৰ্থ মানিবলৈ নাপালেহেতেন। তাৰ বাবেই এই চেনু।

"ৰসো বৈ সঃ।" কৃষ্ণ ৰস স্বৰূপ। তেওঁ সকলো আনন্দৰ নিজৰা। ধৰ্ম-জগতত কি, সাহিত্য জগতত কি, এনে অপূৰ্ব্ব পৰিকল্পনা দ্বিতীয় এটি হোৱা নাই। অকল এই ৰস-সৃষ্টিৰ বাবেই শ্ৰীমদ্ভাগৱত গ্ৰন্থ এনে অনুপম। এই নাটকখনিতো সেই অপাৰ্থিৱ সৌন্দৰ্য্যই ছিটিকি পৰিছে। গোকুলত কৃষ্ণ-সূৰ্য্য উদয় হোৱাৰ লগে লগেই বিজুলী সঞ্চাৰে সদৌ গোকুলবাসীৰ প্ৰাণত সেই ৰসৰ উদ্ৰেক হ'ল। গোপীসকলে সদ্যজাত শিশু নৌ দেখে; চাবলৈ ওলাওঁতে আগৰাতিৰ বিষয়ে তেওঁলোকৰ কথোপকথন—"চমকিত হুয়া তবধ নয়নে নিন্দা জাগি বৈছে বৈঠলো, যোনো ঠিক হামুসৱে ঠামহি যাৱতে মধুৰ স্বৰ্গ ছানি অসংখ্যাত চমৎকাৰ দুন্দুভি বাদনক সঙ্কাশে...অপ্সৰা নাচয় আৰো বিদ্যাধৰে গীত গাৱে। তাহেৰি উথলনিত গত নিশি নিন্দা নাহি আৱত ;...তাহেক শুনি গাৱে নাহি সহলে। হৃদি চিত্ত সৱৰ গাৱ উসমিস লাগি ক্ষত-বিক্ষত ভেল।...গুণিতে গুণিতে কৈসানি যামিনী যাই পৰভাত হোইব তাহে ধিয়াই নিন্দ নাহি আৱল। প্ৰভাত কালে শুনলো তথিয়ে যশোমতী মাইক একো লাৱণ্য ৰূপী শিশু জন্ম ভেলহ। হামাৰি মনোৰথ সাফল্য ভেল। মনে ৰসময়ী কৌতুক সম্পোজল।"

কৃষ্ণৰ উদয়ৰ আগৰে পৰা যে কৃষ্ণ-লীলাৰ বীজ ব্ৰজবাসীৰ হৃদয়ত পৰি আছিল, ইয়াৰ পৰা সহজে বুজিব পাৰি। যি হওক, তাৰ পাছতহে "গোপজায়া সৱে উৰুক-মুৰুক লীলাগতি চলি যায় যৈচে মত্ত সিংহ চলইছে।" কি বিতোপন বৰ্ণনা! কিন্তু সেই সদ্যজাত শিশু দেখা মাত্ৰে তিলেকতে সেই ভক্তি-বীজ গজি

মহা-মহীৰুহৰ সমান হ'ল। ইজনীয়ে সিজনীয়ে কোৱা-মেলা কৰিবলৈ ধৰিলে—"আহে সখি সব! দেখ্! দেখ্! ওতিম নটবৰ লৱন্থ পুতলি! এহেন শিশু নচাই হামু পালটিয়া যাই গৃহে কমনে বঞ্চবোঁ?...অঃ হে বাপু কৃষ্ণ! তোহেঁ হামাক অতিকে লোট-পোট কয়লি। তোহাক দেখিএ হামাৰ পিয়াস ভুখ পলায়য়। হামু সম কোন সৌভাগিনী থিক? অন্ন-পান কৰিতে ৰুচি নাহি মিলায়য়। ৰে ৰে সখিসৱ! এহেন ঠিক মনুষ্য নোহয়। পূর্ণ ৰূপী নাৰায়ণ। আহাঙ্ক দেখিতে আনন্দ বাঢ়য়। আৰো মোহ সম্পোজল।" "সূত্ৰ—এহি বুলি গোপ-নাৰীসৱে কৃষ্ণ-মুখ-পঙ্কজ নয়ন-ভৃঙ্গ ভৰি পিৱত।"

তাৰ পাছত এটি গীতেৰে নাটখনিৰ সুমধুৰ সমাপতি হৈছে। গীতটি অতি ভাবময় আৰু সৌন্দৰ্য্যব্যঞ্জক; ভাব আৰু ভাষাত মহাপুৰুষৰ "ওগো মাই! তোহাৰ তনয় যদুমণি" বৰগীতৰ দৰে আৰম্ভটি—

"আলো ভাই! গোকুলে উদয় যদুমণি। ভাইৰে ভাই! আনন্দে নন্দৰ পুৰ ছানি॥
গোপীগণে অমিয়া হৰিষে। কৃষ্ণ-শিৰে কুসুম বৰিষে॥
হালধি গোৰসে ঘট ভৰি। অন্যো অন্যে সিঞ্চে ৰঙ্গ কৰি॥
ঘট-জলে শৰীৰ ভিজায়া। ৰঙ্গে নাচে হাসে গোপজায়া॥
কৃষ্ণ যশোদাৰ মুখ চাই। প্ৰেম ৰসে নয়ন জুৰায়॥
গোপীগণ উঠিয়া হৰিষে। দধি-দুগ্ধ সিঞ্চে দশোদিশে॥
দধি দুগ্ধ ঘোল যাৰে ছাটি। যাৰে লৱনুৰ পিণ্ড বাটি॥
ঋষিগণে বেদধ্বনি কৰি। সঘনে সুমৰে হৰি হৰি॥
দেৱগণে গগনে হৰিষে। নাচে হাসে কুসুম বৰিষে॥
বাৰে শঙ্খ ঘণ্টা ঢাক-ঢোল। গগন পূৰিল হৰি বোল॥
সভাত যতেক বৃদ্ধ আছে। উঠি সৱে প্ৰেম ভাৱে নাচে॥
অন্যো অন্যে ধৰাধৰি কৰি। ফুৰে সবে মাটিত বাগৰি॥
কতো উঠি কৰে জয় জয়। উপজিল নন্দৰ তনয়॥
মাধৱৰ পাদ-পদ্ম মনে। ধৰিয়া গোপাল দীন ভণে॥"

"আগকথা", জন্মযাত্ৰা নাটক; প্ৰকাশিত, আঘোণ, ১৮৬০ শক;
"চিনাক্তি", নন্দোৎসৱ নাটক; প্ৰকাশিত, কাতি, ১৮৬২ শক;
প্ৰকাশিত "জেউতি", ১৯শ বছৰ, ৪ৰ্থ সংখ্যা; জেঠ, ১৮৭০ শক।

---

# অসমীয়া সাহিত্যৰ অধ্যয়ন

## পঞ্চম পুথি

### উত্তৰ-বৈষ্ণৱ বুৰঞ্জী-বিজ্ঞান পদ্য-গদ্য



শ্ৰীডিম্বেশ্বৰ নেওগ

শুৱনী প্ৰকাশ
তিষ্‌পুৰ, গুৱাহাটী
১৯৬৩

# উছর্গা

"তলসৰা ফুলৰ হুটি", "কমতাপুৰ ধ্বংস কাব্য", "বিৰহিনীৰ বিলাপ কাব্য", "তিৰুতাৰ আত্মদান কাব্য" আদিৰে অসমীয়া সাহিত্যলৈ
আধুনিক কাব্য-ৰসৰ এটি নতুন সুঁতি বোৱাই জীপ দিওঁতা;
"প্ৰাণৰ জিতেন" প্ৰভৃতি এবুৰিমান হলেও
অনুপম খণ্ড-কবিতাৰ ভিতৰেদি বৰ্ত্তমান পদ-
লালিত্যৰ সম্পদ বঢ়াওঁতা, "মালিতা" উপন্যাস,
"চকুলো" পদ্যকোষ আদিৰ উপৰিও
এতিয়াও পোহৰৰ মুখ দেখিবলৈ
নোপোৱা "আহোমৰ দিন"ৰ
দৰে বিপুল গ্ৰন্থ
প্ৰণেতা

## হিতেশ্বৰ বৰবৰুৱাৰ

**পৱিত্ৰ সোঁৱৰণত**

# জনা গাভৰুৰ গীত—গীত-কাব্য

মণি কোঁৱৰৰ গীত, ফুল কোঁৱৰৰ গীত আৰু জনা গাভৰুৰ গীত আদি পূৰ্ব্ব ঐতিহাসিক গীতকে আৰম্ভ কৰি বদন বৰফুকনৰ গীত, মণিৰাম দেৱানৰ গীত আদি বৰ্ত্তমান কালৰ গীতলৈকে ধৰি ভালেখিনি আখ্যানমূলক গীত আন আন দেশৰ দৰে অসমতো সদায় প্ৰচলিত আছে। পুৰণি অসমৰ ভাটী ৰংপুৰৰ ফালে মাণিকচন্দ্ৰৰ গান আৰু ময়নামতীৰ গান নামে 'গান' বোলা এনে কিছুমান আখ্যানমূলক গীতো মানুহৰ মুখে মুখে চলি আহিছিল; ছাৰ আব্ৰাহাম গ্ৰীয়াৰ্ছ'ন ছাহাবে পোনতে এইবোৰ গোটায়, আৰু সম্প্ৰতি সেইবোৰ ঠাই নতুন বঙলা দেশত সোমাই পৰিছে দেখি কলিকতা বিশ্ব-বিদ্যালয়ে সেইবোৰ বঙলা গীত বুলি ধুনীয়াকৈ ছপাই উলিয়াইছে। সেই গীতবোৰ স্বভাৱতে আখ্যানমূলক আৰু গীতমূলক; ইংৰাজী 'লায়ৰ' (বীণ) শব্দৰ পৰা ওলোৱা 'লীৰিক্স' শব্দৰ দৰেই 'গীত' শব্দয়ো পিছৰ অৰ্থ বুজায়, আৰু আগৰ অৰ্থত ই ধাই নাম, আই নাম, বন-ঘোষা আদিৰ পৰা পৃথক হয়। গতিকে ইয়াত এই দ্বিতীয় শ্ৰেণীৰ ৰচনা অৰ্থাৎ নামবোৰৰ পৰা পৃথক বুজাবলৈ ইংৰাজী 'বেলেড'ৰ প্ৰতিশব্দ স্বৰূপে সেইবোৰক আমি গীত-কাব্য বুলিম। এই গীতবোৰ সাধাৰণতে বীণ বা টোকাৰীৰ লগত গোৱা হয়; এয়ে এইবোৰৰ প্ৰথম চিনাকি। তাৰ পিছত মনত খু-দুৱনি লাগে,—এই গীতবোৰৰ ৰচয়িতা কোন? জেমছ্ গ্ৰীম্ ছাহাবে কয়, এইবোৰ একো একো জাতিৰ ৰাজহুৱা সম্পত্তি আৰু সমূহ-ভাবৰ অভিব্যক্তি; গতিকে ইয়াক জাকৰুৱাভাৱেই ৰচা হৈছিল।

কোনো গীতৰ কথাখিনি যে কোনো ৰাইজৰ সৰ্ব্বৰহী ভাব, আৰু এবাৰ ওপজাৰ পাছত যে ই ৰাজহুৱা সম্পত্তি হৈ অনেক বিপৰীত সাল-সলনিৰ তলতীয়া হৈ পৰে, এই সকলোখিনি কথা মানিব পাৰি; কিন্তু এজন বিশেষ লোক নোহোৱাকৈ জন-সাধাৰণে জাকৰুৱাকৈ একে জোলোকাই এনে একোটি মৌলিক গীত ৰাকি দিব, এনে কথা মনত ঠাই দিয়াই টান। ঘাই কথা, এই গীতবোৰ নিশ্চয় সমূহ-ভাবৰ অভিব্যক্তি; ৰচয়িতাজন নিশ্চয় এজন গুটীয়া

মানুহ ; আন কবিতাৰ দৰেই, তাকে মুখে মুখে, তেওঁ এই গীত ৰচনা কৰে ; আৰু তাৰ পাছত সমূহৰ মুখত পৰি কালত ই নানান পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন লাভ কৰি শেষত হয়বা লিখিত অৱস্থালৈ আহি সি থিৰ বা থৰ হয়।

আজিকালিৰ দিন, কব লাগিলে, কাপ-মৈলাম আৰু তুলাপাতৰ দিন ; এনে কালত কলীয়া আখৰকেইটাৰ পৰা সাহিত্যক আঁতৰাই লৈ ধাৰণা কৰা মানসিক একলেখীয়া ডাঙৰ যুজ-বাগৰৰ কথা বুলিব লাগে। আজি-কালি শিক্ষা বুলিলেই যেনেকৈ লিখা-পঢ়া আৰু অঙ্ক কৰা ; আৰু শিক্ষিত বুলিলেই কাপ পিহি খোৱা বুজায় ; সেইদৰে হাতত কাপ-কাঠি নধৰা বা ধৰিব নজনা এজন লোকক কবি বা গীত-ৰচয়িতা বুলি অনুমান কৰাও এটা শকত কথাই! তথাপি এনে নিৰক্ষৰ সমাজৰ ভিতৰতে যে এনে গীত, নাম, সাধু আদিৰে সাহিত্যৰ এটি ডাঙৰ ভাগ সোমাই আছে, এইটো সকলোৰে জনা কথা। ফৰাছীসকলে কবৰ দৰে ই জানিবা মৌখিক সাহিত্য। লিখা-পঢ়াৰ লগত ইয়াৰ যেন অৰি-ষড়ষ্টক! শিক্ষাৰ দিন যেন পোহৰে ধৰিব খুজিলেই ই যেন পাখি মেলি কৰবালৈ উৰা মাৰে!

যি কালত শিক্ষিত-অশিক্ষিত বুলি দুটা কথা নাছিল বুলিয়ে কব পাৰি, যি যুগত ৰজাৰ পৰা হজুৰালৈকে সকলোৰে মানসিক সম্পৰ্কবোৰ প্ৰায় অভিন্ন আছিল, তেনে দিনতে এনে মৌখিক সাহিত্যবোৰ সাধাৰণতে সদৌ জাতিৰ সম্পত্তি আছিল। কিন্তু ক্ৰমে ‘শিক্ষা’ আৰু ‘সভ্যতা’ৰ বৃদ্ধি আৰু বিস্তাৰ হোৱাত যেতিয়া ‘শিক্ষিত’ ‘অশিক্ষিত’ৰ মাজত এটা ফাঁট ওলাল, আৰু শিক্ষিত বোলা-সকলে স্বভাৱতে এইবোৰ অনাদৰ আৰু আওহেলা কৰিবলৈ শিকিলে তাৰ লগে লগে ই অকল অশিক্ষিত বা চহা সমাজৰ এদনীয়া সম্পত্তি হবলৈ ধৰিলে, আৰু তেওঁলোকৰ ভিতৰতে ঠিহনি লাগি সেই দূষিত বায়ুৰ মাজতে, ইয়াৰ ভিতৰতে সংৰক্ষণৰ বাবে লিপিবদ্ধ নকৰিলে, শেষ নিশাহ এৰিবলৈ ধৰিলে। উদ্ভিদ্ বা জীৱ-জন্তুৰ দৰে জীৱন্ত অৱস্থা থাকে মানে হলে এই গীতবোৰৰ গতিশীলতা বা পৰিবৰ্ত্তনীয়তা থাকিবই, সন্দেহ নাই ; নহলে যে এই গীতবোৰৰ জাতেই নাথাকে! কিয়নো সমাজতান্ত্ৰিক দেশৰ দৰে, যি পিতৃ-মাতৃৰ পৰাই ওপজক, জন্মৰ পৰাই ই সেই দেশৰ ৰাজহুৱা সম্পত্তি হৈ পৰে ; অৰ্থাৎ নতুন সময় আৰু অৱস্থাৰ অধীনত এই গীতবোৰ ৰচয়িতা, কথক বা গায়কৰ ইচ্ছা বা অনিচ্ছা সত্ত্বেও সেই কাল আৰু অৱস্থাৰ উপযোগী হৈ উঠিবই ; ইইতৰ এই স্বাধীনতাত হাত দিবৰ কাৰো বাপৰ শকতি নাই। সেইবাবেই ‘বেলেড’ৰ মূল-পাঠ নাথাকে



বুলি কব পাৰি ; বা কলে, ইয়াৰ কেইবাটাও মূল-পাঠ থাকিব পাৰে বুলি কব লাগিব।

তেনেহলে ঘূৰি আকৌ সেই আগৰ প্ৰশ্নলৈ অহা হওক—এই গীতকাব্য-বোৰৰ ৰচয়িতা কোন? সমিধান দিব লাগিব, এইবোৰৰ তেনেকৈ ৰচয়িতা নাই ; সম্ভৱতঃ নাছিলেই ; আৰু অগত্যা এজন ৰচয়িতাৰ নাম নকলে নহলে, যি জন লোকৰ পৰা গীতটি শুনি লিপিবদ্ধ কৰা হয় তেওঁকে তাৰ ৰচয়িতা বুলি ধৰিব লাগিব। ৰতাহত আপোনা-আপুনি ৰাজি উঠা কীচক বেণুৰ দৰে বা কমোৱা তুলাৰ দৰে এই গীতবোৰ যদি এনেয়ে উৰি ফুৰা সম্ভৱ হলহেতেন, তেনেহলে তেনে বুলিয়ে কব লাগিলহেতেন।

এইখিনিতে এই গীত-কাব্যবোৰৰ এটি বিশেষ বৈশিষ্ট্য আৰু আধুনিক লীৰিক্ বা গীতি-কাব্যৰ লগত ইয়াৰ পাৰ্থক্য লক্ষ্য কৰিব পাৰোঁইক। আজি-কালিৰ কোনো গীত বা কবিতাৰ লেখকত যদি আমি অভিনৱত্ব এটা নাই বুলি কেনেবাকৈ ঠাৱৰাব পাৰিলোঁ, সেইখিনিতে তেওঁৰ ফালে শৰাধ! বৰ্ণহীন বা বৈচিত্ৰ্যবৰ্জিত আৰু কৃত্ৰিম বুলি তেওঁক তাতে মোটোকা মাৰি থোৱা হল! কিন্তু ‘বেলেড’ৰ বিষয়ত সেই কথা একেবাৰে নাখাটে ; তাত ৰচয়িতাজনৰ কোনো সকামেই নাই ; বৰঞ্চ আধুনিক গীত-লেখকৰ অভিনৱত্বৰ বিপৰীতে ৰচয়িতাৰ অশৰীৰীত্বহে বেলেডৰ এটি সৰ্ব্বপ্ৰধান গুণ। ইয়াত ৰচনা-কালত ৰচয়িতাৰ মনৰ গম-গতিৰ সমূলি আভাস পাবলৈ নাই, নায়ক-নায়িকাসকলৰ কথা-বাৰ্ত্তাৰ বাহিৰে ইয়াত প্ৰথম পুৰুষৰ প্ৰায় নাম-গোন্ধেই নাথাকে। ৰচয়িতাই ইয়াত কেতিয়াও মনস্তত্ত্বৰ ব্যাখ্যা দিবলৈ নিবিচাৰে আৰু নায়ক-নায়িকা কাৰো ফালে পক্ষপাতী হবলৈ নাযায়।

আজিকালিৰ কবি-শিল্পীৰ দৰে গীত-ৰচয়িতাৰ কোনো আগলি-বাতৰি নাই ; কোনো কথাতে তেওঁ ‘অভিনৱ’ বোলাব নোখোজে। সাধুটো কবৰ বাবে যিখিনি কথা নকলে নচলে, তাকেহে তেওঁ কয় ; আৰু তেওঁ যিখিনি কয়, সিও আটায়ে জনা-বুজা কথাই। মুঠতে তেওঁ ক’তো কোনো ‘বাহাদুৰি’ লবলৈ নিবিচাৰে ; কিয়নো হয়বা তেওঁৰ তাত কোনো ‘বাহাদুৰি’য়েই নাই : তেওঁ যি গাইছে, তেওঁৰ লগৰীয়া আৰু দহজন তেনেকৈ গাবলৈ ওলাব পাৰিলেহেতেন। ইয়াত ৰচয়িতাজন জন-সাধাৰণৰ ছাঁটোৰ দৰে, জন-মতেই ইয়াৰ প্ৰাণ-বস্তু ; গতিকে তেওঁ যেন এটি শৰীৰী কায়া নহয়, কেৱল এটি

অশৰীৰী বাণী। তাৰ পাছত আন এটি প্ৰশ্নৰ উদয় হব পাৰে, সাহিত্যৰ বুৰঞ্জীত এই গীত-কাব্যবোৰৰ যুগ কেনেকৈ নিৰ্ণয় কৰা হয়? গুটীয়া এটা গীতৰ বিষয়তে ইয়াৰ মীমাংসা কৰা টান। আজি-কালিৰ কবিতা লেখকে পোনতে যেতিয়া এটা কবিতা ৰচিছিল, বা কেবা বাৰো কাটি-কুটি থকাৰ পাছত যেতিয়া সেই অৱস্থাৰ সামৰণি পৰিছিল সেয়ে তাৰ ৰচনাৰ কাল; তাৰ পাছত তাৰ আৰু সাল-সলনি কৰিবৰ বিশেষ কাৰো স্বত্ব নাথাকে। কিন্তু মৌখিক সাহিত্যৰ বেলিকা সেই কথা নাখাটে; এবাৰ এজনে গীতটো ৰচনা কৰি গোৱাৰ পাছত, সময় আৰু অৱস্থাৰ প্ৰভাৱত তাৰ সাল-সালনিৰ ইমান বঢ়া-বঢ়ি হয়গৈ যে মূল ৰচয়িতাজনে পাছত সেই গীত শুনিলে তাক নিজৰ ৰচনা বুলি হয়বা ভাবিবই নোৱাৰিলেহেতেন। গতিকে ইয়াৰ যুগে যুগে নতুন অৱতাৰ বা জোনৰ দৰে মৰি মৰি নতুন জনম বুলিও কব পাৰি; সেইবাবেই ইয়াৰ কাল-নিৰূপণ বিড়ম্বনা মাত্ৰ! বুৰঞ্জীমূলক গীতবোৰৰ বিষয়ে কব খুজিলে টানি-মানি কব পাৰি, এটা বুৰঞ্জীৰ ঘটনাৰ বৰ সৰহ এশ বছৰমানৰ ভিতৰতে সেই বিশেষ গীতটোৱে এটা গঢ় পাইছিল; অৰ্থাৎ জন-সাধাৰণৰ মুখে মুখে ঘূৰি ফুৰা উৰণীয়া ভাব এটাই সেইখিনি সময়তে, কেনেকৈ জানো, কিবা এটি আকাৰ ধাৰণ কৰিছিল।

কোনো কাহিনী সজোৱা আৰু বৰ্ণোৱা কৌশলত অমায়িকতা গীত-কাব্যৰ আন এটি বিশিষ্টতা। কাচন কুঁৱৰী বা মণি কোঁৱৰ আৰু ফুল কোঁৱৰৰ গীতৰ কোনো আড়ম্বৰ বা দীঘল ভূমিকা নোহোৱাকৈয়ে আৰম্ভ হল—

"শঙ্কলদেৱ ৰজাৰে পুতেক মণিকোঁৱৰ, কোলাতে খতি-খুণ নাই।
এবেলা দোলাতে, এবেলা ঘোৰাতে, এবেলা খেড়ি খেলায়॥"
"শঙ্কলদেৱ ৰজাৰে, পুতেক মণিকোঁৱৰ হেৰাল পানীত পৰি।
শঙ্কলদেৱ ৰজাৰে, কাঁচন বোৱাৰী, থাকিল গলৰ জৰী॥"

জনা গাভৰুৰ গীত আৰু বৰফুকনৰ গীত সৰস্বতী-তুতিৰে আৰম্ভ হৈছে যদিও, সেই তুতিৰ লগত গীতৰ কোনো তেজ-মঙহৰ সম্বন্ধ নাই, আৰু ই গাওঁতাৰ জোৰা দিয়া কথা যেনেই লাগে, যদিও এই তুতিবোৰো অনাড়ম্বৰ আৰু অতি সৌন্দৰ্য্যপূৰ্ণ। জনা গাভৰুৰ গীতত আছে—



আই সৰস্বতী ৰং-ফুল মালতী, তোমালৈ মানি যাওঁ পাৰ।
পাহৰা নামকে, সোঁৱৰাই দি যাবা, যেনে উজনীয়া নাৱ॥
আই সৰস্বতী, ৰংফুল মালতী, তোমালৈ মানি যাওঁ পিঠা।
পাহৰা নামকে সোঁৱৰণ কৰিবা, যেনে পাঁজীকটা সূতা॥
জেঠত কই যাওঁ সোন্দা কল এজুপি, কেতিয়া মেলিব থোৰ;
গধূলি পৰতে বত্তিৰ পোহৰতে নামবো মেলিছোঁ মুৰ॥

বৰফুকনৰ গীতত প্ৰায় একে বা একে ধৰণৰ তুতিকে পোৱা হয়—

"আই সৰস্বতী, দেৱী পাৰবতী, তোমালৈ বঢ়াই যাওঁ শৰাই।
পাহৰা পদকে, সোঁৱৰাই দি যাবা, যেনে বৰা ধানৰ কড়াই॥
আই সৰস্বতী, দেৱী পাৰবতী, তোমালৈ বঢ়াই যাওঁ কাকৈ।
পাহৰা পদকে সোঁৱৰাই দি যাবা, যেনে বৰা ধানৰ আখৈ॥"

ইয়াৰ বাহিৰে কথা বা উপমাৰ মোচৰা-গাঁঠি এনেবোৰ গীত আৰু অসমীয়া নামবোৰৰ এটা বিশেষ লক্ষণ। প্ৰায় ঠাইত এনে উপমাবোৰে লগৰীয়া কথাবোৰৰ জেউতি চৰায়। কাচন কুঁৱৰীৰ গীতত "গাই দি তুলিবৰ লাই," "মাছৰ কুমলীয়া শল," "কি মাছ মাৰিবৰ বগ," "কি মণি কলীয়া হাও," "পোৱালী হাতীৰে শুৰ," "লাতিম বকৰাক ছাটিম": ফুলকোঁৱৰৰ গীতত এইবোৰৰ কিছুমানৰ উপৰিও 'বৈয়া শামুকৰ বৈয়া", "অৰি কুমাৰৰ ঘৰী", "কি চৰাই কৰিবৰ চিঁউ", "কি মাছ মাৰিবৰ পুঠি", "কি খৰি লুৰিবৰ চৰা", "ঢাপৰ কাণে কটা সিজু"; জনা গাভৰুৰ গীতত এইবোৰৰ কিছুমানৰ বাহিৰেও "কি মাছ মাৰিবৰ জোৰা" আদি, আৰু বৰফুকনৰ গীতত "এ দেউ, ৰল," "কাউৰীয়ে কৰিবৰ কা" আদি অনেক খণ্ড-উপমা পোৱা হয়। এইবোৰ হাড়ে-হিমেজুৱে অসমীয়া ভাবৰ, কিয়নো এই গীতবোৰেই জন-মতৰ সবল অভিব্যক্তি বুলি কৈ অহা হৈছে; ইয়াত গাওঁতাজন কথক বা আবৃত্তিকাৰক মাত্ৰ। ইংৰাজী সাহিত্যৰ বুৰঞ্জীৰ আদি গত উইড্‌ছিথ্, ডেৱৰ আদি কবিসকলে আৰু ওঠৰ শতিকাত গল্ডস্মিথ্ আদি কবিয়ে গীত গাই জীৱিকা নিৰ্বাহ কৰা বা দেশ-ভ্ৰমণ কৰিবলৈ বাটৰ খৰচ উলিওৱা কথা শুনিবলৈ পোৱা হয়। কিন্তু তেওঁলোক গায়ক বা কবি-কথক; তেওঁলোকে যি গায়, সি নিজৰ ৰচনা। অসমতো এনে ধৰণৰ কবি-কথক এতিয়ালৈকে দুই এজন আছে; কামৰূপৰ

নিঙ্নি ভাওৰীয়া বুলি হেনো তেনে এজন প্ৰসিদ্ধ লোক আছিল। কিন্তু এই গীতবোৰ গাওঁতাসকল নিশ্চয় তাৰ ৰচয়িতা নহয়, তেওঁলোকৰ শ শ নহলেও কুৰি কুৰি বছৰৰ আগতে সেই গীতবোৰ ৰচিত হৈছিল বুলি আগতেই দেখুৱাই অহা কাৰণত নিসন্দেহে কব পাৰি। বৰকুকনৰ গীতত এইদৰে গাওঁতাজনে সিকি, আধলি বা টকা এটি খোজা কথাও গীততে লিপিবদ্ধ হৈছে। যিহওক, নিজৰে হওক বা আনৰে হওক, টোকাৰি বা বীণৰ সহায়তে হওক বা বিনা সহায়তে হওক, এইদৰে গীত গোৱা প্ৰথা ইউৰপৰ দৰে ভাৰতবৰ্ষ আৰু অসমতো চিৰকাল প্ৰচলিত থকা কথাটি ভাবিলে বৰ সোৱাদ লাগে।

পাক্নি ( সাৰাংশ ) জনা গাভৰুৰ গীত ; প্ৰকাশিত, ১৯২৫ খৃঃ।

---

# দিহা নাম—ঘোষাৱলী

কোন মাহেন্দ্ৰ ক্ষণত শ্ৰীকৃষ্ণৰূপী ফুল কোঁৱৰৰ "কাঠৰ পখী ঘোৰা, আকাশে উৰাৱত" কৰি ভাৰতী-মালিনীৰ ফুলনিত পৰিলহি জানো! কিন্তু আজিও সেই সহস্ৰ সহস্ৰ বছৰৰ সোঁৱৰণি বুকুত সাবটি সেই দিনাৰ দৰেই "কদম কুঁৱৰী, বনৰে বাবৰি, ফুলে জকমক কৰে।" আজিও সেইদৰেই—

কাঠৰ পখী ঘোৰাত, উঠি ফুলকোঁৱৰে, মৈৰালৈ মাৰিছিল দলি।
সেউতী মালতী, তগৰ জুতিমালী, সৱেও মেলিলে কলি॥

সচাকৈয়ে, পুণ্যভূমি ভাৰতৰ ধৰ্ম্মক্ষেত্ৰ সাহিত্য-ক্ষেত্ৰলৈ সেই যে বৃন্দাবন-লীলা-বসন্তৰ অমৰ গৰিমা নামি আহিল, তাৰে চিন স্বৰূপে ভাৰতীয় সাহিত্য ফুলনিৰ হয়বা আধাতকৈ সৰহখিনি আজিও ন ন ফুলেৰে জাতিষ্কাৰ। শ্ৰীকৃষ্ণই সাময়িক ভাৰতৰ প্ৰায় সকলো ক্ষেত্ৰতে যি অতুলন ব্যক্তিত্ব আৰু অলৌকিক মহিমাৰ অৱতাৰণা কৰি গল, সি জগতৰ সাহিত্যতে নিৰুপম। কৃষ্ণৰ এই ভিন্ ভিন্ বয়সৰ লীলা-বৃত্তান্তবিলাক প্ৰাদেশিক সাহিত্যবোৰতো অতি মনোৰম হৈ জিলিকি উঠিছে। কেচুৱা কৃষ্ণ যেনেকৈ আপোন-পৰ আটাইৰে



আলাসৰ লাড়ু ; বুজন কৃষ্ণ যিদৰে সুশ্ৰী, সাহসী আৰু অসাধাৰণ বুদ্ধিৰ বাবে সকলোৰে প্ৰীতি আৰু প্ৰশংসাভাজন ; ডেকা কৃষ্ণও তেনেকৈ আদৰ্শনীয় আৰু অদ্বিতীয় বীৰ ; পৈণত বয়সীয়া কৃষ্ণ সেইদৰে জ্ঞান-বিদ্যা আদি সদৌ বিষয়ে সকলোৰে অসীম শ্ৰদ্ধা আৰু ভক্তিৰ পাত্ৰ। এই কৃষ্ণ-লীলা-মাহাত্ম্যকে ভক্তই নানান ভাৱে দেখিছে, হৃদয় ভৰি পান কৰিছে, আৰু জন-সাধাৰণকো সাহিত্যৰূপে তাৰ নিৰ্ম্মালি বিলাই দিছে।

এইটো মনোবিজ্ঞান-সম্মত কথা, আমি যাক অন্তৰেৰে ভাল পাওঁ বা আদৰ্শ মানি লওঁ, তেওঁৰ চাৰিওপাশে কল্পনাৰ নানা জয়-মালা গাঁথি আমি ৰঙ্ পাওঁ ; তেওঁৰ অবিহনে আকৌ তাৰ মাত্ৰা ক্ৰমে দহ বা শত গুণেও বাঢ়িব পাৰে। ই মানুহৰ এটি সাদৰী গুণ। ইংৰাজী সাহিত্যত ৰজা আৰ্থৰৰ প্ৰভাৱ এইদৰে লক্ষ্য কৰিব পাৰি। একেজন আৰ্থৰেই স্বকীয়া কল্পনাত এনে ভিন্ভিন্ভাৱে জিলিকি পৰিছে যে তাৰ ভিতৰত মূল কোনজন ৰজাই সেই সম্মোহন নাম লৈ কোন সময়ত ৰাজত্ব কৰিছিল, তাৰ নিৰ্ণয় কৰাই সুকঠিন হৈ পৰেগৈ। সেইটো যি হওক, এইটো হলে সচা, কোনোবা শক্তিশালী প্ৰজাৰঞ্জক ৰজাই সৰ্ব্বসাধাৰণৰ মনত এনে চিৰকলীয়া সাঁচ বহুৱাই গৈছে যে তাকে লৈ মানুহে বহুত দিনলৈকে কল্পনাৰ মায়াজাল গুঁথি থাকে।

ভাৰতীয় সাহিত্যৰ শ্ৰীকৃষ্ণ-লীলা তাতোকৈ হাজাৰ গুণে গৰীয়ান এটি অভিনৱ কল্পনা। এওঁ যেই সেই এজন ৰজা বা ৰাজনীতিক পুৰুষেই নহয় ; এওঁ স্বয়ং পূৰ্ণব্ৰহ্ম। যি কৃষ্ণই গোপীৰ ঘৰত গাখীৰ মাখন চুৰ কৰি খাইছিল আৰু পথাৰত গৰু-চৰাইছিল, সেই কৃষ্ণই পাণ্ডৱ পক্ষৰ ৰথৰ সাৰথি হৈ সাময়িক ভাৰত ইতিহাসৰ অভাৱনীয় পৰিবৰ্ত্তন ঘটাইছিল! আকৌ, যি মুখে বাঁহী বজাই, ব্ৰজৰ জীয়ৰী-বোৱাৰী সামান্য কথা, তৃণ-তৰু মুগ্ধ কৰি যমুনাকো উজাই বোৱাইছিল, সেই মুখেই পাঞ্চজন্য বজাই সৈনিকসকলৰ বীৰ-ৰক্ত উতলাই তুলিছিল ; আৰু সৱশেষত—

ত্বমাদিদেৱঃ পুৰুষঃ প্ৰধানঃ ত্বমস্য বিশ্বস্য পৰং নিধানম্।
বেত্তাসি বেদঞ্চ পৰঞ্চ ধামঃ ত্বয়া ততং বিশ্বমনন্তৰূপম্॥

ইত্যাদি ৰূপে অভিহিত হল। গতিকে কৃষ্ণ-কল্পনা আজিলৈকে জগতত প্ৰকৃততে অতুলন।

প্ৰাদেশিক স্বৰূপে অৱশ্যে জাতীয় প্ৰতিভা অনুসৰি এই কল্পনাত সামান্য হীন-ডেড়ি দেখা পোৱা হয়; যেনে, বঙ্গীয় বৈষ্ণৱ ধৰ্মৰ ৰাধা-কৃষ্ণৰ যুগল উপাসনা আৰু তাৰ লগৰীয়া পৰকীয়া ভাব এটা। ই সমগ্ৰ ভাৰতীয় পুৰণি সাহিত্যৰে এটা নোহোৱা-নোপজা কথা; ভাগৱত-গীতা পুৰাণ-ভাগৱত আদি আটাইৰে আচহুৱা। পোনতে পুৰাণৰ পেট-মোচা নতুন ব্ৰহ্মবৈৱৰ্ত্ত খণ্ডত ৰাধাৰ জন্ম; তাৰ পৰা জয়দেৱ, বিদ্যাপতি আৰু চণ্ডীদাসৰ গীত-মাতৰ ভিতৰেদি চৈতন্যদেৱ প্ৰচাৰিত ধৰ্মত তাৰ প্ৰৱৰ্ত্তন। অসমীয়া বৈষ্ণৱ সাহিত্যত ৰাধাৰ প্ৰাধান্য নাই, কিন্তু ব্ৰজ গোপীসকলৰ ভিতৰত ৰাধাও এগৰাকী। বঙ্গীয় সাহিত্যৰ যিটো মধুৰ ভাব, অসমীয়াৰ সেয়ে নিৰহ্-নিপানী ভাগৱতী পথৰ নিষ্কলঙ্ক দাস্য-বাৎসল্য ভাব।

লিখিত সাহিত্যৰ কথা এৰিও, মৌখিক সাহিত্যত কৃষ্ণ-লীলাৰ সৌৰভেৰে আমোল-মোলোৱা বন-ফুলৰ লেখো নিছেই তাকৰ নহয়। কৃষ্ণ নাম যেন অনন্ত বসন্ত,—চিৰদিনেই যে ভক্তৰ হৃদয়-বনত এই বসন্ত আসন্ন! ধৰ্মপ্ৰচাৰক মহাপুৰুষসকলৰ যে কথাই নাই, সৰ্ব-সাধাৰণৰ মনতো কৃষ্ণ-লীলাৰ কাহিনী কেনেকৈ কৰাল মাৰি লাগি ধৰে তাক মুখে মুখে ৰচি গোৱা দিহা-নামৰ ঘোষাবোৰৰ পৰাই ভালকৈ মন কৰিব পাৰি। এই ঘোষাবোৰ মুখ্যভাৱে বৈষ্ণৱ সাহিত্য-তৰুৰ ঠাল-ঠেঙুলিত মেলা পোখা। ঘাইকৈ কৃষ্ণৰ শিশু-লীলা বিষয়ক বাৎসল্য-ৰসপূৰ্ণ ঘোষাবোৰেই সিহঁতৰ ভিতৰত সকলো-জিনা বা সৰ্ব-গ্ৰাসীৰূপে দেখা দিয়ে।

ৰাম অৱতাৰত ভক্ত ঋষি-মুনিসকলে হেনো তেওঁৰ শৰীৰ-স্পৰ্শ-সুখৰ যি হাবিয়াস কৰিছিল, তাৰ পূৰণৰ বাবেই কৃষ্ণ অৱতাৰত গোপীৰূপে সেই-সকলৰ জন্ম। সি যি হওক, সেই গোপীসকলৰ দৰেই সকলো বৈষ্ণৱ কৃষ্ণ-প্ৰাণ; মুনিহ-তিৰুতা আটাইৰে বাবে কৃষ্ণ আপোন, জীৱৰ জীৱন। এই হেপাহতেই মাক-বাপেকে লৰাৰ নাম ৰাখে কৃষ্ণনাথ, কৃষ্ণকান্ত, কৃষ্ণচন্দ্ৰ, কৃষ্ণপ্ৰাণ; আৰু কত কি! কৃষ্ণ-মূৰ্ত্তি প্ৰতি হৃদয়ত অঙ্কিত আৰু তাৰ চিনৰূপে এই ঘোষাবোৰত অসমীয়া ঘৰুৱা জীৱনৰ মাধুৰী ডাঠকৈ সনা আছে। সাহিত্যত এই গীতবোৰৰ মূল্য সম্পৰ্কে এয়ে নিৰ্ভুল প্ৰমাণ।—

'নন্দৰ ঘৰে কানাই তুমি আছিলাঁ হা সৰু।
কোন সতে নন্দে তোমাক ৰাখাইছিলে গৰু॥'



'আমাৰে কৃষ্ণাইক ক'তে দেখিলা?' 'চাৰে বৃন্দাবনে ধেনু'।
'শ্যাম কানু চাৰে বৃন্দাবনে ধেনু, কানু, হাততে মোহন বেণু।'

ইত্যাদি ইত্যাদি কেৱল বাৎসল্য-প্ৰেমৰ উমি উমি তাপ লাগি ভক্ত-হৃদয়ৰ বৰফ-পৰ্বত ভাগি-ভোঁহৰি আহিছে। কিন্তু সৌন্দৰ্য্য-ব্যঞ্জনাই এইবোৰত চৰম সীমা চুইছেগৈ য'ত ভক্তসকলে গোপীসকলৰ দৰে নিজে কৃষ্ণ-বিৰহ কুণ্ড ৰচি তাত নিমজ্জি গৈছে—

'বৃন্দাবনৰ মাজে গোসাঁই আছিলা লুকাই।
ভালেহে গোপিনী কান্দে বিচাৰি নাপাই॥'
'সেইখিনিতে আছিলা, তেও দেখা নিদিলা!
প্ৰাণৰ যদুৰায়, কিয় দিয়াঁ ভকতক দুখ হে?'

নাম-ঘৰবোৰত মুখা-মুখিকৈ শাৰী পাতি বহি জন্মাষ্টমী আদি ঘাইঁ তিথিবোৰত ডেকা-বুঢ়া সকলোৱে মিলি চাপৰি বা ভোৰ তালৰ লগত প্ৰাণৰ আবেগেৰে গোৱা এই দিহা নামবোৰ শুনিলে হৃদয় দ্ৰৱীভূত নহৈ নোৱাৰে। ভক্তৰ হৃদয়-বৈকুণ্ঠৰ এই দুৰ্লভ পাৰিজাতবোৰ ৰূপে-গুণে কি অনুপম বস্তু, তাক তেতিয়াহে বুজিব পাৰি। ঘাইকৈ একেটা ঘোষাকে প্ৰশ্ন আৰু উত্তৰ ৰূপে ভাঙি, আকৌ তাকে সলনা-সলনি কৰি আন্তৰিক অনুভূতিত তন্ময় হৈ গোৱা নামবোৰ আৰু আন কিছুমান গহীন গীত মাজ-নিশা বা শেহ নিশা শুনি প্ৰাণ বিস্ময়-মুগ্ধ হয়। এনে নামবোৰ আন আন মৌখিক গীত-কাব্যৰ দৰে অসমত ভিন ভিন ভাৱে সিচৰতি হৈ আছে।

'ধৰ ধৰ কলীয়া, কলৈ পলায়।'
'নধৰিবি নধৰিবি ৰাধাৰ জোঁৱাই॥'
'ৰাধাৰ পথূলিয়ে কোন কোন যায়?'
'ৰুণুক্-জুনুক কৰি নূপুৰ বজায়।'

ইয়াত নূপুৰৰ ৰুণুক্-জুনুক শব্দই অকল কৃষ্ণৰ অস্ফুট যৌৱনৰ সঙ্কেতকে দিয়া নাই, তাৰ লগে লগে সাধকৰ হৃদয়ত কৃষ্ণই যি লুকা-লুকি খেলে তাৰ মোহন নৃত্যও চিৰকালৰ বাবে ধ্বনিত আৰু প্ৰতিধ্বনিত হব লাগিছে। আকৌ,

তৰঙ্গাকুল সংসাৰ-সমুদ্ৰত জীৱনৰ তুলুঙা নাও বাগৰি বাগৰি ফুৰি কাষ চাপিব নোৱাৰে ; তেনে অৱস্থাত ভক্তই প্ৰাণৰ কাতৰে "ঢৌ দেখি হালে-জালে গা হে কলীয়া, কাষত চপাই দিয়াঁ নাও" বুলি গাওঁতে, জীৱনৰ ঘাটে ঘাটে চিৰকাল সেই ধ্বনিয়েই ওপজি ফুৰিছে—"কাষত চপাই দিয়াঁ নাও !"

"সেউতী ফুলে, মালতী ফুলে।
গুটিমালী ফুলবে, দুকালে দুশাৰী, তাৰ মাজে মুকুতা জ্বলে,
হে যমুনা, বয় কদমৰ তলে ॥"

আদিত প্ৰাকৃতিক বৰ্ণনাও সামান্য ৰূপহ নহয়।

কৃষ্ণ-নামৰ উপৰিও "ভঙুৰা শঙ্কৰ" আৰু ৰামচন্দ্ৰ গোসাঁই বিষয়ক নামবোৰো আছে। "ধুমুৰ্ ধুমুৰ্ ঔ। খুন্দে ভাঙৰ গুড়ি" আদি ঘোষাৰ বকৰা ভাব-ভঙ্গীৰ লগতে আন আন ঘোষাৰে সেই চৰিত্ৰৰ মহত্বও শ্ৰেষ্ঠতমৰূপে প্ৰকাশিত হৈছে। প্ৰভু শ্ৰীৰামচন্দ্ৰৰ বিষয়ক নামত "ৰাম ৰাম ৰঘুনন্দন। বালিক বধিলা প্ৰভু কি কাৰণ ॥" আৰু "ৰামচন্দ্ৰ গোসাঁই তুমি অকাৰ্য্য কৰিলা। সীতা মাতৃ গৰ্ভৱতী বনতে এৰিলা ॥" প্ৰকৃততে দুটি ডাঙৰ অভিযোগ। ইফালে লোকৰ ভ্ৰাতৃ-কন্দলত অনধিকাৰ চৰ্চা আৰু নিৰ্দোষ বালিক বধ কৰা, আৰু সিফালে এবাৰ অগ্নিত পৰীক্ষা কৰি অনা গৰ্ভৱতী সীতা-শান্তিৰ পুনৰ বনবাস ; শ্ৰীৰাম চৰিতৰ এই দুটি বিশেষকৈ ভাবি চাব লগা ঘটনাও। এই ঘোষাবোৰত অকল অনুভূতিৰ ফালৰ পৰা লক্ষ্য কৰি ভক্তৰ হৃদয়ে এনে নিমৰমিয়াল কাৰ্য্যৰ মুকলি প্ৰতিবাদ কৰিছে। কিন্তু এই প্ৰতিবাদ নিশ্চয় কঠোৰ নহয়, কেৱল কৰুণ আৰু কাতৰ। আকৌ,

"মৰিল বালি মৰিল, ৰামৰ শৰত পৰি।
কিষ্কিন্ধ্যাত পৰি কান্দে তাৰা পটেশ্বৰী ॥"
"ৰামে বোলে লক্ষ্মণ ভাই, সীতা কলৈ গল।
দন্দুকা বনতে পৰি, ৰাম মূৰ্চ্ছা গল ॥"

ইয়াৰ উপৰি নাম-মাহাত্ম্যমূলক গীত আদিও "কানাই ফুলে পাৰে ইডালি সিডালি, হাততে হাঁকুটি লৈ"ৰ দৰে। এই নামবোৰ অতি সৰল হলেও ভক্তি-নন্দনৰ একোপাহি পাৰিজাতৰ দৰেই শুৱনী।



"অ' হৰি হৰি, নাম ললে নেহেৰায়।
ভাই বটা নাবাটে, অগ্নিয়ে নোপোৰে,
চোৰেও নিনিয়ে চাই, ডকাইতে নিনিয়ে পাই,
ৰজাই নিনিয়ে ডঁৰ কৰি।"
"নাম লোৱাঁ ভাই, ভকত-ভৈয়াই, নামক নকৰিবা হেলা।
এইহে নামেহে নিস্তাৰ কৰিব, মৰণ-সঙ্কটৰ বেলা ॥"
"ৰাম নামৰ নৌকাখনি, হৰি নামৰ বঠা।
বৈকুণ্ঠলৈ যাব লাগে নাম লৈয়া উঠা ॥"

এই আহ্বানত যেন সচাকৈয়ে "ভিদ্যতে হৃদয়গ্ৰন্থিঃ ছিদ্যন্তে সৰ্বসংশয়াঃ" হৈ আমাৰ মন বৈকুণ্ঠৰ বাবে উধাও হৈ পৰে! ওৰে দিন ওৰে ৰাতি নাম লব, তথাপি—

"ভকতক নামে নাটিলে ৰাম ৰাম।
মাধৈ-মালতী ফুল চালত শুকাল।
হৰি-নাম লওঁতে ৰাতি পুৱাল ॥
ভকতক নামে নাটিলে ৰাম ৰাম !!"

মুঠতে, নাম অমৃতৰ নিছিগা ধাৰ ; তাক পাই ভক্তই মুকুতি উপেক্ষা নকৰিব কিয় ? ফুল ছিঙি আনি ফুলৰ সৌন্দৰ্য্যৰ স্বৰূপ দেখুৱাবলৈ যোৱা যেনে ধৃষ্টতা, সেইদৰে দিহা নামৰ আনুসঙ্গিক বজ্ৰ-কৰতালি আৰু মেঘৰ গহীন গাজনিৰ দৰে ভক্তসকলৰ গগন-স্পৰ্শী ৰাগ, আৰু সৰাতোকৈ তেওঁলোকৰ ভক্তি-আবেগৰ উষ্ণতাৰ অবিহনে এই ঘোষাবোৰৰ প্ৰকৃত সৌন্দৰ্য্য দেখুওৱা অসম্ভৱ। তথাপি অকল সাহিত্য স্বৰূপেও এই ঘোষাবোৰ ৰূপ আৰু গোন্ধেৰে এনে ভৰপূৰ, বাটৰুৱাই বাটেদি যাওঁতে এখন্তেক ৰৈ এই আশিস্-উপভোগেৰে জীৱন সাৰ্থক মানি নগৈ নোৱাৰে।

চেতনা, ১৯২৩-২৪ ; ভোগজৰা, আগকথা, ১৯২৮।

———

# পদ্য-গদ্য গুৰু-চৰিতাৱলী

শঙ্কৰদেৱৰ মূলচৰিত-লেখক ৰামচৰণ, দৈত্যাৰি, ৰামানন্দ, ভূষণ। দৈত্যাৰি ৰামচৰণৰ পুতেক, অথচ তেওঁ "নাহিকে আৰিশি" বুলিছে; ইয়াকে ওফন্দাই গভাটোপ কৰি কোনোৱে ৰামচৰণৰ শঙ্কৰ-চৰিত পিছলৈ টানি আনিবলৈ বিচাৰে, যদিও অৱশ্যে তেওঁলোকৰ আন উদ্দেশ্যও থাকিব পাৰে। ভূষণৰ গুৰু-চৰিত প্ৰকাশক এজনে তেওঁক নৰনাৰায়ণৰ সভা-কবি পাতিব খুজিছিল, যদিও সেই চৰিততে শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম আৰু চতুৰ্ভুজৰ উল্লেখৰ পৰা তেওঁক তেওঁলোকৰ সমসাময়িক বুলি সহজে বুজিব পাৰি। আমোদৰ কথা, ভূষণেও সেই "নাহিকে আৰিশি" লিখিছে; অথচ ৰামচৰণ মাধৱদেৱৰ সমসাময়িক, গতিকে অন্ততঃ তেওঁৰ আৰু দৈত্যাৰিৰ গুৰু-চৰিত ভূষণৰ পূৰ্ব্ববৰ্তী। তেন্তে কব লাগিব হয় এই পৰবৰ্ত্তীসকলে পূৰ্ব্ববৰ্তীসকলৰ পুথি পাবৰ সুবিধা নহৈছিল: নহয়, "নাহিকে আৰিশি" লিখা সেই লেখক-সকলৰ এটা ধুনেই আছিল।

দৈতাৰিয়ে লিখিছে, "মাধৱদেৱৰ বহিনাই ৰামদাস। আছে এক চতালে দুইহান্তে কৰি বাস॥ ৰামদাস-সুত ৰামচৰণ নিশ্চয়। মাধৱদেৱৰ তেন্ত ভাগিন হোৱয় ॥৯৪১॥ পঢ়ান্ত মাধৱদেৱ মহাৰঙ্গ মনে। কলা সমস্তই পঢ়াইলন্ত অল্প দিনে॥ পঢ়াইলন্ত নামখড়ি সমস্তে পঢ়িলা। অনন্তৰে সন্ধি-বৃত্তিত পাঠ দিলা ॥৯৪২॥ পঢ়াইলা মাধৱদেৱে ৰামচৰণক। পাৰিলা পঢ়িবে ভাল পদ-পয়াৰক॥৯৫০॥ ৰত্নাৱলী ৰত্নাকৰ আদি গ্ৰন্থ যত। কৈলিকৃত্য ভৈলা আনো শাস্ত্ৰত পাৰ্গত॥ শিখাইলন্ত কায়স্থিকা বৃত্তি সমস্তয়। অদ্ভুত লেখক ভৈলন্ত মহাশয় ॥৯৫১॥" দৈত্যাৰি চৰিতৰ পৰাই বুজিব পাৰি ৰামচৰণে সাধাৰণতকৈ অধিক বয়সত বিয়া কৰিছিল, আৰু দৈত্যাৰি যদি তেওঁৰ ভাটি বয়সৰ সন্তান হয় তেন্তে ৰামচৰণৰ গুৰু-চৰিত দৈত্যাৰিয়ে নেদেখিবৰ ইও এটা কাৰণ হব পাৰে।

ৰামচৰণৰ গুৰু-চৰিতৰ সাতোটি খণ্ডৰ ভিতৰত ষষ্ঠ খণ্ডটি "জাল্" কৰি এজনে উলিয়াছিল; এই কথাই বাকী খণ্ডকেইটাৰ সত্যতা অধিক প্ৰমাণ



কৰিব পাৰে, তাত চেকা পেলাব নোৱাৰে। প্ৰথমত উপৰি পুৰুষ, দ্বিতীয়ত জন্ম-লীলা (বাৰ বছৰলৈ), তৃতীয়ত বাল্য আৰু যৌৱন ক্ৰীড়া, চতুৰ্থত উজনি অসম এৰি নামনিত বাস, পঞ্চমত ধৰ্ম-প্ৰচাৰ, ষষ্ঠত বিদ্বেষ-উৎপীড়ন (মূল নহয়), আৰু সপ্তমত কোচবেহাৰত বৈকুণ্ঠপ্ৰয়াণ। মূল ছয়টি খণ্ড এনে পৰিপাটি আৰু বিৱৰণবোৰ এনে প্ৰাঞ্জলভাৱে লিখা যে তাক আধুনিক ৰীতিৰ বুলিও কব পাৰি আৰু সাহিত্য ৰূপেও ই মূল্যবান পুথি। শঙ্কৰদেৱৰ উপৰি-পুৰুষৰ বিৱৰণ আৰু দুৰ্ল্লভনাৰায়ণৰ বংশাৱলী ব্যাপক আৰু সন্তোষজনক; সেইদৰে জন্ম-লীলাও দিন-দিনকৈ প্ৰথম ত্ৰিশ দিনৰ, মাস মাস কৰি প্ৰথম বাৰ মাসৰ, আৰু বছৰ বছৰ কৰি প্ৰথম বাৰ বছৰৰ সম্পূৰ্ণ বৰ্ণনা দিয়া আছে। এই অনুক্ৰমেই বাকী পাঁচ খণ্ডও প্ৰাঞ্জলতা গুণত আচৰিতৰূপে আধুনিক ৰীতিৰ।

অদ্ভুত কথা এই হে, এই চৰিতৰ অনেক অংশ পৰবৰ্তী দৈত্যাৰি ৰামানন্দ আৰু "নাহিকে আৰিশি" বোলা ভূষণৰ চৰিতৰ লগত হুবহু একে। উদাহৰণ স্বৰূপে, ৰা, চ, ১২৯০-৯৭; ভূ ৬৩-৬৫: ৰা, চ, ১৩৪১-৫৮, ভূ ৩৩-৪৬: ৰা, চ, ২১২২-৪৬; ভূ ১২৯-৫৩: ৰা, চ ২১৫০-৫১, ভূ, ১৫৬-৫৭: ৰা, চ, ২১৫৮--২২৯৩; ভূ, ১৬৪-২৯৮: ৰা, চ ২২৯৪-২৩৯৫; দৈ, ৩২৮-৪১০: ৰা, চ, ২৪৯৩-২৫৪৩; ভূ ২৯৯-৩৫৫: ৰা, চ, ৩৭৭৩-৪০১১; ৰামা, ১৫১৪-১৭৬৮। ইয়াৰ সামান্য ভাগ মাত্ৰ সাৰাংশৰূপে আৰু তাৰ বাহিৰে সকলোখিনি শাৰীয়ে শাৰীয়ে আৰু আখৰে আখৰে একে। আচৰিত কথা, এই চাৰিখন চৰিতত কাৰ কোনখিনি মূল তাক বাচি-বিচাৰি গুৰু-চৰিত সঠিকভাৱে নিৰ্মাণ কৰিবৰ কোনো উম-ঘামেই আজিলৈকে হোৱা নাই; আটাইকেখন চৰিতৰ ইখন-সিখনৰ লগত মিলা কথাখিনি এৰিও, কিছুমান অংশ অতি বিতোপন। ভূষণে শঙ্কৰদেৱৰ পঢ়া নীতি বৰ্ণাইছে:—

"আজি-কালি কৰি শীঘ্ৰে পঢ়ন্ত শঙ্কৰ।
ধৰিলন্ত লাগ আন ছাত্ৰ সমস্তৰ॥
এক দুই ৰূপ মাত্ৰ গুৰু পঢ়াৱন্ত।
কতো কতো সূত্ৰচয় আপুনি পাৱন্ত ॥৪৭॥
শুনিয়োক তান যেন পঢ়িবাৰ নীতি।
শয্যাৰ দুপাশে লগাৱন্ত দুই বাঁতি॥

দুইখান ঠগিত দুই পুস্তক থৱন্ত।
দুগোটা সন্ফুৰা ভৰি তাম্বুল লৱন্ত ॥৩৮॥
ডাহিনৰ সন্ফুৰাৰ ভুঞ্জি তাম্বুলক।
ঠগিৰ পুস্তক মেলি পঢ়ন্ত শ্লোকক ॥
তেনমতে বামৰো পুস্তক মেলি চান্ত।
প্ৰভাতে উঠিয়া পুহু পঢ়াশালি যান্ত ॥৪৯॥
ব্যাকৰ্ণ পঢ়িয়া চৈধ্য শাস্ত্ৰক পঢ়িলা।
পুৰাণ ভাৰত ৰামায়ণো বখানিলা ॥
পঢ়িলন্ত নিৰন্তৰে যত কাব্যকোষ।
গুৰুৰ মনত মহা পৰম সন্তোষ ॥৫০॥

দৈত্যাৰিৰ প্ৰাক্ শঙ্কৰী অসমীয়া সমাজৰ ধৰ্মমূলক অৱস্থাৰ বৰ্ণনা :—

ই দেশত পূৰ্বকালে নাছিল ভকতি। নানা ধৰ্মকৰ্ম লোকে কৰিল সম্প্ৰতি ॥৮॥
নানা দেৱ পূজয় কৰয় বলিদান। হাঁস ছাগ পাৰ কাটে অসংখ্য প্ৰমাণ ॥
তপ জপ যজ্ঞ দান তীৰ্থ স্নান কৰে। স্বৰ্গ-নৰকত আয়াযাত কৰি মৰে ॥৯॥
নাহি সুখ নেড়াৱয় সংসাৰ নিকাৰ। উপজয় মৰয় সংসাৰে বাৰম্বাৰ ॥
তল গৈল লোক কলি পাপ-সাগৰত। কৃপাময় কৃষ্ণে জানি শুনিয়া মনত ॥১০॥
সিতো লোক সমস্তক কৰিবে উদ্ধাৰ। শঙ্কৰ-মাধৱ ৰূপে ভৈলা অৱতাৰ ॥১১॥

ৰামানন্দৰ পীতাম্বৰ কৱিৰ বৰ্ণনাটি :—

শঙ্কৰ বদতি নাৰায়ণ শুনিয়োক। তৈত কোন আছে হৰি-পৰায়ণ লোক ॥
নাৰায়ণ কহন্ত তান নাম পীতাম্বৰ। কৰিছন্ত পদ তেন্ত দশম স্কন্ধৰ ॥৮০১॥
শঙ্কৰে বোলন্ত নাৰায়ণ মহাশয়। তাহান কবিতা মুখে আসে কি নাসয় ॥
নাৰায়ণ ঠাকুৰে পাছে গাইবাক লাগিলা। যেন মতে ৰুক্মিণীয়ে কৃষ্ণক
ভাবিলা ॥৮০২॥
শুনিয়া বোলন্ত আৰ গাইবে-নলাগয়। গৰ্ব পৰ্বতত সিতো উঠিয়া আছয় ॥
ধৰ্ম ধৰিবাৰ সিতো নোহে যোগ্য লোক। আন কোন আছে নাৰায়ণ
কহিয়োক ॥৮০৩॥



ৰামচৰণৰ চিহ্ন-যাত্ৰাৰ বৰ্ণনা অতি বিতোপন, কিন্তু তাক সম্পূৰ্ণকৈ লেখকৰ নিজ ৰচনাত ( ১৪৫১-৮৬ পদ ) উপভোগ কৰিবলগীয়া।

উনৈশ শতিকাৰ, সন্তৱ আগছোৱাৰ, কোনো অজ্ঞাত লেখকৰ এখন কথা গুৰু-চৰিত প্ৰকাশিত হৈছে। ইয়াতো পূৰ্ববৰ্তী এই চাৰিখন পদ-চৰিতৰ এখনৰো উল্লেখ নাই ; কেৱল ভক্ত-পৰম্পৰা মুখে মুখে চলি অহা ধাৰ্মিক কিম্বদন্তিৰ ওপৰত ভিৰ দি ভকতীয়া ভাষাত এই কথা-চৰিতখন লিখা হৈছিল। “শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱ জগত-গুৰু ; চোট আতা ( মাধৱদেৱ ), দামোদৰ, হৰিগুৰু পঞ্চিশ্ মহন্ত এই সৱত ধৰ্ম-বস্তু থৈ উনবিংশতি শত ৰহি বেহাৰে কাকতকুটাত পৃথিবী এৰি নব-দেহা সম্বৰণ কৰি বৈকুণ্ঠে গলন্ত।” এই অনুক্ৰমে ভাষা আৰু ৰচনা-ৰীতি অলপ প্ৰাচীন-গন্ধী। তদুপৰি, সাহিত্যৰ বুৰঞ্জীৰ ফালৰ পৰাও ইয়াত লেখত লব লগা কিছুমান সম্বল আছে

“একদিনা স্নান কৰি মহাপুৰুষ গুৰু এচলা শিল আছে বহাৰ মুখতে, তাতে বহি চুলি ফালিছে। দুই হাতে দুই হস্তে গা মচিছে। তেহে কন্দলিএ দেখি আশ্চৰ্য্য হুই পাৱত পৰিবলৈ যায়। পাচে দুই হাত ছম্নকৈ বোলে ; গুৰু, কি কৰাঁ ?...তেহে পাঠশাল মচিবৰ নিবাৰ কৰি ওজা ছাত্ৰ পাতিলে। তাৰে পৰা ঈশ্বৰ বোধে মানে। সৱাকে পাঠ দিয়ায়, দেউ বোলায়। তাকে নসৈ ছাত্ৰ ভাগি মাধকন্দলিৰ শিষ্য ৰাঘ আচাৰ্য্যত কলেগৈ। পাচে আহি মহিন্দ্ৰ কন্দলিক ধৰিলেহি।...গুৰুজনে কৰি দিলে। বৈকুণ্ঠৰ পৰা পাত, কাপ, মহী, মৈলাম চাইটা বস্তু নমাইছে। আৰু শংখ অক্ষৰ শক্তি নমাই পদ্য কৰিলে খৰচৰ-নগধৰ, আকাৰ-ইকাৰ নাই, শুদা: অৰ্থে পৃথিবী পাতাল, বৈকুণ্ঠ, স্বৰ্গ ভেদি গল। অধ্যাপকে চাই তৈল লোণ নাই, শুদা ব্যঞ্জনৰ এনে স্বাদ, বিনা জক বন্ধন, আৰা শুদা শক্তি মনুষ্য নুহি, কিবা হৰি-হৰ ছদ্মে আছেহি। ...আৰু মাৰ্কণ্ডেয় পুৰাণৰ পৰা প্ৰথমে কাপ ধৰি হৰিশ্চন্দ্ৰোপাখ্যান কৰিছে চাৰি খুটা মাৰি সেৱকলৈ।” ( বৈকুণ্ঠৰ চৰিত্ৰ )

“আৰু একদিনা শ্ৰীশঙ্কৰদেৱ বোলে নাৰায়ণ দাস, তোমাৰ নিচিনা এনে কেই ঘৰ আছে ? বোলে বাপ, তিনি ঘৰি আছে।...বোলে পীতাম্বৰে কি কবিতা কৰে ? বোলে “বিলাপ কৰি কান্দে দেৱী ৰুক্মিণী। কোন অঙ্গে খুন দেখি নাইলা যদুমণি ॥” এই কৱিতা কৰে। বোলে সি শাক্ত, তামসিক, তাৰ কথা নকবা।...আৰু একদিনা বুৰী লুইতে যায় দুওজনা গুৰু ভক্তসমে।...”

দেখি গুৰুজনে বোলে বৰাপো, মৰা মৈলে কিয় কান্দিছে? এ বোলে বাপ, যি হে মৰিছে সি জিয়াৱে পৰা মৰা, এই যি কান্দিছে ইও প্ৰায় মৰাহে। এ বাপ, পূৰ্ব্বেই জীৱ বাজকৈ প্ৰকৃতি মায়াৰ হাতে দিলা আয়াযাতকৈ, ভু হৰাই অজ্ঞান তুসত পৰি মৰাকে লাগি মৰাই কান্দিছে আপুনাৰ মায়াত। বোলে বৰাপো, আমাৰো কান্দা এফেৰি। তেহে শ্ৰীমাধৱদেৱে আত্মাক মনে ধৰি পৰম গুৰু চৰণত বিনাই কান্দিছে কাকুতিকৈ, "কিমতে ভকতি কৰিবোঁ তোমাত হৰি এ, মই মূঢ়মতি নজানো তাৰ উপায় ৰাম ৰাম।" এই ঘোষা পটল কৰি বিনাই কান্দিলে। শুনি মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ শৰীৰ ৰোমাঞ্চ হৈ মঞ্জৰি দ্ৰৱি দুই ধাৰা প্ৰেম জৰিব ধৈলে। বোলে বৰাপো, কি মোক অমৃত পিয়াই সন্তোষ কৰালা আজি।" (ঠাকুৰ আতাৰ চৰিত)

"আৰু মাধৱ কন্দলীৰ কবিতা ৰামায়ণ ঢাকি তুচ কৈ গুচাবৰ মন দিলে অনন্ত কন্দলীএ। তেহে গুৰুজনত বিপ্ৰে স্বপ্নত শৰণাপন্ন হৈ প্ৰাৰ্থিলে ৰবৰ হেতু। পাছে গুৰুজনে বোলে বৰাপো, তোমাৰ মিতাৰ শাস্ত্ৰ কবিতা গুচাব যে খোজে, আমি ধৰোঁ গোৰত, তুমি হোৱা আগে। তেহে আজ্ঞা উত্তৰা কৰিছে। কাপৰ গাৰি দৰে আগ-গোৰ সমে বল, উপদেশ আচু ফুল হল। আগে উপদেশ নাই, শুভ শুভহে আছিল আধ্যাত্ত। ছোট আতা দিছে।... আৰু গীত কৰি গোটাই লিখিলে ৰাৰেও কুৰি, কমলা বায়নে নিলে আৱৰা-বলৈ। চত মহা বন পোৰা বতাহত ঘৰ পোৰাত পুইলে। গুৰুজনে খেদকৈ বোলে বৰাপো, অনেক শ্ৰমকৈ গীতখানি কৈলোঁ, পুইলে। গীত কিছু কৰা, আমি নকৰোঁ। আৰু তেহে শ্ৰীমাধদেৱে গুৰুবাক্য ধৰি কৰিছে। আতৈ সৱৰ মুখত ৰোৱা আগে-গুৰি ৰিহা-গাৰি ক্ৰমে দি মাজত চোট আতাই গীত কৈলে; নকুৰি এধাৰটা বৰগীত, ছয় ৰসে চোৰ-চাতুৰী।" (চোট আতাৰ চৰিত্ৰ)

এই কথা-চৰিতৰ এটা বিশেষ মন কৰিব লগা গুণ ভাষাৰ চুম্বক শক্তি; প্ৰায় সাথৰৰ দৰেই অতি চুটি বাক্য, চমু কথা; তাৰ ভিতৰতে অতি শক্তি-ধৰ। আন এটা গুণ, ইয়াৰ আচৰিতভাৱে আধুনিক বাক্য-ৰীতি, কৰ্ত্তা-ক্ৰিয়া আদি লেখকৰ ইচ্ছা বা সুবিধা অনুসৰি আগা-পিছা হৈছে; ব্যাকৰণৰ কটকটীয়া নিয়ম মনা নাই। ভৱানীপুৰীয়া গোপাল আতাৰ চৰিত্ৰত লিখিছে:



"এতিয়া ভৱানীপুৰ আতাৰ চৰিত। আতাৰ আদি কলিতা দেশত। কলা কলিতাৰ গৃহ বুলিছিল। চেক্‌খাম-হাটজিনৈ গ্ৰামে।...ভাদ্ৰত আতা গৰ্ভে থিতি, আহিনত পিতৃ চলিল।..কাৰ্ত্তিকত সতিয়াই বেটা, চাৰিশ টকা পিতাৰ আছে দে বুলি ৰাজদূত নি মেলত ঘটাই শাস্তি ধৈলে। আএ উপায় নপাই পলাই দেশ এৰি অটব্য অৰণ্যে চৰা পৰ্বত পাৰ হৈ তিনি মণি ফাটে আবৰ-মিৰি চাৰি মাটি-মিৰিএদি অচম দেশ ওলালহি পোন্ধৰ দিনে, শক্তিমন্ত পুৰুষৰ শক্তি গুণে অনাহাৰে। আই মহা চক্ৰী লোক। টকা আছিল হাতে। নগৰ সমীপে পৈ নাজিৰা হাটে পসাৰ দিব ধৈলা ধন্যা দলৈ গৃহে বৈ। অনেক দ্ৰব্য হৈ গৰগাঞ ৰৰদ্বাৰ মুখে পহাৰ আহি গৈ দিছে।...সেই সময়ত আতা গাত, ন মাহ, জন্মে বৈশাগৰ দুপৰ নিশাত বুধবাৰে শুক্লা সপ্তমীত। তেহে কাঁহ ডবা পেমা ভেৰু হস্তী ঘোৰা সকলো বাজি চিহৰিল।"

---

# বৈষ্ণৱ গদ্য আৰু বিজ্ঞান গদ্য

গুৰু-চৰিতকাৰ সকল নাট্যকাৰো আছিল; ৰামচৰণে কংসবধ, দৈত্যাৰিয়ে নৃসিংহ যাত্ৰা আৰু ভূষণে অজামিল উপাখ্যানৰ অঙ্ক কৰিছিল। নৃসিংহ যাত্ৰাৰ গদ্য; "শিশুসৱ বোলে: হে ৰাজকুমাৰ: তোহো অন্তেৱপুৰে থিক: নাৰদক কমন পৰকাৰে ভেট পাৱল: ওহি সুমধুৰ হৰি-নাম নাৰদত হন্তে কমন প্ৰকাৰে শিক্ষা কয়লি। প্ৰহ্লাদ বোল: হে বালকসৱ: নাৰদক যৈছে লাগ পাৱলো তা শুনহ। হামাৰ পিতৃ তপস্যাক গেল শুনিয়ে দৈত্যগণ ভয় হুয়া পলাৱল: ইন্দ্ৰে হামাৰ মাতৃক ধৰি আপোন থানে নিয়া যায়। সোহি সময়ে নাৰদে পাই ইন্দ্ৰক উপদেশ বোলল। নাৰদক বাক্যে ইন্দ্ৰে মাতৃক ছোড়ি আপোন থানে গেলহ। কৃপাময় নাৰদ মাতৃক আশ্ৰমে থৈয়া জ্ঞান-উপদেশ দেলহ, হামাক গৰ্ভতে উপদেশ দেলহ। হামু ঋষিৰ প্ৰসাদে সুমৰণ কৰোঁহোঁ।"

অজামিল উপাখ্যানৰ গদ্য : "অজামিল বোল, হৰি হৰি : হামু মহাপাপীক তিনি দূতে নৰকে লৈয়া যায়। চাৰি পাৰিষদ আসি ৰাখল : তাহাৰ মুখে নামৰ মহিমা শুনলোঁ। জানো হৰি বিনি গতি নাহি : আজু চাৰি সিদ্ধক বচনে প্ৰমাণ। কৃষ্ণ বিনে কৃপাময় দেৱ নাহি, জানিয়ে কৃষ্ণৰ চৰণে শৰণ লৈলোঁহো। কৃষ্ণ নাম গলে বান্ধলোঁ, কৃষ্ণে বিক্ৰয় গৈলোঁ। কৃষ্ণ কথা মুখে লৈবোঁ : কৰ্ণে কৃষ্ণ কথা শুনবোঁ : নেত্ৰে ভকতক দেখবোঁ : হস্ত দুহো কৃষ্ণৰ কৃত্য কৰবোঁ : শিৰে কৃষ্ণক নমস্কাৰ কৰবোঁ। প্ৰথমে ভকতৰ সঙ্গ লৈবোঁ, যেন পুনৰপি যাতনাত নযাঞ। হে কৃষ্ণ বাপ, ত্ৰাণ কৰহ।"

কোনো অজ্ঞাত লেখকৰ কথা-পদ্মপুৰাণৰ আৰম্ভণ : "মহাদেৱত পাৰ্ব্বতীয়ে সোধন্ত, হে মহাপ্ৰভু সদাশিৱ, মই যদি তোমাৰ নিজ দাসী হওঁ, মোক প্ৰতি প্ৰসন্ন হৈয়ো : ৰুদ্ৰাক্ষৰে কুশ-মূলৰে কি মহিমা মই শুনিবাক ইচ্ছা কৰোঁ। ...কাৰ্ত্তিক মাসত যি পৰমেশ্বৰক তুলসী দান কৰে, অযুত গোদানৰ ফল পাই। এই কাৰ্ত্তিকৰে অমাৱস্যাত উল্কা দান কৰিলে পিত্ৰাদি তুষ্ট হই। আৰু মাঘ মাসত যিজনে প্ৰাতঃস্নান কৰি ব্ৰহ্মচৰ্য্য ধৰি ঈশ্বৰক চিন্তি থাকে, তাৰ মহা পাতক নষ্ট হই। ইতি শ্ৰীপদ্মপুৰাণান্তৰ অধ্যায় সমাপ্ত। আকে জানি নিৰন্তৰে হৰি বোল হৰি বোল।"

আন অজ্ঞাত লেখকৰ কথা-সাত্বত তন্ত্ৰৰ গদ্য : "ৰূপ শব্দ স্পৰ্শ এই তিনি তেজৰ বুঝিবা। ৰস ৰূপ স্পৰ্শ শব্দ চাৰিয়ো জলৰ বুঝিবা। পৃথিবীত সকল গুণ বুঝিবা। চবিশ তত্ত্বে পুৰুষৰ ইচ্ছা নিমিত্তে হুয়া আপুনাৰ অংশে চতুৰ্দ্দশ চতুৰ্দ্দশ ভুবনাত্মক বিৰাট জন্মাইলা।" আৰু আন অজ্ঞাত লেখকৰ কথা-নামঘোষাৰ গদ্য : "শ্ৰীকৃষ্ণে আপুনাৰি নিজ মূৰ্ত্তি মহেশক দিলা। কেনেহু আপুনি নিজ ব্ৰহ্ম হুয়া মূৰ্ত্তিক নমিলে, এই কথা হৰি-হৰৰ সম্বাদত কৈছে। তাৰ পৰা আনি প্ৰথম স্কন্ধত কৈছে। তাক আনি শ্ৰীমাধৱদেৱে ঘোষা কৰিলন্ত।"

উত্তৰ-শঙ্কৰদেৱৰ যুগৰ প্ৰধান গদ্য-লেখক ৰঘুনাথ মহন্ত। তেওঁৰ কথা ৰামায়ণৰ গদ্য : "শ্ৰীৰামে কহন্ত, হে প্ৰিয়ে, এই বিচিত্ৰ বন দেখি অযোধ্যাৰ [illegible]সবিলোঁ [illegible], সুগন্ধ কুসুমবাসিত বায়ু বহে, চিত্ত উন্মাদ কৰে। পক্ষীসব সুৰে সুৰে মুনি ডাকিছে; হা হা, আমাৰ মাতা কৌশল্যা যেনো এমতে ডাকিছে।...দিনেক শ্ৰীৰামে সীতাৰ কপালে মানস-শিলা পিসি তিলক



পিন্ধাইলা। শ্ৰীৰামক দেৱী আলিঙ্গন্তে হিয়াত লাগিল। সীতা বোলন্ত, লক্ষ্মণে দেখি হাসিব, শীঘ্ৰে মাৰ্জ্জনা কৰা। শ্ৰীৰামে বোলন্ত, ভক্তৰ অৱশেষ নাহি; কিন্তু সুৰত সুখৰ এহি অলঙ্কাৰ। এক দিনা শৃঙ্গাৰত শত শ্ৰান্ত হেন হুই নিদ্ৰা কৰিলা। সেহি সময়ে এক কাক বৃক্ষ-শাখা হন্তে সীতাৰ উদাস শৰীৰ দেখি ভোল হুয়া চাপ দিয়া সীতাৰ স্তনত নখে ক্ষত কৰিল। কোমল শৰীৰৰ ৰুধিৰ বহাইল। ঘাৱ বিষে দেৱী কান্দিল।'

ইয়াত বৈকুণ্ঠনাথৰ দৰেই যদিও "কহন্ত" "বোলন্ত" আদি মৈথিলী-উড়িয়া আদি ধাতুৰ গঢ় দিয়া হৈছে, তথাপি বিষয়-বস্তুৰ জন-প্ৰিয়তাৰ উপৰি ৰচনা-ৰীতিও ক্ৰমে জন-প্ৰিয়তাৰ ফালে বাগৰিছে। সম্ভৱ এই সপ্তদশ শতিকাৰে আগ বা শেষ ছোৱাৰ এখন কথা গুৰু-চৰিতৰ গদ্য :

"এদিন গুৰু-ঈশ্বৰে পুথি লিখি বহি আছে : ওচৰতে আই আৰু বঢ়াৰ পোও বহি আছে : এনেতে এজন লোকে সম্বাদ দিলেহি, জয়ন্তা-মাধৱৰ মৃত্যু হল : মৃত্যুৰ সময়ত কলে, অমৃতৰ কলহত হাত সুমালোঁ, বখলা-বখলে খাবলৈ নাপালোঁ। শঙ্কৰদেৱে শুনামাত্ৰেই হাতৰ কাপ খহি পৰি ঢলি গল। আই দেখা পাই কৈছে, বঢ়াৰ পো, থৰা : কাণ-সমান পো মৰাত খেদ নহল, ভকতৰ পদে আকুল কৰিছে।"

ই প্ৰায় আধুনিক ৰীতিৰ। মুঠতে, যুগৰ প্ৰভাৱৰ উপৰিও বিষয়-বস্তুৰ স্বভাৱ অনুসৰি গদ্য-ৰীতিৰ তাৰতম্য যথেষ্ট হব পাৰে। সপ্তদশ শতিকাৰ বা অষ্টাদশ শতিকাৰ আগভাগৰ শ্ৰীহস্তমুক্তাৱলীৰ ভাঙনি ইয়াতকৈ প্ৰাচীন-গন্ধী : "মহেশে বোলন্ত, হে গৌৰী তুমি কিবা হস্তৰ ৰসক জানা। গৌৰী বোলন্ত, আমি যদি নাজানো, আন কোন বা স্ত্ৰীয়ে জানে। মহেশে বোলন্ত, যদি জানা তেৱে কহাঁ : হৃদয়ত দুই স্থলপদ্ম হস্ত হৈলে কিহক কহে। গৌৰী বোলন্ত, দুই স্তনক কহে। গৌৰী বোলন্ত, পুনৰ্ব্বাৰ আন সোধোঁ। মহেশে বোলন্ত, কৰ্ত্তৰি মুখ নাম হস্ত দুইক একেলগ কৰিলে কিহক কহে, ইয়াক কহাঁ। এহি শুনি ৰতি-সূচক হস্ত জানিয়া অল্প হাস্য কৰিয়া অধোমুখ হইল। এমন গৌৰীক হাস্য কৰি চুম্বন কৰিছা যে মহেশে, সেহি সদাশিৱে তোৰা-সকলক ৰক্ষা কৰন্তোক।"

বৈষ্ণৱ গদ্য আৰু বুৰঞ্জী গদ্যৰ উপৰিও এই যুগত বিবিধ বিজ্ঞানবিষয়ক গদ্য ৰচিত হোৱা কথা বিশেষ উল্লেখযোগ্য। ১৬৯৫ মানত মহাৰাজ ৰুদ্ৰসিংহই

অজামিল উপাখ্যানৰ গদ্য : "অজামিল বোল, হৰি হৰি : হামু মহাপাপীক তিনি দূতে নৰকে লৈয়া যায়। চাৰি পাৰিষদ আসি ৰাখল : তাহাৰ মুখে নামৰ মহিমা শুনলোঁ। জানো হৰি বিনি গতি নাহি : আজু চাৰি সিদ্ধক বচনে প্ৰমাণ। কৃষ্ণ বিনে কৃপাময় দেৱ নাহি, জানিয়ে কৃষ্ণৰ চৰণে শৰণ লৈলোঁহো। কৃষ্ণ নাম গলে বান্ধলোঁ, কৃষ্ণে বিক্ৰয় গৈলোঁ। কৃষ্ণ কথা মুখে লৈবোঁ : কৰ্ণে কৃষ্ণ কথা শুনবোঁ : নেত্ৰে ভক্তক দেখবোঁ : হস্ত দুহো কৃষ্ণৰ কৃত্য কৰবোঁ : শিৰে কৃষ্ণক নমস্কাৰ কৰবোঁ। প্ৰথমে ভক্তৰ সঙ্গ লৈবোঁ, যেন পুনৰপি যাতনাত নযাঞ। হে কৃষ্ণ বাপ, ত্ৰাণ কৰহ।"

কোনো অজ্ঞাত লেখকৰ কথা-পদ্মপুৰাণৰ আৰম্ভণ : "মহাদেৱত পাৰ্ব্বতীয়ে সোধন্ত, হে মহাপ্ৰভু সদাশিৱ, মই যদি তোমাৰ নিজ দাসী হওঁ, মোক প্ৰতি প্ৰসন্ন হৈয়ো : ৰুদ্ৰাক্ষৰে কুশ-মূলৰে কি মহিমা মই শুনিবাক ইচ্ছা কৰোঁ। ...কাৰ্ত্তিক মাসত যি পৰমেশ্বৰক তুলসী দান কৰে, অযুত গোদানৰ ফল পাই। এই কাৰ্ত্তিকৰে অমাৱস্যাত উল্কা দান কৰিলে পিত্ৰাদি তুষ্ট হই। আৰু মাঘ মাসত যিজনে প্ৰাতঃস্নান কৰি ব্ৰহ্মচৰ্য্য ধৰি ঈশ্বৰক চিন্তি থাকে, তাৰ মহা পাতক নষ্ট হই। ইতি শ্ৰীপদ্মপুৰাণান্তৰ অধ্যায় সমাপ্ত। আকে জানি নিৰন্তৰে হৰি বোল হৰি বোল।"

আন অজ্ঞাত লেখকৰ কথা-সাত্বত তন্ত্ৰৰ গদ্য : "ৰূপ শব্দ স্পৰ্শ এই তিনি তেজৰ বুঝিবা। ৰস ৰূপ স্পৰ্শ শব্দ চাৰিয়ো জলৰ বুঝিবা। পৃথিবীত সকল গুণ বুঝিবা। চবিশ তত্ত্বে পুৰুষৰ ইচ্ছা নিমিত্তে হুয়া আপুনাৰ অংশে চতুৰ্দ্দশ চতুৰ্দ্দশ ভুবনাত্মক বিৰাট জন্মাইলা।" আৰু আন অজ্ঞাত লেখকৰ কথা-নামঘোষাৰ গদ্য : "শ্ৰীকৃষ্ণে আপুনাৰি নিজ মূৰ্ত্তি মহেশক দিলা। কেনেহু আপুনি নিজ ব্ৰহ্ম হুয়া মূৰ্ত্তিক নমিলে, এই কথা হৰি-হৰ সম্বাদত কৈছে। তাৰ পৰা আনি প্ৰথম স্কন্ধত কৈছে। তাক আনি শ্ৰীমাধৱদেৱে ঘোষা কৰিলন্ত।"

উত্তৰ-শঙ্কৰদেৱ যুগৰ প্ৰধান গদ্য-লেখক ৰঘুনাথ মহন্ত। তেওঁৰ কথা ৰামায়ণৰ গদ্য : "শ্ৰীৰামে কহন্ত, হে প্ৰিয়ে, এই বিচিত্ৰ বন দেখি অযোধ্যাৰ দুখো পাসৰিলোঁ। দেখ, সুগন্ধ কুসুমবাসিত বায়ু বহে, চিত্ত উন্মাদ কৰে। পক্ষীসৱ পুত্ৰ পুত্ৰ বুলি ডাকিছে; হা হা, আমাৰ মাতা কৌশল্যা যেনো এমতে ডাকিছে।...দিনেক শ্ৰীৰামে সীতাৰ কপালে মানস-শিলা পিসি তিলক



পিন্ধাইলা। শ্ৰীৰামক দেৱী আলিঙ্গন্তে হিয়াত লাগিল। সীতা বোলন্ত, লক্ষ্মণে দেখি হাসিব, শীঘ্ৰে মাৰ্জ্জনা কৰা। শ্ৰীৰামে বোলন্ত, ভক্তৰ অৱশেষ নাহি; কিন্তু সুৰত সুখৰ এহি অলঙ্কাৰ। এক দিনা শৃঙ্গাৰত শত শ্ৰান্ত হেন হুই নিদ্ৰা কৰিলা। সেহি সময়ে এক কাক বৃক্ষ-শাখা হন্তে সীতাৰ উদাস শৰীৰ দেখি ভোল হুয়া চাপ দিয়া সীতাৰ স্তনত নখে ক্ষত কৰিল। কোমল শৰীৰৰ ৰুধিৰ বহাইল। ঘাৱ বিষে দেৱী কান্দিল।'

ইয়াত বৈকুণ্ঠনাথৰ দৰেই যদিও "কহন্ত" "বোলন্ত" আদি মৈথিলী-উড়িয়া আদি ধাতুৰ গঢ দিয়া হৈছে, তথাপি বিষয়-বস্তুৰ জন-প্ৰিয়তাৰ উপৰি ৰচনা-ৰীতিও ক্ৰমে জন-প্ৰিয়তাৰ ফালে বাগৰিছে। সম্ভৱ এই সপ্তদশ শতিকাৰে আগ বা শেষ ছোৱাৰ এখন কথা গুৰু-চৰিতৰ গদ্য :

"এদিন গুৰু-ঈশ্বৰে পুথি লিখি বহি আছে : ওচৰতে আই আৰু বঢ়াৰ পোও বহি আছে : এনেতে এজন লোকে সম্বাদ দিলেহি, জয়ন্তা-মাধৱৰ মৃত্যু হল : মৃত্যুৰ সময়ত কলে, অমৃতৰ কলহত হাত সুমালোঁ, বখলা-বখলে খাবলৈ নাপালোঁ। শঙ্কৰদেৱে শুনামাত্ৰেই হাতৰ কাপ খহি পৰি ঢলি গল। আই দেখা পাই কৈছে, বঢ়াৰ পো, ধৰা : কাণ-সমান পো মৰাত খেদ নহল, ভকতৰ পদে আকুল কৰিছে।"

ই প্ৰায় আধুনিক ৰীতিৰ। মুঠতে, যুগৰ প্ৰভাৱৰ উপৰিও বিষয়-বস্তুৰ স্বভাৱ অনুসৰি গদ্য-ৰীতিৰ তাৰতম্য যথেষ্ট হব পাৰে। সপ্তদশ শতিকাৰ বা অষ্টাদশ শতিকাৰ আগভাগৰ শ্ৰীহস্তমুক্তাৱলীৰ ভাঙনি ইয়াতকৈ প্ৰাচীন-গন্ধী : "মহেশে বোলন্ত, হে গৌৰী তুমি কিবা হস্তৰ ৰসক জানা। গৌৰী বোলন্ত, আমি যদি নাজানো, আন কোন বা স্ত্ৰীয়ে জানে। মহেশে বোলন্ত, যদি জানা তেৱে কহাঁ : হৃদয়ত দুই স্থলপদ্ম হস্ত হৈলে কিহক কহে। গৌৰী বোলন্ত, দুই স্তনক কহে। গৌৰী বোলন্ত, পুনৰ্ব্বাৰ আন সোধোঁ। মহেশে বোলন্ত, কৰ্ত্তৰি মুখ নাম হস্ত দুইক একেলগ কৰিলে কিহক কহে, ইয়াক কহাঁ। এহি শুনি ৰতি-সূচক হস্ত জানিয়া অল্প হাস্য কৰিয়া অধোমুখ হইল। এমন গৌৰীক হাস্য কৰি চুম্বন কৰিছা যে মহেশে, সেহি সদাশিৱে তোৰা-সকলক ৰক্ষা কৰন্তোক।"

বৈষ্ণৱ গদ্য আৰু বুৰঞ্জী গদ্যৰ উপৰিও এই যুগত বিবিধ বিজ্ঞানবিষয়ক গদ্য ৰচিত হোৱা কথা বিশেষ উল্লেখযোগ্য। ১৬৯৫ মানত মহাৰাজ ৰুদ্ৰসিংহই

ৰাজকোঁৱৰবিলাকৰ শিক্ষাৰ কাৰণে ৰামনাৰায়ণ কবিৰাজ চক্রবর্ত্তীৰ হতুৱা অসমীয়া গদ্যত লিখোৱা জ্যোতির্ব্বিদ্যা সম্পর্কীয় "ভাস্বতী" এখন লেখৰ পুথি। ১৭৩৪ত মহাৰাজ শিৱসিংহ (১৭১৪—৪৪) আৰু তেওঁৰ ৰাণী অম্বিকাৰ আদেশত স্বকুমাৰ বৰকাথে লিখা দিলবৰ আৰু দোবাই নামৰ দুজন শিল্পীয়ে সুচাৰুৰূপে চিত্রিত কৰা "হস্তী-বিদ্যার্ণৱ" কথা-পুথিও বহুমূলীয়া। ইয়াত হাতীৰ বিবিধ জাতি, ৰোগ, চিকিৎসা আদি বর্ণোৱা আছে, আৰু অন্যান্য চিত্রৰ উপৰি আহোম ৰাজসভাৰ চিত্র বিশেষভাৱে অঙ্কিত আছে।—

"পর্ব্বতৰ পৰা ওলাই আহি সোণৰ সৰ পহুএ পানীৰ মুখত কটালি খালেছি। সেই পহুৰে পৰা কতোদিন থাকি দঁতাল মাখুন্দী দুটা হাতি হই হাবিত পচলা খাই ফুৰে, সকল জুৰিএ গুঞ্জৰি ফুৰে। তাৰ পৰা অনেক লাখ-বিলাখ হাতি হল।...নদী পাৰ হোৱা বাঘৰ মাংস গুটি পিত লব, যি হস্তিৰ বলিয়া লেতেৰা গন্ধাই, সেই বলিয়া লব, সমস্তকে মিসলাই বটিব! জেতিয়া হস্তি জুৰাবলৈ নিএ, এই ঔষধ কপালত ঘসিব। গন্ধ মাত্রতে হস্তি পলাই। আকে মঙ্গলবাৰে দেওবাৰে হস্তিৰ খিন কুম্ভত ঘসিলে কুম্ভ পূৰ হয়।. গম্ভীৰ ধীৰ ধার্ম্মিকসকলৰ মধ্যত শ্রেষ্ঠতৰ সৌমাৰ পীঠৰ ঈশ্বৰ শ্রীযুত শ্রীমন্ত শিৱসিংহ নামে যি মহাৰাজা আৰু তেনে মহিষী শ্রীশ্রীঅম্বিকা নামে মহাদেৱী, সেই দুইজনাৰ আজ্ঞা ৰত্নমালাক শিৰত ধৰি স্বকুমাৰ বৰকাথে এই হস্তি-বিদ্যার্ণৱ সাৰসংগ্রহক ৰচিলে। শক ১৬৫৬। আতে চিত্র কৰিবলৈ আজ্ঞা কৰিলে দিলবৰ দোবায় দুই লিখকক।"

সংস্কৃতৰ হস্তীবিদ্যা, মাতঙ্গ-লতা, গজ-শাস্ত্র আদি বিবিধ গ্রন্থৰ ইউৰুপীয় ভাঙনি টোকাই সমন্বিতে পুথি আৰু প্রৱন্ধৰ আকাৰেৰে ওলোৱা সম্ভেদ পেৰিছৰ জুলছ্ ব্ৰথৰ পৰা পোৱা হৈছে। ১৭৪০ত কোনো অজ্ঞাত লেখকে ঘোঁৰাৰ বিভিন্ন জাতি, ৰোগ আৰু ঔষধ বিষয়ে "ঘোৰা নিদান" পুথি লিখে। তাৰ গদ্য: "জিঙ্গিনিয়া বাত হলে তিনি খোজ মানক লাগি ঠেঙ্গ চোচোৰাই। যত বাথৰ আছে মানে সৱাকো লব আৰু কলাখাৰ মাহডালি সহিতে ৰান্ধি খুৱাব।" কাশীনাথৰ অঙ্কৰ আৰ্য্যা কথা-পুথি আৰু অজ্ঞাত লেখকৰ হৰগৌৰী সম্বাদ কথা-পুথিও এই যুগৰে। গোৰক্ষনাথৰ সংস্কৃত কামৰত্ন-তন্ত্রৰ কথা-ভাঙনিৰ আৰম্ভণ—"শ্রীকৃষ্ণায় নমঃ। অথ শিৱ-পার্ব্বতী সম্বাদ। একদিনা পার্ব্বতীয়ে শঙ্কৰক সোধন্ত প্রভু কামৰত্ন-তন্ত্র মোত কহা। শঙ্কৰে কহন্ত:



জানা পার্ব্বতী, বশ আকর্ষণ বিদ্বেষ স্তম্ভন মাৰণ শান্তি পুষ্টি আদি কৰি এই কর্ম্মসকল যে কালত যে নিয়মে কৰিব তাক কহোঁ।"

মহাৰাজ কমলেশ্বৰ সিংহৰ আমোলত (১৭৯৫-১৮১০) কমণ্ডকৰ সংস্কৃত "নীতি-সাৰ"ৰ কথা-ভাঙনিৰূপে কোনোবা বাগীশৰ "নীতি লতাঙ্কুৰ"ৰ গদ্য: "মনুৰ মতে দ্বাদশ আপ্ত পুৰুষেৰে মন্ত্রণা কৰিব, বৃহস্পতিৰ মতে ষোড়শ আপ্ত পুৰুষেৰে মন্ত্রণা কৰিব। উশনাৰ মতে বিংশতি পুৰুষেৰে মন্ত্রণা কৰিব। আকে মন্ত্রীসকলৰ মন্ত্রণা-মণ্ডল বুলি বুজিব। এই পঞ্চাঙ্গকে মন্ত্রণাৰ অঙ্গ বোলে। সহায় বুলি মিত্রক বোলে, সাধন বুলি যুদ্ধোপকৰণক বোলে, উপায় বুলি শমাদি চাৰি উপায়কে বোলে।...মন্ত্রণাত বিপত্তি মিলিলে প্রতিকাৰ কৰিব পাৰিব। নীতিমন্ত্র পুৰুষে মন্ত্রণা কৰি ক্রমে শিৰস্কন্ধ বাহু উৰু পাদ এই পঞ্চাঙ্গকে মন্ত্রণাত নিয়োজন কৰিব। অঙ্গ হলেহে ক্রিয়া ফলৱন্ত হয়। প্রকৃতি নির্ণয় দ্বিতীয়।"

---

## বুৰঞ্জীৰ গদ্য আৰু জাতি-জন্মৰ গদ্য

কামৰূপ অনুসন্ধান সমিতিৰ পৰা প্রকাশিত এখন পুৰণি অসম বুৰঞ্জীৰ গদ্য: "পাছে দুই চেটিয়া বোলে স্বৰ্গ মহাৰাজাৰ সাত মাহৰ পথত নগৰ, তাতে থাকি পাচিছে এক পুত্রক চাৰি কুড়ি হাজাৰ ঠাঠেৰে পূর্ব্ব দেশলৈ এক পুত্রক ষাঠি হাজাৰ ঠাঠ দি জয়ন্তা মগলু ত্রিপুৰা এই সকল মাৰি বশ কৰিবলৈ পাচিছে। দক্ষিণলৈ চাৰি কুড়ি হাজাৰ ঠাঠ নগৰ ৰক্ষা কৰি থৈ এক লাখ হাজাৰ ঠাঠেৰে আহি কৰতীয়া গঙ্গাত বহিছেহি। এতেকে ৮এ আমি দুইক পঠাই এইখান বুলি আহিছে; মঞি শুনিছোঁ গৌড়েশ্বৰ ডাঙ্গৰ ৰজা। আমি এবে যুদ্ধকে কৰে নে মিত্ৰৱতীএ হয়। পাছে গৌড়েশ্বৰ বিশ্ৰাস কৰি বুলিলে বোলে শাস্ত্রমুখে শুনিছোঁ প্রথমে প্রীতি গোটহে শ্রেয়স। যদি প্রীতি নৰহে তেৱেহে যুদ্ধ কৰিবাক লাগে। স্বৰ্গ মহাৰাজেনো কোন প্রীতিক বাঞ্ছা কৰে। পাছে দুই চেটিয়া বোলে, কিন্তু আমাৰ ৮ৰে কন্যাৰ অৰ্থেহে বচন বুলি আহিছে।" ইয়াক ১৫৩৩ৰ গদ্য বোলা হৈছে। যদি সেয়ে হয় তেন্তে

ইয়াৰ প্ৰায় তিনি শ বছৰৰ পাছত লিখা তুঙ্গখুঙ্গীয়া বুৰঞ্জীৰ গদ্য: "আমাত যি কৈছে উত্তম কৈছে। আমাৰ ৰাজ্যনাশ, বনবাস: এই কথা আমাতে মিলিছে।" বা দাঁতিয়লীয়া বুৰঞ্জীৰ গদ্য: "কাঠৰ গড় বান্ধিম পচিব, মাটিৰ গড় বান্ধিম খহিব; মই কথাৰ গড় বান্ধি দিছোঁ, প্ৰাণ পৰিত্ৰুগী হব।" "মই হাতে তিল কুশ লৈ বিশ্বনাথ ক্ষেত্ৰত হাত জুবুৰিয়াই কবুল কৰিছোঁ, লাউ তল যাব, শিল উপঙিব, কোৱা বগা হব, বগ কলা হব, আৰু ব্ৰহ্মপুত্ৰে উভতি গতি কৰিব, তেবে মোৰ কবুল ছাড়িব।"—প্ৰভেদলৈ লক্ষ্য কৰিব লাগিব: প্ৰথমৰ উদ্ধৃতিৰ গদ্যখিনি যেন ঠৰঙা-ঠৰঙ, জঠৰ; আৰু পাছৰখিনি যেন বৈ যাব খোজা, গতিশীল! এনে অনুমান মনলৈ আহে।

চুহুংমুং বা দিহিঙীয়া ৰজায়ে (১৪৯৭-১৫৩৯) জয়ে জয়ে স্বৰ্গনাৰায়ণ উপাধি লোৱা ঘটনাই তেওঁৰ হিন্দুৱানী মনোবৃত্তি স্পষ্টভাৱে দেখুৱায় বুলি কব পাৰি। আহোম ৰজাসকলৰ উৎপত্তিত আৰম্ভ কৰি চুতিয়া ৰাজ্য আৰু ধনসিৰিলৈকে ১৪৪৮ শকত কছাৰী ৰাজ্য আহোমে অধিকাৰ কৰা কথালৈকে লিখা থকা "স্বৰ্গনাৰায়ণ মহাৰাজাৰ আখ্যান" বোলা বুৰঞ্জীখন ঘটনাৰ শেষ কাল ১৫২৬ত লিখা আৰু এইখনেই আহোমবিলাকে অসমীয়াত লিখা প্ৰথম বুৰঞ্জী আৰু ওপৰত উদ্ধৃত কৰা বুৰঞ্জীখন দ্বিতীয় বুলি অনুমান কৰা হয়। এই অনুমানৰ ভেটি শকত বুলিব নোৱাৰিলেও দৃঢ়তৰ প্ৰমাণৰ অভাৱত ষোড়শ শতিকাৰ মাজভাগকে অসমীয়া বুৰঞ্জী গদ্যৰ জন্মকাল বুলি ধৰিব লাগিব। "স্বৰ্গনাৰায়ণ মহাৰজাৰ আখ্যানৰ" আৰম্ভণ: "সৌমাৰ পীঠৰ পূৰ্ব্ব দিশে দিখৌ নামে নদীৰ তীৰত বশিষ্ঠ মহাঋষিয়ে পবিত্ৰ মনোৰম আশ্ৰম কৰিলে।"

"অৰুনোদই"ত ১৮৫০ৰ আগষ্টৰ পৰা ১৮৫২ৰ আগষ্টলৈকে ধাৰাবাহিকভাৱে এখন পুৰণি অসম বুৰঞ্জী ওলায়, তাৰ গদ্য: "কত দিন থাকি মাঙতৰাএ বড় কাপৰ এখান বটা ঢকা তঙ এখান স্ত্ৰীৰ শোণিতেৰে বোলাই অনেক চিত্ৰ সোণ-ৰূপৰ মলমা কৰি জীএকত কৈ নড়া ৰাজালৈ দি পঠালে, বোলে যেনে উপায়ে পাৰ বাপেৰে গাত লই হেন কৰিবি। পাচে জীএকে সেই কাপড় আনি নড়া ৰজাক দি বোলে কাপৰ দুখানি লবৰ নিমিত্তে জোৱাঞা দিছে। নড়া ৰাজা বোলে ভাল, লম।" ইয়াক অন্ততঃ ষোড়শ শতিকাৰ শেষ বা সপ্তদশ শতিকাৰ আগ ছোৱাৰ গদ্য বুলি ধৰা হয়।



সাঁচিপাতত লিখা চক্ৰধ্বজসিংহৰ (১৬৬৩-৭০) কাললৈকে থকা ঘটনাৰ এখন আহোম বুৰঞ্জীৰ গদ্য: "এই কথা শুনি ফ্ৰাচেংমুং আহিল, সেই লগতে ৰূপ সন্দিকৈও আহিল। দুয়ো ৰজাক সেৱা কৰিলেহি। পাচে ৰজা ফ্ৰাছেং মুঙক বুলিলে, "তক্ৰি লৰাক শিখাই-বুজাই থাকগৈ। পাচে ৰূপ সন্দিকৈএ ৰজাক সেৱা কৰি সদিয়ালৈ গল।" ৰুদ্ৰসিংহৰ (১৬৯৬-১৭১৪) কাললৈকে বৰ্ণোৱা আন এখন সাঁচিপতীয়া পুথিৰ গদ্য: "শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱ মহাৰাজাৰ জন্মচৰিত্ৰ। পূৰ্ব্বে বশিষ্ঠ মুনিএ দিখৌ নদিৰ আগৰিত বাৰাণসি তুল্য পৱিত্ৰ ক্ষেত্ৰত নিৰ্ব্বাস কৰি পুৰশ্চৰণ কৰিবৰ ইচা কৰিলে, নদিৰ উজনি দেশত জলৰ সমিপত ১০০০ এক হাজাৰ শালগ্ৰাম পুতিলে।"

ত্ৰিপুৰা দেশৰ কথা (১৭১৪): "শ্ৰীকৃষ্ণায় নমঃ। ৰত্নকন্দলী অৰ্জ্জুন এই দুই কটকীয়ে লেখা ই ত্ৰিপুৰা দেশৰ কথা। ৰুদ্ৰসিংহ মহাৰাজা দেৱতায়ে জয়ন্তা কছাৰী দুই দেশক মাৰি পাছে বঙ্গালৰ দেশক মাৰিবলৈ উদ্যম কৰিলে। পাছে তাৰ দেশৰ মৌৰঙ্গৰ ৰজা; বাণ বিষ্ণুপুৰৰ ৰজা; নদিয়াৰ ৰজা; বৰ্দ্ধমানৰ কীৰ্ত্তিচন্দ্ৰ জমিদাৰ: বৰ নগৰৰ উদয়চন্দ্ৰ জমিদাৰ; এই সকলৰ ঠাইক বৰ্জ্জকুমাৰ নামে মানুহ পঠাই সিহঁতৰো মানুহ অনাই বৰফুকনে মানুহত জনোৱা ৰূপ কৰি সিহঁতৰ মানুহক মহাৰাজাৰ ঠাইক আনি সেই ৰজা জমিদাৰ সকলৈ বস্ত্ৰ প্ৰসাদ দি হিতে প্ৰীতিপূৰ্ব্বক পাত্ৰ দি আমাৰ মানুহ সঙ্গত দি সিহঁতক পঠাই দিলে। এই ক্ৰমে মনুষ্য গতায়াত কৰাই সেইসকলক বশ কৰি লৈ পাচে সেই সকললৈ কৈ পঠালে বোলে আমি হিন্দু ধৰ্ম্মস্থ ৰজাসকল বিদ্যমানে থাকিতে যৱনে ধৰ্ম্ম নষ্ট কৰে: এই কাৰণে সকলো এক বাক্য হইয়া যৱনক নিগ্ৰহ কৰি ধৰ্ম্ম ৰক্ষা কৰিলে যি মান হয় তাক তেওঁৰ জ্ঞাত আছে।' এই ৰূপে সকলোৰ ঠাইক মানুষ পঠাই জনালে। সিহঁতেও অনুমোদন কৰিলে।"

তুঙ্গখুঙ্গীয়া বুৰঞ্জীৰ (আৰম্ভ, মাৰ্চ ৬, ১৮০৪) গদ্য: "সোতৰ শ পঁচিশ শকত দুৱৰা জনা বৰবৰুৱাই লেখোৱা বুৰঞ্জী। আৰু ৰহস্যে ৰাখিবা। মন নাপালে পুত্ৰকো নিদিবা। অবৈৰ মিত্ৰ হলে তাক দেখাবা। ৰাজাৰ বিশ্বাস ভঙ্গা পণ্ডিতৰ বাধা। আৰ বিশ্বাস ভাঙ্গিলে মাতৃ-পৰিহাস পাপে পায়। হেন জানি বিশ্বাসে ৰাখিবা। বিশেষত অগাধ শাস্ত্ৰ, আৰ কোনে অন্তক পায়? মহা মহা মুনিয়ে যাত মহা মোহক পায়: তথাপি মতি অনুসাৰে যিমান পায়

তাক লেখাইছোঁ। আত পণ্ডিতে হঠাৎকাৰ দোষণ নধৰিবা। ধৰিলে দোষণ বিস্তৰো পাই। শ্ৰীশ্ৰীতুঙ্গখুঙ্গীয়া দেৱৰ বংশাৱলী ফাল্গুন মাসৰ ২২ দিন যাওঁতে বৃহস্পতিবাৰে পঞ্চমী তিথিত বুৰঞ্জী লেখায়।"

এইদৰে সাধাৰণভাৱে ষোড়শ শতিকাৰ মাজ ছোৱাৰ পৰা উনবিংশ শতিকাৰ আগ ছোৱালৈ বুৰঞ্জী গদ্যৰ এটি আভাস পোৱা হল। ইয়াৰ উপৰিও আহোমৰ বিবাহ-পদ্ধতি সম্পৰ্কীয় গদ্য, আহোম ৰজাৰ মৈদাম বিষয়ক গদ্য আদিত আহোম তথা অসমীয়া সামাজিক বুৰঞ্জী; জয়ন্তা, চুটিয়া, নৰা ৰজাৰ আদিৰ জন্ম-কথা আদিত সেইবোৰ জাতিৰ উৎপত্তিৰ বিৱৰণ পোৱা হয়।—

চুটিয়া ৰজাৰ উৎপত্তিৰ গদ্য: "পূৰ্ব্বে ১১১১ শকত ভীষ্মক ৰাজাৰ বংশৰ বীৰপাল নামে একজন আছিল। তাৰ ভাৰ্য্যাৰ নাম ৰূপৱতী। দৈব দোষত থাকি সোণগিৰি পৰ্ব্বতৰ আগৰিত প্ৰবেশ হইল। তাতে ৬০ ঘৰ চুটিয়া আছিল। তাৰ ৰাজা নাই। তাৰে মাজত হই কিছুদিন থাকি বীৰপালে জয়পাল নাম ললে। তাৰ আজ্ঞাৰে এই ৬০ ঘৰ চুটিয়া প্ৰবৰ্তি আছিল। তাৰ ভাৰ্য্যা ৰূপৱতীয়ে কুবেৰক উপাসা কৰিছিল পুত্ৰ কামনায়; একদিন ৰূপৱতী মাকৰ ঘৰৰ পৰা আহোঁতে কুবেৰৰ বীৰবৰৰ বেশ ধৰি তায়ে মৈতে সংসৰ্গ হল। পাচে কুবেৰে বীৰবৰক ৰাতি স্বপ্ন দেখালে: মোৰ বীৰ্য্যে ৰূপৱতীৰ গৰ্ভত শুভক্ষণে পুত্ৰ উপজিব। সেয়ে ৰাজ্যত ৰজা হব। তাৰ সমস্ত সম্পত্তি হব। ৰূপৱতীক তই নশপিবি: সষ্টমে ৰাখিবি: তয়ো সষ্টমে ৰবি: নতুন ঘৰ কৰি ৰূপৱতীক থবি। যি গছৰ তলত ফাগুনৰ কৃষ্ণা চতুৰ্দ্দশীত দেওকৈ মোৰ উপাসা কৰ, কাইলৈ প্ৰাতঃকালে সেই গছৰ তললৈ যাবি: যি বস্তু পাৱ তাকে সেৱা কৰি থাকিবি। যি কালত অনাদৰত পৰ-হস্ত হই সেই কালত তোৰ পুত্ৰৰ ছত্ৰ-ভঙ্গ হব, ৰাজ্যকো পৰে লব; দেশান্তৰী হব। গছৰ তলত পোৱা দ্ৰব্যেৰে মোৰ পুত্ৰে অনেকক যুদ্ধ কৰি মাৰি ৰাজা হব॥ এই বুলি কুবেৰ অন্তৰ্দ্ধান হল। পৰে বীৰবৰে চেতন পাই অদ্ভুত হেন জানি প্ৰাতহতে সেই গছৰ তললৈ গল। তাতে ঢাল-তৰোৱাল এযোৰা: সেই ঢালৰ তলতে স্বুৰ্ণৰ বিৰলী এটা পালে।..দহ মাহৰ অন্তে শুভক্ষণত পুত্ৰ জন্মিল। নাম থলে গৌৰীনাৰায়ণ।"

নৰা ৰাজাৰ কাহিনীৰ গদ্য: "সপ্ত দ্বীপেশ্বৰ সগৰ ৰজায়ে ম্লেচ্ছ ৰজা



সকলক নানা বৰ্ণ-চিহ্ন দি পৰ্ব্বত-পাহাৰলৈ খেদিলে। সেই লগতে লৰা-ৰজাক যতো তুলি ডাঢ়ি খুৰাই নৰা-মুৰা কৰি খেদিলে: এতেকে নৰা-ৰজা বোলে। সেয়ে পূৰ্ব দিশত শ্ৰীলোহিত্যৰ সমীপত পৰ্ব্বতত ৰজা হল। পাচে তেওঁৰ বংশতে তিনটা চক্ষু মহা তেজস্বী এনে এটা ৰজা হল। কছাৰী জয়ন্তা চুটিয়া এইসকলে কৰ-ভাৰ দিছিলে নৰা ৰজাকে। স্বৰ্গদেৱেও হাতী দুটা নৰা ৰজাকে দিছিল।..পূৰ্ব্বে নৰা ৰজাকে মানতৰায়ে কৰ-ভাৰ দি আছিল।...পাচে নৰা ৰজাও সন্তোষ হৈ মানতৰাত জীয়েকক বিবাহ দিলে। মানতৰা কুলত যুগী।"

জয়ন্তা ৰজাৰ জন্মকথাৰ গদ্য: "পূৰ্ব্বে জয়ন্তাপুৰত যুধিষ্ঠিৰৰ দিন ধৰি ব্ৰাহ্মণ ৰজা অনেক হৈ গল। যুধিষ্ঠিৰ ৰাজাই যি কালত ৰাজসূয় যজ্ঞ কৰিলে, সেই কালত যজ্ঞৰ নিমিত্তে চাৰি দিশক প্ৰতি ভ্ৰাতৃসকলক পঠালে। ভ্ৰাতৃসকলেও চাৰিদিশক জিনি ধনসকল আগ্ৰহকৈ আনিলে। সেই বেলা ইন্দ্ৰসেন ৰায় ভীমৰ ঠাই নগল। ভীমেও ব্ৰাহ্মণ মনে জানি নামাৰি চোঁচোৰালে। ব্ৰাহ্মণ ৰজাৰ অণ্ড ছিগিল। সেই কাৰণে জয়ন্তা ৰজাৰ খাচি নাম থাকিল। সেই ঠাইকো অদ্যাপি খাচিপুৰ বোলে। জয়ন্ত ৰজাৰ লিখা: প্ৰথমে বৰ গোসাঁই ৰাজা বিজয় মাণিক; পৰ্ব্বত ৰায়: ধন-মাণিক: যশমাণিক: সুন্দৰ ৰায়: যশোৱন্ত ৰায়: ৰাণাসিংহ: লক্ষ্মীসিংহ: প্ৰতাপসিংহ: সৰু কোঁৱৰ: বৰপীতি।"

---

## ৰাজকীয় পত্ৰ, মানুহ বেচা আৰু পেৰা-কাকতাদি

১৫৫৩ ত মহাৰাজ নৰনাৰায়ণে (১৫৪০-৮৪) খোৱা ৰজা চুখামফালে (১৫৫২-১৬০৩) দিয়া ১৪৭৬-৭৭ শকৰ (১৫৫৪ খৃঃ) পত্ৰৰ গদ্য: "লিখনম্ কাৰ্য্যম্। এথা আমাৰ কুশল। তোমাৰ কুশল নিৰন্তৰে বাঞ্ছা কৰি। এখন তোমাৰ-আমাৰ সন্তোষ-সম্পাদক পত্ৰাপত্ৰি গতায়াত হইলে উভয় মুকুল প্ৰীতিৰ

বীজ অঙ্কুৰিত হইতে ৰহে। তোমাৰ আমাৰ কৰ্ত্তব্য সে বৰ্দ্ধত্বক পাই পুষ্পিত ফলিত হইবেক আমৰা সেই উদ্যোগত আছি। তোমাৰো এই গোট কৰ্ত্তব্য উচিত হয়, (কৰ) না কৰ তাক আপনি জানা। অধিক কি লেখিম। সত্যানন্দ কাম্পি, ৰামেশ্বৰ শৰ্ম্মা, কালকেটু ও ধুমা চৰ্দাৰ, উদ্ধৱানন্দ চৌদিয়া, শ্যামৰাই ইমাৰাক পাঠাইতেছি। তোমাৰাৰ মুখে সকল সমাচাৰ বুলিয়া চিতাপ বিদায় দিবা।"

"অপৰ উকিল সঙ্গে ঘুড়ি ২, ধনু ১, চেঙ্গা মৎস ১ জোৰ, বালিচ ১ জকাই, ১ সাৰি, ৫ থান এই সকল দিয়া গইছে। আৰু সমাচাৰ বুঝি কহি পঠাইবেক। তোমাৰ অৰ্থে সন্দেশ গোমচেং ১, ছিট ৫, ঘাগৰি ১০, কৃষ্ণ চামৰ ২০, শুক্ল চামৰ ১০। ইতি শক ১৪৭৭ মাস আষাঢ়।"

১৯০১ৰ ২৭ জুনৰ "অসম-বন্তি" কাকতত এই পত্ৰ প্ৰথম প্ৰকাশিত হয়।

"কোচবিহাৰৰ ইতিহাসত" (প্ৰথম খণ্ড, ১০৪ পিঠিত) আছে, এই পত্ৰ আৰু উপহাৰ দেখি বৰগোঁহাইৰ খং উঠি কলে "এই যে মাছ আনিছে তাক আমাৰ মানুহে ব্যৱহাৰ নকৰে......আৰু এই সাৰী কেইখন যে পঠাইছে তাক আমাৰ দেশৰ খাৰচাইহঁতেহে পিন্ধে।" যি হওক, এবছৰৰ মূৰত আহোম ৰজাই তাৰ উত্তৰ এই বুলি লিখি পঠালে :—

"লিখনং কাৰ্য্যঞ্চ। অত্ৰ কুশল। তোমাৰ কুশল বাৰ্ত্তা শুনিয়া পৰমাপ্যায়িত হৈলোঁ। আৰু যে লিখিছা প্ৰীতি-বৃক্ষ অঙ্কুৰিত, সেয়ে তোমাৰ আমাৰ সাহ্লাদত বৃদ্ধিক পায়া ফলিত পুষ্পিত হৈবাৰ থান যি কহিছা ই-গোট বিশেষ। কিন্তু তোমাৰ আমাৰ প্ৰীতি-গোট যিহত হন্তে ঘটিছে সমস্তে জানা। সেই ৰূপ মৰ্য্যদা ব্যৱহাৰত যদি ৰহিব ফলিত পুষ্পিত কিসক নহৈব। আমৰা পূৰ্ব্বৰ অভিপ্ৰায়তে আছি। আৰু উকিলৰ সঙ্গে যিসকল দ্ৰব্য পঠাইছিলা, ইসকল সভাত দেখাইবাৰ উচিত নহয়। যি যি সকলে যিহক আচৰি থাকে অনীতি হৈলেও আচৰণীয়ক লৈ তাকে নীতি স্বৰূপে দেখে, এতেকে দিবাৰ পোৱা, আৰু সমুচয় সেই সেই দ্ৰব্যত প্ৰবৰ্ত্তনীয় লোকৰ দ্বাৰায়ে সি বুজুৱা গৈছে সেইৰূপে বুজিবা। তোমাৰ উকিলৰ সঙ্গে আমাৰ উকিল শ্ৰীচণ্ডীবৰ ও শ্ৰীদামোদৰ শৰ্ম্মাক পঠোৱা গৈছে। এসৱাৰ মুখে সকল সমাচাৰ বুঝিবা। তোমাৰ অৰ্থে সন্দেশ, নৰা কাপোৰ ২ খান, গজদন্ত ৪ গাঠিয়ন, ২ সোনা পহুছৰ। শক ১৪৭৮ মাস আহাৰ দিন ১০।"



১৬৪৬ ত জয়ধ্বজ সিংহই দিল্লীৰ বাদ্‌খাহলৈ দিয়া চিঠি : "লেখিতং শ্ৰীশ্ৰীযুত জয়ধ্বজ সিংহ ৰাজা আচদম সুলতান সুজাকে খলাকে উক্ত বিশ্বনাথ হামিদা লোককে কহে সো ৰাজবিলায়ত ৺ৰায়তকো দেউল কৰকে আসামে নিয়াথা......যবতই ৰূপৱা হাতী দেনেকো ওৱদাকি আছোঁ তব তই বৰ গোহাঁইকা বেটা, বুঢ়া গোহাইক বেটা, বৰপাত্ৰকা বেটা, গড়াগঞা ফুকনকো বেটা, মোৰ মুলুকে বিসই চাৰ আদমি বৰা আৰ মদাৰ ভিন্নকে ওঁই পৰ সো আস্তে এহি চাৰ আদ্‌মিকো ওল দিয়া তোমৰা পাস।...আৰ মেৰা এতবাৰি এক গোমস্তাকে তেক পাইকো সে গুৱাহাটিকি ফৌজদাৰকে হামেচা হাজিৰ ৰহে। ১৫৮৮ শক, মাস মাঘ।"

১৬৪৬ ৰ ২০ ফেব্ৰুৱাৰী মানত লাচিত বৰফুকনে নৱাব দিলাল খানলৈ দিয়া পত্ৰ : "সৌহাৰ্দ্যপূৰ্ব্বক লেখনম্ প্ৰয়োজনঞ্চ। এথা কুশল : তোমাৰ কুশল সৰ্ব্বদা চাহি। আৰু দেখা : তুমি গদাইত কৰি কই পঠালা বোলা তোমাক প্ৰতি কস্তমৰেগ দোবেগৰ হাতত বকচিচ্ কাটাৰি ভেজিছে : তাক তুমি অত্যন্ত প্ৰণতি যুকৃত হইয়া জ্ঞাপন কৰাইবা। ইহাকো তুমি কি নিমিত্তে কহিছাঁ : কিন্তু আমাৰ কুশলক বাঞ্চাইহে কহিছা, এতেকে আমিও তোমাৰ বচনক ৰাখি যেমনে সাদৰপূৰ্ব্বকে লইবাৰ লাগে তাক সমস্তে কৰিলোঁ। ......আৰ যি কিছু হস্তী ৰূপীয়া বাকী ৰহিছে তাক তালাস কৰিছোঁ।...... তিয়াৰ কৰিবাক নৌ পাৰোঁ, যেখন তিয়াৰ হয় ইহাকো তেখনে ভেজিম : আৰ ইমাননো কি দিৰঙ্গ হৈছে, যাতো সমস্তে লোক উজাৰ এই কাৰণেহে দিৰঙ্গ। আমি যদি দিবাক পাৰোঁ তেবে আমাৰহে ভাৰ গুচে। ইহাকয়ো আমি জানো আৰু দেখা তুমিও পূৰ্ব সীমনাৰ নিমিত্তে বচন বুলি গৈছা, সি যেমনে ৰক্ষা পাব তেমতখান কৰিবা। আৰ আমি অধিক কি কহিম, আপনি সমস্তে জানা। আৰ তোমাৰ কুশলাদি লেখিয়া সন্তোষিবা। ইতি শক ১৫৮৫, তাৰিখ ৮, মাস ফাগুন।"

১৬৬৮ ত ছান্তাখাই অসমৰ বুঢ়া গোহাঁইলৈ লিখা পত্ৰ : "স্বস্তি সহুত্তঙ্গ নিকেতন নানাগুণালংকৃত নিজকুলকমল প্ৰকাশনৈক ভাস্কৰ শ্ৰীযুত বুঢ়া গোহাঞ সুচৰিতেষু : সৌহাৰ্দ্দিপূৰ্বক লেখনং কাৰ্য্যঞ্চাগে। ইথানে সমস্ত কুশল : সিথানেৰ কুশল লেখিয়া সন্তোষ কৰাইবা। আৰ তোমাৰ দুই উকিলৰ সনাতন ও চন্দ্ৰ কন্দলীক ৺ৰ হজুৰ ভেজেছিল : তাত আমিও তোমাৰ

কাৰণে উমৰাওৰ ঠাই লেখিছিলোঁ। উমৰাওৰ তোমাৰ দৰ ওপৰত জেমত স্নেহ জেমত স্নেহৰ তাক তোমাৰ দুই উকিলৰ মুখে জানিবা। আমাৰ উমৰাও তোমাৰ দৰ উপৰে বহুত স্নেহ কৰি এক যোৰা জামাদাৰ শিৰ পাও দিয়া আপনাৰ এতবাৰী আদমি শ্ৰীপণ্ডিৎ ৰায় উকিলক ভেজিছে। অতএব তোমাক লাগি লেখোঁ, তুমিও ৺যেমনে উমৰাও ঘোচাল হয় তেমত কৰিয়া শ্ৰীপণ্ডিৎ ৰায়ক চিতাপে বিদায় দিবা।...আমি যে তোমাৰ ভালকেহে ইচ্ছা কৰোঁ। অতএব পাৎসা যেমত আপুনি জানা আৰ এমত কৰিবা। আৰ বাকী হাকিকত তোমাৰ উকিল মাধৱচৰণ ও পূৰ্ণানন্দৰ মুখত হস্তে শুনিবা। বহুত কি লেখিম। আপোনে জ্ঞাতা। ইতি। সন ১০৭৪ তাং ২৯।”

মন্ত্ৰণাকুশল (ডিপ্লমেটিক) এই সম্পৰ্কীয় পত্ৰবোৰৰ মূল্য অভিনৱ। বিদেশী বা বিজাতীয় কৰ্ত্তৃপক্ষলৈ লিখিব লগা হোৱা বাবে ইয়াৰ ভাষা অসমীয়া-বঙলা-হিন্দী পাৰ্চী-সংস্কৃত সকলো মিলাই লিখিব লগা হৈছে; তথাপি তাত অসমীয়া জাতীয় ৰীতি আৰু জতুৱা ঠাচ সম্পূৰ্ণ ৰক্ষিত হৈছে সন্দেহ নাই। দিলাল খাঁলৈ লিখা ফুকনৰ চিঠিত: “আৰু ইমানলো কি নিমিত্তে দিৰঙ্গ হৈছে, যাতো সমস্তে লোক উজাৰ এই কাৰণেহে দিৰঙ্গ। আমি যদি দিবাক পাৰোঁ তেৱে আমাৰ হে ভাৰ গুচে।” এই ভাষাৰ ছাল যিয়েই হওক, খোলা আৰু শাহ উভয়তে ই হাড়ে-হিমজুৱে অসমীয়া। বাক্য চুটি হলেও সৰল আৰু সবল; তৎসম শব্দৰ প্ৰাধান্য নহলেও ইয়াত গাম্ভীৰ্য্য আৰু শক্তিৰ খতি-খুন হোৱা নাই, আৰু ভাষা মিহলি হলেও সুৱলা আৰু প্ৰাঞ্জল। বঙালী সাহিত্যৰ বুৰঞ্জী-লেখকবিলাকে বঙলা আদিম গদ্যৰ আহি ৰূপে নৰনাৰায়ণে খোৱা ৰজা চুমামকালৈ দিয়া পত্ৰখন দাঙি ধৰা কথা ৰহস্যপূৰ্ণ: তাত প্ৰথম পুৰুষৰ ক্ৰিয়াত ব্যৱহাৰ কৰা “আছি” “কৰি” আদিৰ বাবেই যদি সেই পত্ৰ বঙলা গদ্যৰ নমুনা হব পাৰে, তেন্তে জয়ধ্বজে দিল্লীৰ বাদশ্বাহলৈ লিখা পত্ৰৰ “দেউল কৰকে আসামে নিয়াথা” “মোৰ আপোনাৰ বেটী আৱৰ ৰাজা তিপামকা বেটী” “তোমৰা পাস্” আদি ব্যাকৰণমূলক গঢ়ৰ বাবে তাক হিন্দী সাহিত্যৰ বুৰঞ্জী-লেখকে সহজে দাঙি ধৰিব পাৰিব। মুঠ কথা, সাহিত্যৰ সামগ্ৰি হব পৰা কথা ভাবি এইবোৰ পত্ৰ লিখা হোৱা নাছিল; আচহুৱা ঠাইৰ দুই পক্ষৰ মাজত যেনেদৰে লিখিলে কথাখিনি সম্যকৰূপে বোধগম্য হয়, ভাব খেলি-মেলি নহৈ সৰল আৰু শক্তিধৰ হব পাৰে তাকে উদ্দেশ্য কৰি লিখা এই



চিঠিবোৰ এতিয়া সৌভাগ্যক্ৰমে অসমীয়া সাহিত্যৰ বাচক-বনীয়া বস্তু হৈ পৰিছে।

১৭৪৯ ৰ তাম্ৰপত্ৰৰ গদ্য: “৺স্বস্তি...শ্ৰীপ্ৰমত্তসিংহ নৃপতিঃ...। সৌমাৰ পীঠ...কামৰূপ দেশৰ বড়ুয়া ও ৰৰকায়স্থ ও চৌধাৰি ও পাটোৱাৰি ও তালুকদাৰ ও ঠাকুৰীয়া আনো সকলে জানিব: খাতা পৰগণাৰ দিপৰ গ্ৰামৰ জজ্বলা জমী ৩২ পুড়া, বাড়ি মাটি ৮ পুড়া...বৈদ্য বিশাৰদ ব্ৰাহ্মণক ৺এ পুণ্যাৰ্থে ব্ৰহ্মোত্তৰ কৰি দিলে, পুত্ৰ-পৌত্ৰাদি ক্ৰমে ভোগ কৰি ৺ৰ কুশল চিন্তি থাকিব। ইহাৰ কৰ-কাটল পদ-পঞ্চক...ৰাজদণ্ডাই ব্যতিৰেক সৰ্ব্ব কৰ পৰিত্যাগ হৈল। ইহাত যদি কোনোজনে অন্যথা কৰে দণ্ডাই হইবেক। শক ১৬৭১, মাস ফাগুন।”

১৭৯৯ ৰ মানুহ-বেচা কাকতৰ গদ্য: “১৭২১ পুষৰ ৪ দিন থকাত কুজ বাৰে। শ্ৰীশ্ৰীকমলেশ্বৰ সীংহ মহাৰাজাৰ ৰাজ্যত মনুষ্যৰ ক্ৰয়-বিক্ৰয় কৰে: সলগুৰিয়া সাধু আতা কিনে: সেৰেলু সইকিয়া সিদ্ধিবৰ ইহঁতে সমন্বিতে কুৰি সয়াই বেঁচে: মোহনক ৰূপ ছটকা। অতাৰ্থে সাখি টঙ্গচু ডেকা কলাই, ধুনিয়া টেকেলা, ১ ঘৰফলিয়া, পিথু ১, টোপ ১, হুপৰিয়া সইকিয়া, বহুদাস, ১ চৰাচোৱা, জীউৰাম ১, চৰাৰ দলই, চাবৰ ২, নাথ ১, আৰু অনেকো আছিল: আঙ্গুলি কতপা॥ সভাৱৰি তামোল পাণ: ৰামৰথ কাকতিৰ তামোল-পাণ, গামোছাখন।”

১৭৯৯ ৰ তাম্ৰপত্ৰৰ গদ্য: “শ্ৰীশঙ্কৰ দেৱৰ বটদ্ৰৱা স্থানৰ নামঘৰতে মৃত্তিকাৰে পৰা সলগুৰিয়া শ্ৰীৰামচৰণ আতাৰে নৰো আৰ শ্ৰীৰামদেৱ আতাৰ বিবাদ জন্মিলত ৺শ্ৰীদেৱে কুঞেগঞা ৰাজমন্ত্ৰি শ্ৰীপূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙ্গৰিয়াকে সন্দিকৈৰ শ্ৰীভদ্ৰকান্ত বড়বড়ুৱাকে সুধিব দিলত দুয়ো জনাই দুয়ো মহন্তক সাক্ষাত কৰি সুধি স্থানৰ ঠাইলৈকো লম্বো দোলাখৰিয়া বড়ুৱাকে চাউডাঙ্গৰ বিদ্ধ সইকিয়াকে বড়বড়ুৱাৰ টেকেলা বড়া চকৰ ধৰা হেমোদৰকে পঠাই স্থানৰ সমিপৰ মহন্ত ভকত চহৰিয়া দুয়ো ভাগৰ কেৱলিয়া আশ্ৰমি ভকত এই সকলকো একত্ৰ কৰি দুয়োজনা আতাক আগত লৈ সোধাত সেই সকলেও পূৰ্ব্বীয় ৰাজাসকলৰ সিদ্ধান্তানুসৰি স্থানৰ মাটিৰ সিমা দেখাই পদসিলা মাটি দুয়ো ভাগে সমে পাই বুলি ক'লত নৰো আতাই গাত বলেৰে সজা নাম ঘৰটো সৰাগুৰিয়া আতাৰ ভাগৰ খুটাৰ ভিতৰত মাটি পৰিলত সোধাত নৰোআ আতা ঘাটিলত সলগুৰিয়া আতা

জিকিলত যত্নে ডাঙ্গৰীয়া বড়ুৱা সৈতে পূৰ্ব্বে সিমনাৰ দৰে মাটি ভাগ কৰি নামঘৰ দুয়ো জনাৰ ভাগৰ মাটিত সাজি লবলৈ আজ্ঞা কৰি স্থানৰ মাটিখিনিকো দুভাগ কৰি পদশিলাকো দুয়োভাগে ৰাখি খুটা মৰাই দি ৺ৰ ধৰ্মাৰ্থে শ্ৰীসলগুৰিয়া ৰামচৰণ আতাক স্থানৰ ভাগৰ মাটি ভকত খিনিয়ে সৈতে তাম্ৰপত্ৰ কৰি দিলে।

"দুয়ো ভাগৰ মাটিৰ সিমা পূৰ্ব্বে কঠাল, পশ্চিমে পুলি-শিমলু, উত্তৰে কেলিকদম্ব, দক্ষিণে কঠাল, দুয়ো ভাগে মাটিৰ জম্ম ৭ হতিয়া টাৰেৰে দীৰ্ঘে ১৯ বেং, প্ৰস্থে ৯ দা, আতে মাটি ১৷/১৮৮ পুং, আৰে সলগুৰিয়া আতাৰ দক্ষিণ ভাগে মাটি ৵/১০৮৮৵ নবোআ আতাৰ ভাগ ৵/১০৮৮৵...এই ভকতসকল সমন্বিতে শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম প্ৰবৰ্ত্তি প্ৰবৰ্ত্তাই শ্ৰীশ্ৰী৺ক আশিৰ্ব্বাদ কৰি পুত্ৰ-পৌত্ৰাদি ক্ৰমে ভোগ কৰি থাকিব। ইয়াতে কোনোজনে অন্যথা নকৰিব। ইতি শক ১৭২১।"

১৮০৪ৰ পেৰা-কাকতৰ গদ্য: "কামৰূপ দেশৰ বড়ুৱা ও বড় কায়স্থ ও চৌধাৰী ও তালুকদাৰ ও ঠাকুৰিয়া ও গয়ৰহ সকলেও সাৱধানে জানিব পূৰ্ব্বে বঙ্গাল আমোলত চুলতান গিয়াচুদ্দিন বলৱন্ত মৃত্যু হোৱা থান হাজোৰ গৰুড়াচল পৰ্ব্বতৰ ওপৰে পাও-মোকা-মচ্চিদত এবং ৰজোবাত চাহ জানানৰ পুত্ৰ মহম্মদ চুজায়ে ফতিহা কৰি থাকিবৰ জন্যে দি জোৱা মাটি মলুহ আৰু আচামি আমোল হলত সন্দিকৈ বৰফুকনে পৰে দৰঙ্গি ৰজাই দি যোৱা মাটি মানুহ এই সকলো-বোৰত আলি বন্ধ হৈছে যে শ্ৰীশ্ৰীকমলেশ্বৰ সিংহে শুনি ৰাজমন্ত্ৰি শ্ৰীবুঢ়া গোহাঞি ডাঙ্গৰীয়াক বাহবৰিয়া ৰুদ্ৰ কটকীক পঠাই শ্ৰীবড় ফুকনত আজ্ঞা কোৱাই ফুকনৰে সঙ্গাতি কটকীএ মোকাদৈকে গৈ মাটি মানুহ বুজ-বিচাৰ কৰি আহি শ্ৰীবুঢ়া গোহাঞি ডাঙ্গৰীয়াত জনালতহি শ্ৰীবুড়া গোহাঞি ডাঙ্গৰীয়াই চুজাই দি যোৱা মহজৰবোৰো আগলৈকে নিয়াই মজুমদাৰ বড়ুৱাক আগত থৈ দেশি-বিদেশি পাচ্চি পঢ়াৰ মুখে সেই মহজৰবোৰ শুনি মহজৰো জীৰ্ন অক্ষৰো উৰা-ফটা-চিটা জোৰা দিয়া দেখি আৰু সকলোবোৰ মাটি মানুহ পীড়ৰ নামে নোলোৱাত হলে মৌৰলুক নামে ওলোৱাত তাতে সন্দিগ্ধ জন্মি শ্ৰীশ্ৰী৺নলৈ জনালত শ্ৰীশ্ৰীনন দেৱে ধৰ্মথানত আলি বন্ধ হোৱা যুক্তি নহয় যেন দেখি সকলোবোৰ মাটি মানুহ পীৰৰ বোজা আৰু মোক্কাৰ নামে সিদ্ধান্ত মহজৰ পত্ৰ কৰি দিলে। ইতি শক ১৭২৬ মাঘ।"



১৮১৬ ৰ তাম্ৰপত্ৰৰ গদ্য: "স্বস্তীন্দ্ৰ বংসোৎপন্ন পূৰ্ণচন্দ্ৰঃ শ্ৰীকান্ত পাদাম্বুজ মত্তভৃঙ্গ...শ্ৰীচন্দ্ৰকান্তাদিক সিংহ নৃপঃ...এতদ্বিবৰণ কামৰূপ দেশৰ বড়ুয়া ও বৰকায়স্থ ও পাটোআৰি ও তালুকদাৰ ও ঠাকুৰিয়া ও গইৰহ সকলো সাৱধানে জানিব: বাউসি পৰগণাৰ অতিৰাম চৌধাৰিএ শ্ৰীবুঢ়া গোহাঞি ডাঙ্গৰিয়াক দ্বাৰ কৰি শ্ৰীশ্ৰী৺দেৱলৈ জনালে বোলে বন্দিৰ পূৰ্ব্বপুৰুষ বঙ্গালৰ দিনৰ পৰা বাউসি পৰগণাৰ চৌধাৰি আছিল। মাজতে কিছুকাল বংসৰো আন ঘৰৰ গোটাদিএক চৌধাৰি হৈছিল। কিন্তু বন্দিৰ অনেক পুৰুসিয়া বৃত্তি এই ৰূপে পূৰ্ব্বৰ ফাৰ্চ্চিৰ মহজৰ দেখাই ৺দেৱলৈ জনোয়াত শ্ৰীশ্ৰী৺দেৱে ফাৰ্চ্চিৰ মহজৰ বুজি অনেক পুৰুসিয়া বৃত্তি হেন জানি অতিৰামক চৌধাৰি পাটোআৰি দুয়ো বিসই পাতি তাম্ৰপত্ৰ কৰি দিবলৈ আজ্ঞা কৰিলে।

"পূৰ্ব্বে এই পৰগণাৰ পেড়াবৰ্ষণ চক্ৰ মাহত ৬৬৲ টকা, বৎসৰত ১৩০০ তেৰ স, আকে স্থলাধিকাৰৰ নিকটত সোধাই পুত্ৰপৌত্ৰাদি ক্ৰমে পৰম সুখে ভোগ কৰি থাকিব। যদি কোনো কালত আন পৰগণাৰ জমাৰ কমি বেচি হই, এই পৰগণাৰ জমাৰ কমি বেচি কৰিব নাপাই: ভগা পৰগণা আনো ওপৰঞ্চি বাবে ধৰিব নাপাই। ইতি শক ১৭৩৮, তাং ৭ বৈশাখ।"

এনে বিবিধ গদ্যৰ নিদৰ্শন অন্যান্য সাহিত্যত বিৰল। ১৯৫০-৫১ত ড: সুভদ্ৰ ঝাই "জৰ্ণেল এছিয়াটিক"ত দুখন মানুহ-বেচা কাকত উলিয়াইছিল; তাৰ বাহিৰে তেনে কাকত আপুৰুগীয়া। কাৰ্য্যকৰী বিষয় বাবেই হবলা এই গদ্যবোৰৰ ভাষা অতি প্ৰাঞ্জল আৰু সুলিখিত। বৰদোৱা থানৰ তাম্ৰপত্ৰৰ গদ্য ভাষাৰ পৰিপাটিতাৰ ফালৰ পৰা বিশেষৰূপে মন কৰিব লগীয়া। ইয়াৰ উপৰি এই যুগৰ নানাবিধ গদ্য আছে, সেইবোৰে আধুনিক গদ্যৰ বিকাশ দেখুৱায়।

সন্দীপিকাৰ গদ্য: "১৫৯২ শকৰ শৰাইঘাট ৰণত অহমৰ লাচিত বৰফুকনৰ সাহাৰ্য্যৰ অৰ্থে কলিয়াৰ পুত্ৰ অচ্যুতানন্দক বৰদলৈ পাতি...এই ইমাৰ ঘৰৰ ১১ জন পাতিদলৈ লগত দি গুৱাহাটীলৈ পঠালে। আজ্ঞা... উত্তৰে-পূবে দক্ষিণে-পশ্চিমে কটক চলাবলৈ বৰদলৈয়ে পাতিদলৈৰ লগত মেল কৰিব। পৰে ফুকনক ভেটিব। সেইমতে সেনাপতি ফুকনে পূবে-পশ্চিমে উত্তৰে-দক্ষিণে পাচিব। শুভক্ষণ চাই অচ্যুতাই হিলৈত টিঙ্গিৰি

মাৰিব। এবং প্ৰকাৰে বৃহৎ ফুকন সেনাপতিয়ে জলে-স্থলে বাহিনী কটক ৰাখিলে। বঙ্গাল লুইতৰ উত্তৰে জলে-স্থলে চক্ৰবেহু কৰি আছিল। সেনাপতি ফুকনে বঙ্গাল ধৰিবলৈ আলচ পাতিলে। অচ্যুতাই মেল পাতি বোলে "সময় হোৱা নাই।" ফুকনে গৰ্জন কৰি বোলে, "মোমাইক কাটিলোঁ, বামুন-গণককো কাটিম।" অৰ্দ্ধদণ্ড পৰে অচ্যুতাই কুমায়ুন হিলৈত টিঙ্গিৰি মাৰি বোলে, "দেউতা, স্বৰোদয় মতে উত্তম পাইছোঁ। এহিক্ষণ শুভক্ষণ, বঙ্গালক ধৰক।" সেনাপতি ফুকনৰ নাপৰীয়া। চাৰি গোট ভূঞা পোৱালীৰ কানত খাটোলা দি খাটোলা সহিতে নৌকাত উঠি বঙ্গালক ভেটি ধৰিলে। তন্ময়ময়া যুদ্ধ লাগিল। বঙ্গালৰ তিনি কুৰি বাৰখানি নৌকা ফুকনৰ সাতখানি নৌকাই মাৰিলে। হাবুঙ্গীয়া বৰুৱাৰ বাক তেওঁৰ চৰা নৌকাত অচ্যুতাই ১১ জন দলৈ সহিতে বাৰম্বাৰ মন্ত্ৰপূত কৰি কুমায়ুন, বৰহিলৈ, গঠীয়া, ঘিমৰু, পাখৰকলাই ফুটালে। বঙ্গাল পলাবলৈ লাগিল। সেনাপতি ফুকনে বঙ্গাল খেদাবলৈ নাও মেলে, অচ্যুতাই বাৰণ কৰে। ৰাত্ৰি বঙ্গালৰ কোঠত অগ্নি জ্বলিল। ফুকনে বোলে "আক্ৰমণ কৰ।" অচ্যুতাই বোলে "ধৰিবৰ নৌ, মজা দেখিবৰহে সময়।" পৰদিন প্ৰভাতে বঙ্গাল কোঠ এৰি পলাই গল। ৺মহাৰাজৰ জয় হল। বৃহৎ ফুকনে ছখোঁৰা ভেৰী, ছকুৰি জয়ঢোল বজাই গুৱাহাটী অঞ্চল মানাহ পৰ্য্যন্ত ললে॥"

---

# জিকিৰ আৰু ছুফি ৰহস্যবাদ

ছুফি ৰহস্যবাদৰ ঐতিহাসিক অজ্ঞতাৰ হেতুকে বহুতে পঞ্চদশ শতিকাৰ নৱবৈষ্ণৱ আন্দোলনত বিদেশী প্ৰভাৱৰ বিভীষিকা দেখিবলৈ পায়। খৃষ্টপূৰ্ব শতিকা দুই-একত ওমৰ খয়ামৰ জন্মভূমি পাৰস্যৰ খোৰাছান আদি প্ৰদেশ জোৰেষ্টাৰ আৰু বৌদ্ধ ভক্তসকলৰ মিলন-স্থল আছিল। খৃষ্টীয় প্ৰথম দুই-এক শতিকাৰ পাছত আৰু ঘাইকৈ ছেছানীয় যুগত (২২৬-৭৫০) জোৰেষ্টাৰ আৰু বৌদ্ধ মতৰ লগত খৃষ্ট ধৰ্মৰ সমন্বয় ঘটোৱা মনেশৰ প্ৰবৰ্তিত ধৰ্ম তাত প্ৰচলিত হৈছিল। পাৰস্যত ইছলামৰ প্ৰবেশৰ আগতে ন্যায়ৱান



মুছিৰৱানে (৫৩১-৭৮) তেওঁৰ ৰাজসভালৈ ভাৰতীয় কেইবাজনো পণ্ডিতক নিমন্ত্ৰণ কৰি নিয়া কথাও মন কৰিব লগা!

ইফালে সেই সময়ত গ্ৰীছীয় আৰু সংস্কৃতৰ বিজ্ঞান-দৰ্শনৰ মূল্যবান গ্ৰন্থাৱলীৰ ভাঙনিৰে পেহ্লৱী ভাষা পৰিপুষ্ট হৈ পৰিছিল। তাৰ পাছত মনেশৰ অনুসৰণত সামাজিক আৰু ৰাজনৈতিক ঐক্য সংঘটনৰ উদ্দেশ্য লৈ ইছলামে সেই বিবদমান জোৰেষ্টাৰ বৌদ্ধ, খৃষ্ট আদি ধৰ্মৰ সম্মেলনৰ চেষ্টা কৰে। দাবিষ্টান্-ই-মাধাহিব আদি গ্ৰন্থই প্ৰমাণ কৰে এই যত্নত ইছলামৰ সফলতা স্থিৰ কিন্তু ধীৰ আছিল; কিয়নো পুৰণি ধৰ্ম-মত আৰু চিন্তালয়বোৰ বহুত শেষলৈকে তাত জীয়াই আছিল। পণ্ডিত ব্ৰাউনৰ মতে সেইদেখি ইছলামৰ সভ্যতা এছিৰিয়া, বেবিলনিয়া, পাৰস্য, ভাৰত আৰু গ্ৰীছৰ প্ৰাচীন সভ্যতাৰ উত্তৰাধিকাৰী হৈ পৰিছিল।

ছুফি ৰহস্যবাদৰ ওপৰত ভাৰতীয় বেদান্ত দৰ্শনৰ প্ৰভাৱ অসীম। স্বামী গোবিন্দ তীৰ্থই আধুনিকতম গৱেষণাৰ পৰা ওমৰ খয়ামৰ মূল ৰুবায়াৎ-বোৰত বেদান্ত দৰ্শনৰ উপৰিও খৃষ্টপূৰ্ব যুগৰ কবি ভৰ্ত্তৃহৰি আৰু খৃষ্টীয় প্ৰথম কেই শতাব্দীৰ ভিতৰৰ বিষ্ণু শৰ্মাৰ সংস্কৃত শ্লোকৰ শাৰীয়ে শাৰীয়ে মিল দেখুৱাইছে। কবীৰ শঙ্কৰদেৱৰ সমসাময়িক; তীৰ্থভ্ৰমণত যাওঁতে শঙ্কৰদেৱে কবীৰৰ জীয়েকক লগ পাই অহা বাতৰি পাই নিজে গুৰুজনাক দেখা নোপোৱা বুলি খেদ কৰা কবীৰৰ এটি হিন্দী দোহা প্ৰচলিত আছে:—

"হামু কবীৰা হাৰাম খোৰি। চৌদিশ শঙ্কৰ গেল বিছুৰি॥
হামাৰি ৰকাত হিল ছিল বিধি। বিফল জনম নাহৈল সিদ্ধি॥
যো হৰি পূৰ্ণব্ৰহ্ম নিৰাকাৰ। গোকুলে কৃষ্ণৰূপে অৱতাৰ॥
সোহি কৃষ্ণ পুনৰ্বাৰ ফিৰি। কলিত শঙ্কৰ নাম ধৰি॥
নিজ যশ প্ৰিয় কৰিঅ তান। কলিত লোকক কৰিল ত্ৰাণ॥
ব্ৰহ্মা শঙ্কৰ যাক ধিয়াই। জ্ঞানী মুনি যোগী তত্ত্ব নপাই॥
চৈতন্য ৰামানন্দ হৰিব্যাস। জ্ঞান কৰ্ম যোগ কৰি প্ৰকাশ॥
ৰূপ-সনাতন পাৎস্যা দোভায়া। তেহোঁ উপদেশ ভক্তিক পায়া॥
হামু কবীৰ অশুচ্য জাতি। কেৱল ভক্তিক কৰিলোঁ খ্যাতি॥
হামাকু আগে নপাইলা লাগ। কি মোৰ দুঃসহ পৰম ভাগ॥

হামাৰ বেটীকু জনম সফলা। চিদানন্দ পতিক দৰশন পালা॥
হামাক বস্ত্র দিলা শিৰেসি পায়া। হামু পাবাৰ শিৰে বোলায়া॥
তুহু দয়ালু শঙ্কৰ স্বামী। তুহু মেৰি ছাহেব চাকৰ হামি॥
তোহাৰ ভক্তক শঙ্কৰ বাঞ্ছা। ভিক্ষুক কবীৰ কৰিল ইচ্ছা॥"

শঙ্কৰদেৱৰ বিশ্বস্ত মুছলমান শিষ্য চান্দখাঁৰ গুণ-গান গুৰু-চৰিতবোৰত বহলাই আছে। চান্দখাঁৰ ৰচিত এটি ৰহস্য-মূলক তত্ত্বপূর্ণ বিতোপন গীত প্রচলিত :—

ঘোষা। কিনো গীত গাইলি চান্দে, ৰে বৰাই, কিনো গীত গাইলি চান্দে।
গতুৱা এন্দুৰৰ পাৰতে পৰিয়া, বোন্দা বিৰলীয়ে কান্দে॥

পদ। বাঁহৰে আগতে বেলি চিকেমিকায়, চিলনী কি খাই জীয়ে।
বেজীৰে আগতে ৰান্ধনে-বাঢনে, উধানে কি কাপোৰ সীয়ে॥
আমৰে গছৰে তামোল-নাৰিকলে, কঠালৰ গছতে বেল।
কবীৰৰ চাৰি ভাই বজাৰ হাতী-দাঁত, এন্দুৰৰ গাততে মেল॥
গাইএ গোহালি গিলিলে, বৰাই, পঘায়ে গিলিলে গৰু।
হাতত লক লৈ ৰান্ধনী পলাই গল, খেদি লই গল চৰু॥
বেৰাই বাৰীকে গিলিলে, বৰাই, দুৱাৰে গিলিলে ঘৰ।
হাতত জপা লৈ চোৰে খেদি গলে, গিৰিহঁত মাৰিলে লৰ॥
চাউলে খুৰলি গিলিলে, বৰাই, তুঁহে উৰুৱালে কুলা।
ৰজাৰে হাতী-দাঁত চিকুটি ছিঙিলে, কুঠাৰে কাটিলে মূলা॥
সাগৰৰ মাজতে ঘোৰাৰ ঠকঠকি, নগৰত বুৰিলে মাৰ।
কহতু চান্দখাঁই, এই গীত ৰচিলোঁ, বুজা ভকতিৰ ভাৰ॥"

শাহ মিলন "আজান ফকিৰ"ৰ নামত প্রচলিত জিকিৰবোৰ নিশ্চিতভাৱে মহাপুৰুষীয়া প্রভাৱত ৰচিত ইছলাম গীত ; মহাপুৰুষীয়া প্রসঙ্গ-প্রণালীৰে এনেবোৰ নাম চাপৰি বজাই গোৱা ৰীতি আজি-কালিলৈকে প্রচলিত থকা চকুৰে দেখা কথা ; জন-গীতৰ দৰেই এইবোৰ মৌখিকভাৱে ৰচিত, আৰু স্বভাৱতো জন-গীত জাতীয়, সন্দেহ নাই ; শাহমিলনৰ নামতে এই গীতবোৰ কেন্দ্রীভূত যেতিয়া তেওঁৰ কাল জানিলেই জিকিৰবোৰৰ কালৰ নির্ণয় হয়।



"দহ শ চুকুৰি নবী ছন্ হিজিৰি আকৌ পাঁচ বছৰ যায়।
শাহ মিলনে এই জিকিৰ ৰচিলে কোৰান কিতাবত পাই॥
দিখৌ নৈৰ কাষৰি সুৱাগুৰি চাপৰি ৰজাই সজাই দিলে মঠ।
ছকুৰি ভকতে লয় আল্লাৰ নাম মাছুৰি বনৰে কঠ॥"

এই বৎসৰাঙ্ক সচা বুলি ধৰিলে ১০৪৫ হিজিৰি (১৬৩১ খৃঃ) বুঢ়া ৰজা প্রতাপ সিংহৰ (১৬০৩-৪১) ৰাজত্বত সোমায় ; কিন্তু অন্ততঃ এইজন ৰজাই মাছুৰি বনৰ কঠত বহি ছকুৰি ভকতে আল্লাৰ নাম লবলৈ দিখে নৈৰ কাষৰিৰ সুৱাগুৰি চাপৰিত মঠ সজাই দিয়া কথা কোৰাণ কিতাপত পাই এই জিকিৰ ৰচনা কৰা কথাৰ দৰেই অলীক বুলি অসম বুৰঞ্জীয়ে চকুত আঙুলি দি দেখুৱাব পাৰে। সত্যৰ অপলাপৰ উপৰি পদৰ দোষ ঘটায়ো বহুতে ইয়াক "এঘাৰশ চুকুৰি" বুলি টনা-টনি কৰিব খোজে ; তেতিয়াও ১১৪৫ হিজিৰি (১৭৩৬ খৃঃ) তান্ত্রিক শৰণীয়া শিৱসিংহৰ (১৭১৪-৪৪) আমোলত পৰে, আৰু তাতো ই খাপ খাব নোৱাৰে বুলি বুৰঞ্জীৰ সকলো তথ্য-পাতিয়ে জলুজলুপট্‌পটকৈ দেখুৱাব। "আজান ফকিৰেও কয়। দিন গলে ৰাতি হয়॥" এনে পটন্তৰো প্রচলিত আছে। কোনোবা আহোম ৰজাই কিবা দোষত এজন মুছলমান ফকিৰৰ দুই চকু কাঢ়িছিল, এনো কিম্বদন্তিও ইয়াৰ আনুষঙ্গিকভাৱে আছে। তদুপৰি জয়ধ্বজ সিংহৰ কালৰ (১৬৪৮-৬৩) আক্রমণকাৰী মিৰজুমলাৰ লগত অহা বুৰঞ্জী-লেখক ছাহাবুদ্দিনৰ বিৱৰণৰ পৰা সেই কালত অসমত থকা মুছলমানবিলাকক আজান দিবলৈ দিয়া নহৈছিল বুলি বুজিব পাৰি। গতিকে তাৰ পাছত আৰু মায়ামৰা আন্দোলনৰ (১৮৬৯-৯৪) আগত, যেতিয়াই যি প্রসঙ্গৰ পৰাই হওক, পোনতে যি আজান দিছিল তেৱেঁই "আজান ফকিৰ" বুলি জনাজাত হোৱা সম্ভৱপৰ ; আৰু তেতিয়া হলে এই জিকিৰবোৰ অষ্টাদশ শতিকাৰ শেষ ভাগৰ বুলিব লাগিব।—

ঘোষা। ক'তে হেৰুৱালি বাট, ঐ অন্ধলা, ক'তে হেৰুৱালি বাট।
বেহাব দিলোঁ তোক হীৰাকৈ মুকুতা, বেহা কণা-কড়িৰ হাট॥

পদ। দুনিয়া এদিনৰ, দুনিয়া দুদিনৰ, দুনিয়া ফুলনি-বাৰী।
কতক ছলে-বলে কৰ তই দুনিয়া, ধৰিব খেৱালি মাৰি॥

খেৱালি জালৰে গুটি বাৰ বুৰি, পাহৰ লেখা-জোখা নাই।
টিকনিতে ধৰি চোঁচনি মাৰিব, সৱাকে একে ঠাইত পাই॥
এইনো বৰে ঘৰ কেহেলৈ সজালোঁ, কেহেলৈ সাঁচিলোঁ ধন।
জপাৰ বৰ কাপোৰ জপাতে পচিব, হাড়তো গজিব বন॥
এইনো বৰে ঘৰ কেহেলৈ সজালোঁ, শুবলৈ নাটিলে পাটি।
মৰিবৰ সময়ত বাজলৈ উলিয়াব ঘৰ ছুৱা যাব বুলি॥
বৰ ঘৰ ভাগিলে সজাম ভালে কৰি আগতকৈ ৰূপহী কৰি।
দেহা বুঢ়া হলে ৰাখিম কেনে কৰি যাব নিজ ঘৰে চলি॥
ঘৰও ভাগিব মাৰলি হালিব, চটিতো ধৰিব ঘূণে।
মৌৱাতৰ টেকেলাই ধৰি লৈয়ে যাব, জামিন হৈ ৰাখিব কোনে॥

অধে-মধে গোটোৱা কিছুমান জিকিৰত "আপোনাৰ শৰীলক আপুনি নিচিনো" আদি দেহ-বিচাৰ বা টোকাৰী নাম, আৰু কেতিয়াবা "কি বুধি কৰিলোঁ বাৰীত ডামেকলে কই" আদি গৰখীয়া নামো সুমুৱাই লেখত সৰহ আৰু জোখত তাকৰ কৰা দুখৰ কথা হৈছে। মহাপুৰুষীয়া গীতত মৈথিলী শব্দ মিহলি কৰাৰ দৰে ইয়াত ব্যৱহাৰ কৰা "দুনিয়া", "মৌৱাত", "জামিন" আদি শব্দ সুৱলা হৈছে।—

"কলিমাহে বৰ ধন লাগে মনে ভাব। আউৱলে পয়দা হল কলিমাহে আগ॥
কলিমাহে বৰ ধন মনে লৈবা ধৰি। কতো লোকে নাপায় তাক হলে গুনাহগিৰি॥
কলিমাহে বৰ ধন আন নহয় সাৰ। বান্দাক ভেটিয়া আছে কুঁৱলী আন্ধাৰ॥
কলিমাহে বৰ ধন আন নহয় তুল। তামাম্ আলাম্ মাজে কলিমাহে ফুল॥
কলিমাহে লাহ তামিন্ কলিমাহে সাৰ। কলিমা নললে বান্দা দিনতে আন্ধাৰ॥
কলিমা নামে সাৰথি জীউৰ লগে যায়। যি ঠাইতে ছালাম যোগায়
সি ঠাইতে শোধায়॥
কলিমাহে লাহ আমিন্ ভেটি আছে কালে। যেন মৃগ পহু ভেটে চউপাশে জালে॥
কোকিলাৰ ডাকৰ আগে সৰ্বলোকে জাগে। কিবা বস্তু লৈয়া যাবা
গুৰুজনৰ আগে॥
নিশা পোহাইয়া গলে কোকিলৰ বাৰ। সাউদ সমে শ্বাহমিলনে মেলি আছে নাও॥

---

# অসমীয়া সাহিত্যৰ অধ্যয়ন

## ষষ্ঠ পুথি

## নৱন্যাস উন্মেষৰ কাব্য-উপন্যাস

১। চিন্তানল
২। প্ৰতিমা
৩। বীণ-বৰাগী
৪। কদম-কলি
৫। ৰঙ্গিলী
৬। চকুলো
৭। গল্পাঞ্জলি

শ্ৰীডিম্বেশ্বৰ নেওগ

শুৱনী প্ৰকাশ
ডিব্ৰুপুৰ, গুৱাহাটী
১৯৬৩

# উছৰ্গা

আজলী "মিৰি-জীয়ৰী," মনমোহিনী "মনোমতী", বাংঢালী "ৰঙ্গিলী", ৰহৰহী "ৰহদৈ-লিগিৰী," পৱিত্ৰ "নিৰ্ম্মল ভকত" আদিৰে অসমীয়া উপন্যাসৰ ওখ ভেটি বান্ধোতা; অসমীয়া সমাজ আৰু ভাষাৰ সেই কালৰ অৱস্থালৈ চাই ইংৰাজীত স্কটৰ স্কট্ বা বঙলাত বঙ্কিমচন্দ্ৰৰ দৰেই অসমীয়াত উপন্যাসৰ অভিনৱ ৰবঙনি যোগাওঁতা; "ভোলাই শৰ্ম্মা"ৰ ভাও লৈ "আত্ম-বিনোদক থিয়েটৰ" পতাৰ লগতে বিমল হাঁহি-ৰসেৰে সদৌ অসমীয়া সাহিত্যিক সমাজৰ চিত্ত-বিনোদন কৰোঁতা; "সতাই নৰকী"ৰ নিচিনা চৰিত্ৰ অঙ্কন কৰোঁতেও বিপুল মানৱীয় সহানুভূতিৰ ক্ষীৰধাৰী লিখনি ধৰোঁতা

ৰজনীকান্ত বৰদলৈৰ

পূত সোঁৱৰণত

# "চিন্তানল" কাব্য—কমলাকান্ত

জোনাক ৰাতিটি, ৰূপহী হাঁহিটি শুৱায় জগত কেনে বিতোপন।
নিচুক জগত, নিদ্ৰাৰ কোলাত, কোনে মন্ত্ৰ মাতি হৰিলে চেতন॥

মানুহ জাতি স্বভাৱতে কল্পনাপ্ৰিয়; এই গুণৰ সহায়তে দিনেকীয়া জীৱনৰ গন্ধময় কাৰ্য্য-তালিকাৰ মাজতো বিনন্দীয়া আশীৰ উপভোগ কৰিবলৈ মানুহ সমৰ্থ হয়। আপুৰুগীয়া হলেও জগতত এনে অনেক লোক আছে যি তাৰ উপৰি এই পৃথিবীতে নানা অপাৰ্থিৱ জেউতি দেখিবলৈ পায় আৰু শব্দ বা বৰ্ণৰ মায়া-জালেৰে তাক আনৰো দৃষ্টি-গোচৰ কৰিব পাৰে। ই ঈশ্বৰ-প্ৰেৰিত লোকৰে কাম বুলিয়ে বহুতে ভাবিছিল; অন্ততঃ ই প্ৰেৰিত মুহূৰ্ত্তৰ কথা নহলে সিমান উত্তম হব নোৱাৰে বুলিলে এই মতৰ পোষকতা কৰোঁতা বহুতো ওলায়। ওপৰত তুলি দিয়া প্ৰথম পদফাকি গতানুগতিক, তাত অসাধাৰণ বা অভিনৱ বুলিবলৈ একো নাই; কিন্তু এই দ্বিতীয় ফাকি কথাত তেনে এটি যাদুকৰী বা সম্মোহন বিদ্যাৰ প্ৰভাৱ অনুমান কৰিব পাৰি। এই ফাকিটি আলোচিত পুথিৰ "পূৰ্ণিমাৰ ৰাতিলৈ চাই" পদ্যটিৰ ভিতৰতে বিশেষ সৌন্দৰ্য্যব্যঞ্জক!

স্বভাৱ-কবি স্বদেশ-প্ৰাণ শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্যৰ "চিন্তানল" পদ-পুথিখনত এইদৰে ছেগা-চোৰোকাকৈ সৌন্দৰ্য্যৰ আভাস দেখিবলৈ পোৱা হয়, কিন্তু ইয়াৰ দুই এটি কবিতাৰ বাহিৰে তাৰ বিকাশ দেখিবলৈ পোৱা টান। ভট্টাচাৰ্য্য পোনতে স্বদেশ-প্ৰাণ, তাৰ পিছতহে কবি। পূৰ্ণিমা ৰাতিৰ এনে এটি সোণৰ সপোনেও তেওঁক সৰহ কাল মোহত বুৰাই ৰাখিব নোৱাৰিলে, জন্মভূমিৰ নানান চিন্তাই তেওঁৰ মোহ ভাঙি দিলে। তেওঁৰ আজি চকুত টোপনি নাই, কিন্তু কবি-প্ৰাণৰ সৌন্দৰ্য্য-সাধনাত নহয়, প্ৰকৃত দেশ-প্ৰেমিকৰ দেশৰ চিন্তাত! তেওঁৰ মনেৰে অসমৰ এনে দুৰৱস্থাৰ কালত পূৰ্ণিমাৰ জোনৰ হাঁহিটি ৰজিতা খাই পৰা নাই। সেইবাবে তেওঁ গভীৰ দুখেৰে কৈছে—

পূৰ্ণিমা জোনটি, ৰূপহী হাঁহিটি, এৰি হাত যোৰোঁ কৰোঁ পলায়ন।
তোমাৰ কিৰণ, নকৰে শোভন, দুৰ্ভাগা অসম পাপৰ বদন॥

এই পদ-পুথিখন যোৱা শতিকাৰ শেষ চতুৰ্থাংশৰ ভিতৰত লিখা। সেই সেই কালৰ অসমীয়া ভাষা, সাহিত্য আৰু সমাজৰ অৱস্থা চাই আৰু "জাতীয় উন্নতিৰ সহচৰ স্বৰূপে, ই এটি মূল্যবান চেষ্টা আছিল। গদ্যতকৈ পদ্যই সকলো যুগৰ সকলো জাতিৰে হৃদয় সহজে অধিকাৰ কৰে বুলিয়ে হয়বা, স্বভাৱ-কবি ভট্টাচাৰ্য্যই তেওঁৰ হিয়াত লগা কথাখিনি পদ্যতে ঢালি দিবলৈ প্ৰয়াস কৰিছিল। তেওঁৰ অকপট স্বদেশ প্ৰেম আৰু স্বভাৱ-জাত কবিত্বৰ মিলনত কবিতাৰ নিজৰা মাজে মাজে বৈ আৰু শুকাই চলিছে সচা, কিন্তু তাত কাব্য-কলাৰ সাধনা এটি বিৰল। এইদেখি "পুথিখনৰ ছন্দ-বন্ধ একো লাগ-বান্ধ নথকাৰ বাবে পঢ়িবলৈ মিঠা" নুলগাৰ উপৰিও, কিছুমান উৎকট গদ্যময় কথা যেনে আছে তেনেই পদ্যত ঠাই দিবলৈ যত্ন কৰাত সাহিত্য স্বৰূপে বহুত ঠাইত ইয়াৰ মূল্য টুটিছে।

তথাপি "পূৰ্ণিমা ৰাতি", "মৰিশালি", "জাতীয় গৌৰৱ" কবিতাকেইটিৰ ঠায়ে ঠায়ে কবিত্বৰ সুন্দৰ আভাস জিলিকি পৰিছে। ঘাইকৈ, সামৰণিৰ "পাহৰণি" কবিতাটি আদ্যোপান্ত বিতোপন আৰু ভট্টাচাৰ্য্যৰ চূড়ান্ত ৰচনা। বৰ্ত্তমানৰ গোটেই অসমীয়া পদ্য সাহিত্যতে এইটি কবিতাই বিজনি দিব পাৰিব। "তেজপুৰৰ কাছাৰি ঘৰৰ চোতালত পৰি থকা শিল এডোখৰ দেখি মনৰ ভাব"ত কবিয়ে পদ্যটি আৰম্ভ কৰিছে—

> কোৱাঁ পাহৰণি, তোমাৰ পেটত, কতনো ৰাখিছা বুৰঞ্জী সুমাই।
> চিন্তিলে এবাৰ, মৰোঁ পুৰি দেহ, কত জাতি-কীৰ্ত্তি খালা গিলি হায়!

স্বদেশ-প্ৰাণ ভট্টাচাৰ্য্যৰ কবিতাৰ বিষয় এনে দেশ-হিতৈষণামূলক হবই লাগিব। পোনতে প্ৰত্নতাত্ত্বিক মনোবৃত্তিৰেই এই শিলটিক কবিয়ে তাৰ জনম-কাহিনী সুধিছে আৰু যি শিলটিত সেই কাৰিকৰি খটাইছিল, তেওঁৰ জাতীয় সভ্যতাৰ বিচাৰ কৰিছে। এই বিচাৰৰ তেওঁ সমিধানো পালে—

> চিন্তাৰ নিনাদে, শুনিলোঁ ই ধ্বনি, বিন্ধিলে শোকৰ জোঙাল শেলে।
> প্ৰকৃতিয়ে দিয়া, দেশৰ স্নেহটি, তেজ হই ঘনকৈ ধাৰেৰে বলে॥

ই "চিন্তাৰ নিনাদ"হে; কল্পনাৰ নহয়; তথাপি দেশৰ স্নেহ তেজ হৈ বোৱা কথাটি নিশ্চয় কবিত্বপূৰ্ণ। সেই চিন্তাৰ বলেৰেই লেখকে আমাৰ পূৰ্ব্বপুৰুষসকলৰ শিৰ খ্যাতি স্বৰূপ আছিল বুলি যেতিয়া বুজিলে, আকাশী-বাণীয়ে তেতিয়াই



তাক সমৰ্থন কৰিলে, আৰু কবিয়েও "শুনা কাণ পাতি, ভ্ৰষ্ট আৰ্য্যগণ, বতাহ মাতত আকাশী-বাণী" বুলি সেই সমৰ্থন আমাৰ কৰ্ণগোচৰ কৰিলে। এইখিনিৰে পৰা চিন্তাতকৈ কবিৰ কল্পনা-চকুহে মেল খালে, আৰু তাৰে তেওঁ যি দেখিলে সি অতি মৰ্মান্তিক, অতি সুন্দৰ।

> চিঞৰি কান্দিছে, শুনা ব্ৰহ্মপুত্ৰে, শিলনি ঢৰাত নীৰলে বহি,
> বিলাপে ই নদে, যেই দিন ধৰি, আৰ্য্যৰ গৌৰৱ পৰিল খহি।
> শুনি ই বিলাপ, কুকুৰাই কান্দিছে, পানীৰ কাষৰ গছত পৰি,
> মনৰ দুখেৰে, হৃদয় বিদাৰি, আৰ্য্যৰ কাহিনী স্মৰণ কৰি।

দীন-হীন অসমৰ প্ৰকৃতিয়ে কবিৰ নিজা হৰিষ-বিষাদৰ কল্পনাত উটি-বুৰি ফুৰাতকৈ দেশৰ দুৰৱস্থাত 'বিলাপ' কৰাই অধিক স্বাভাৱিক। এই প্ৰসঙ্গত ব্ৰহ্মপুত্ৰৰ বিলাপ আৰু কুকুৰাৰ কান্দোন যেনে জাতীয় তেনে মৌলিক হৈছে, আৰু সেইদৰে সেইবোৰে পঢ়োতাৰ চকু-লো টানি আনিব খোজে। এইদৰেই কবিতাটি ভাব, ভাষা আৰু ছন্দত ক্ৰমে অধিক মূৰ্ত্তিমতী হৈ উঠিছে। কবিৰ কল্পনাৰ প্ৰসাদতে শোণিতপুৰৰ মহাভৈৰৱ দেৱালয়ত উষাই নিতৌ পূজা-সেৱা কৰা সেই আৰতিৰ মঙ্গল শঙ্খ আমাৰ কাণত আকৌ সুমধুৰ সুমঙ্গল হৈ বাজি উঠিছে!—

> শত কাঁহ ঘণ্টা বাদ্য বাজিছিল, আইটী উষাৰ পূজাৰ বেলি,
> শত ঢাক-ঢোল শঙ্খ-পাঞ্চজন্য, বাজিছিল আৰু মহৰি কালী।
> সোণালী পাটীত বহি সেইদিনা, পূজিছিলে তযু চৰণ-তল,
> বেষ্টিত চৌদিশে ৰূপৱতী সখী, পদ্মিনীক যেন হংসিনী-মণ্ডল।

কিন্তু অসমৰ স্বাধীনতা-বেলি মাৰ যোৱাৰ লগে লগে সেই বাণৰ নগৰ তেজপুৰৰ আৰু তাৰ দেৱালয়ৰ কি দশা! এইদৰেই ভাৰতৰ স্বাধীনতা লোপ পোৱাৰ লগে লগে তাৰ লগৰীয়া জাতীয় কীৰ্ত্তিবোৰ উপযুক্ত বুৰঞ্জী-লেখকৰ অভাৱত নাইকিয়া হবৰ উপক্ৰম হৈছে। আজি বিদেশী শাসনৰ আমোলত লিখা বুৰঞ্জীত আমি লোকৰ অতিৰঞ্জিত গৌৰৱৰ কথা পঢ়ি বিভোৰ! আজি আমি বিদেশীৰ অকহী পুৰুষৰ বংশাৱলী বিচাৰিছোঁহঁক, কিন্তু নিজৰ পূৰ্ব্বপুৰুষ-সকলৰ কাহিনী কোনোবাই সুধিলে আমি পেপুৱা; আৰু বছৰদিয়েকৰ

মূৰত নিজ আই-বোপাইৰ নামকো পাহৰিম যেনেই হৈছে! ইয়াকে লেখকে মহাভৈৰৱক সম্বোধন কৰাৰ চলেৰে দুখেৰে বৰ্ণাইছে।

তাৰ পাছত, আন আন দেশত পুৰণি সভ্যতাৰ অস্থিয়েই পুৰণি জাতীয়ত্ব কেনেকৈ নকৈ গঢ়ি তুলিছে তালৈ লক্ষ্য কৰি এই শিলছটিৰ আৱশ্যকতা দেখুৱাইছে—

সিদিনা ৰোমৰ, ভগা চিনবিলাকে, নিজ স্বাধীনতা আনিলে মাতি।
গ্রীচকো ইদৰে ই চিনবিলাকে, লগালে সিদিনা একতাত গাতি।
তেন্তে তুচ্ছ বুলি নাভাৱোঁ ই শিল, হৃদয়-মাজৰ ৰূপৰ ধন ;
স্ফুৰিব এদিন ভাৰত-সন্তানে পৰাণ-প্রতিষ্ঠা ইয়াৰ সাধন।
জন্মিব সিদিনা শতেক মেটছিনি, তুচ্ছ পৰি থকা শিলৰ পৰা ;
শত গৰিবল্ডি জনম লভিব, কৰিব পোহৰ ভাৰত-ধৰা।
সিদিনা বুৰঞ্জী কৰিব উদ্ধাৰ, আছে লিখা এই শিলৰ ভিতৰ,
চিৰ্যাহিবে লেখা নহয় পাতত, বুগমীয়া ইটো লেখা শোণিতৰ।

কিন্তু হঠাতে তেওঁৰ এই সুখৰ সপোন নিৰ্দ্দয় দিঠকে ভাঙি দিলে। নিজ দেশৰ গুণীৰ গুণৰ মোল নুবুজা আৰু নানান সম্প্রদায়ত বিভক্ত হৈ ভাই-ভাই-ঠাই-ঠাই হোৱা "ই হেন জাতিক, হায় কোন দিন, দিব একতাই সাদৰৰ মাত ?" এইদৰে আকৌ ঘোৰ সন্দেহেৰে তেওঁৰ মন ভৰি পৰিল। কবিৰ চিৰসেৱাৰ ধনী আৰু চিৰহেপাহৰ ধন ভাৰতৰ ভবিষ্যত সম্পৰ্কে এনে সন্দিগ্ধ হৈ তেওঁ গভীৰ দুখৰ হুমুনিয়াহ পেলাইছে—

পাহৰণি হেৰা, তোমাৰ অনন্ত গৰ্ভত থোৱাঁ নি এই ভাৰতক ;
আন্ধাৰ সিন্ধুৰ অতল তলত পেলোৱা নি, সৱে পাহৰোক।

বাঁহী, ষোড়শ বছৰ, সপ্তম সংখ্যা ; কাতি, ১৮৪৮।

---

# "প্রতিমা" কৱিতা—চন্দ্রকুমাৰ

ইংৰাজী সাহিত্যৰ এলিজাবেথ ডন্ আদি কেজনমানক ডক্টৰ জন্সনে 'মনস্তত্ত্ববিদ্ কবি' নাম দিছিল, কিন্তু তেওঁলোকত যে সেই আখ্যা সমূলি বৰ্জিতা নাথায়, এই বিষয়ত সমালোচকসকল প্রায় একমত। সৃষ্টিৰ মহান নাটত মানুহ আত্মাৰ ভাগ আৰু সমগ্র বিশ্বৰ দাৰ্শনিক অনুভৱৰ দ্বাৰা প্রণোদিত ইটালীয় কবি ডাণ্টেৰ 'ডিভিনা কমেডিয়া', বা জাৰ্ম্মাণ কবি গথেৰ 'ফষ্ট্'ৰ শাৰীৰ কবিতাহে প্রকৃত মনস্তত্ত্বমূলক বুলিব পাৰি। এনে মহান কবিসকলৰ মন আৰু কল্পনাত সৃষ্টি আৰু জীৱন-ৰহস্যৰ বিশেষ ব্যাখ্যা জিলিকি উঠে আৰু সি জীৱনৰ ভাব-ধাৰা একত্রিত আৰু উদ্দীপিত কৰে ; আত্মাৰ ইতিহাসত প্রতিফলিত হোৱা অনুসৰি মানৱ অদৃষ্টৰ মহান নাটকৰ তেওঁ নিজে যি সামান্য আভাস পায়, তাৰ সহায়ত নিজৰ আনন্দ-বেজাৰ, আশা আৰু ভয়ৰ অনুভূতি অধিক তীব্র আৰু উচ্চ হৈ সেই বোধৰ অৰ্থ আৰু বহলাই পেলায়। সুপ্রসিদ্ধ সমালোচক মেথু আৰ্ণল্ডৰ "জীৱনৰ ব্যাখ্যা ৰূপে কবিতা", তাৰো মৰ্ম্ম এয়ে।

কবিতাৰ বিষয় বিষাদ, হাঁহি, প্রেম, ঘৃণা আদি জীৱনৰ ওপৰ ভাগৰ সামান্য অভিজ্ঞতাৰ কথাও হব পাৰে ; তথাপি যদি কবিয়ে এইবোৰৰ ভিতৰতো চেতনা জগাব পাৰে, যদি বিবিধ আৰু বিচিত্র ঐক্যেৰে আৰু নানান চলন্ত মানস-চিত্রেৰে সেইবোৰক তীব্র অভিজ্ঞতাত পৰিণত কৰিব পাৰে, তেন্তে তেনে কাব্য-কথাও সমানে অতি উন্নত ধাৰণা, অতি গভীৰ অনুভৱ, আৰু অতি সূক্ষ্ম, আৰু অতি জটিল যুক্তিৰ শ্রেণী-বিভাগ আৰু ধৰ্মালাপো হব পাৰে। সুকৱি চন্দ্রকুমাৰ আগৰৱালাৰ প্রথম কবিতা পুথি "প্রতিমা"ৰ ভালেখিনি কবিতাই এই জাতিৰ অতি ওখ শাৰীৰ কৱিতা, আৰু আধুনিক অসমীয়া সাহিত্যত ইইঁতৰ উপমা বিৰল।

"প্রতিমা"ৰ পোনৰ কবিতাটিয়ে তেওঁৰ "হৃদয়ৰ মন্দিৰত লুকুৱা প্রতিমা" চাবলৈ দৰ্শকৰ বাবে আঁৰ-কাপোৰ দাঙি ধৰিছে। "প্রতিমা" কবিৰ "হিয়াৰ বিকাশ" স্বৰূপ ; ইয়াত কেৱল যত্ন কৰা হৈছে তাৰে

"দিবলই এফেৰি আভাষ।" তাৰ বাবেই তেওঁ মাতিছে, "সখী চিত্ৰলেখা মোৰ কল্পনা সুন্দৰী, সমিধান দিয়া আহি মোক।" আৰু তাৰ পাছত "আধাফুটা আবেগৰ ইমান জুমুৰি, দিলোঁ মেলি হৃদয় দুৱাৰ" বুলি দুৱাৰ মেলি দিছে।

তাৰ পাছত "জীৱন উচ্ছ্বাস।" ইয়াত কবিয়ে পোনতে "কল্পনা-জখলা"ত উঠি কেনেকৈ "সৰগৰ ভোগ মই মৰ হৈ বাঞ্ছিলোঁ।" আৰু কেনেকৈ "সংসাৰ-ৰাক্ষসে" "হেঁচা মাৰি ধৰি উঠিব নিদিয়ে" তাকে বৰ্ণাই পিছত নিজৰ ভুলৰ সৈ কাঢ়িছে।

মিছা ভাৱনাত কিয় শক্তি হেৰুৱাওঁ, পৰি হুমুনিয়া কাঢ়িছোঁ॥
বুলিলোঁ মোহত যাক সংসাৰ ৰাক্ষস, তাকেহে কুটুম মানিছোঁ।
সাবটি বুকুত লওঁ, মিছা আশা এৰোঁ, মৰতৰ মৰণ আলয়।
বুৰি আশা ইয়াতেই, বান্ধো ইয়াল'কে, জীৱনৰ উদ্দেশ্য নিশ্চয়॥

গতিকে "শতমুখী বাসনা" এৰি "একত আশ্ৰয়" লোৱাকে কবিয়ে থিৰ কৰিছে; কিয়নো মঙ্গলময় সৃষ্টিয়েই "বিশ্বৰ মঙ্গল নিদান"ৰ দৰে মানৱ আত্মাৰো প্ৰমাণ স্বৰূপ।

"সংশয় ৰহস্য" কবিতাত কবিয়ে এনে ৰহস্য-ভেদৰে চেষ্টা কৰিছে আৰু "জীৱনৰ দলি"ত "উফৰি ত্ৰিভুবন দেখি" জীৱনৰ লক্ষ্য বিচাৰিছে,—"মোক সামৰিব কোন লগৰীয়া? মই যে অকলে ৰলোঁ।" "মই" আৰু "বিশ্ব-ভাৱৰীয়া" কবিতা দুটিত বিশেষকৈ বেদ-উপনিষদৰ চৰম ভাব এটি কবিৰ অন্তস্পৰ্শী ভাষাৰে বৰ্ণোৱা হৈছে—

মই মই মই মাত্ৰ বিপুল সংসাৰে, মই মই মই সুৰে শুনা।
বাজিছে প্ৰাণৰ বীণা তান, মই বিনা আছে নো কি গুণা।

সামান্য তুমি, মই বা প্ৰাণী-সমাজ কিয়, গ্ৰহ তৰা আদিৰে বিশাল অসীম সৌৰ জগত এই বিৰাট 'মই'ত নিমিষতে লীন যায়! "বিশ্ব-ভাৱৰীয়া"ত ইয়াকে মানৱাত্মাৰ "লীলা" বোলা হৈছে! কবিৰ অনুপম ভাষাৰে—

সৃষ্টি-পাতনিৰে পৰা নীল আকাশত, কিৰণৰ জাল মেলি ডাৱৰ ধৰিছা।
টিপচীটি হৈ উৰি টিপতে লুকাই, গৰুণ্ডৰ পখা মেলি বিচাৰি ফুৰিছা॥



"অতৃপ্তি" কবিতাত ইংৰাজ কবি টেনিছনৰ দৰে, কবিয়ে স্বৰ্গীয় নিৰাশাৰ অতল তলি বিচাৰিছে, "অতৃপ্তিৰ নই বই তৃপ্তিৰ সাগৰ; বিচাৰি কেতিয়া পাব অন্ত ভাগৰৰ।" "অকলশৰীয়া" কবিতাত "অকলই উৰি উৰে প্ৰাণৰ পখীটি, কল্পনা-বিহাৰী" বুলি প্ৰাণ-পখীৰ, "প্ৰকৃতিৰ হিয়া যেন বৈৰাগ্য আধাৰ" আৰু "কোলাহলপূৰ্ণ কিন্তু নিমগ্ন" অশেষ মানুহৰ ৰাজ্যৰ আবিষ্কাৰৰ কথা বৰ্ণাইছে। "শূন্য ৰহস্যত" লগ-হেৰোৱা মানুহ-প্ৰাণৰ বাবে সংসাৰ সচাকৈয়ে এক "জনপূৰ্ণ নিৰ্জন।" "চিৰলগৰীয়া" কবিতাত ইমান দিনে জীৱনৰ সঙ্গী বিচাৰি শেষত নিজ হিয়াতে পালে; তেওঁ আন কোনো নহয়, "সংসাৰৰ দুখে সুখে লগৰীয়া মোৰ, পৰম বান্ধৱ এই আত্মাস আতমা।" সেইদৰে "জীৱনৰ লগৰীয়া" কবিতাত, যাক "সুন্দৰৰ আৰাধনা তোমাতে অৰ্পিম," "আকাশ পটত উঠি জোনাইৰ দৰে' প্ৰচাৰিবা জগতত মৰমে ধৰম" বোলা হৈছে, কবিৰ এই "সকলোৰে অধিষ্ঠাত্ৰী" আন কেও নহয়, "আনন্দৰ নিজৰনি তুমি প্ৰাণ মোৰ।"

এইদৰে স্বৰূপতে চন্দ্ৰকুমাৰ এজন তত্ত্বদৰ্শী কবি, তেওঁৰ কবিতাৰ ভাব সাধাৰণ আৰু উপকৰা নহয়। সৃষ্টি আৰু জীৱনৰ তত্ত্বমূলক বিষয়ত তেওঁ সুনিপুণ কবিৰ দৰে এটা চেতনা জগাই তুলিব পাৰে, এয়ে তেওঁৰ মহত্ত্বৰ লক্ষণ। বৰঘৰ শুৱনী জীয়ৰী এটীক উলিয়াই দিওঁতেও কবিৰ 'আশীৰ্ব্বাদ'ত কত তত্ত্ব, কত কথাইনো ফুটি উঠিল!—

গহীন মুখৰ ভাৱ দেখি আজি তোৰ, জানিলোঁ নহয় স্থায়ী একো।
স্নেহে-ঢকা সংসাৰৰ তত্ত্ব কোনে লব, মৰমৰ ছঁয়া-বাজী চাব?
দেখিছোঁ যি, এয়ে ৰূপ নহয় ইয়াৰ, কত ৰঙ্গ ধৰিব, সলাব।
হাঁহি খলখলি গৈ কান্দিবও পাৰে, ধেমালিৰে চলে নে সংসাৰ?
ধেমালি! ধেমালি মাথোঁ গোটেই জগত, এদিনতে একুৰি বছৰ!
আকাশৰ তলে মোৰ ধেমালিৰ ঘৰ, বিশ্বৰ ছোৱালী-লৰা সঙ্গী,
ভাই-ভনী লই মোৰ সংসাৰৰ খেল, কোনে চাব মোৰ ভাও-ভঙ্গী।...
ধেমালিৰ সেকা মোক দেখুৱালি কেনে, তয়ো মোক এৰি যাব খোজ?—

কিন্তু পাছ মুহূৰ্ত্ততে কবিয়ে বুজিলে, ঈশ্বৰৰ ইচ্ছাতকৈ একোৱেই অধিক শ্ৰেষ্ঠ হব নোৱাৰে। কবিয়ে কব খুজিছিল, "সংসাৰৰ বিচিত্ৰ গতিত

পাহৰিলি, ধূলি-ধেমালিৰ ভাইটিকো।” কিন্তু ততালিকে বুজিলে যে ঈশ্বৰৰ বিধানতকৈ একোৱেই অধিক বিচিত্ৰ আৰু অধিক সুন্দৰ নহয়। তেতিয়া বৈবাহিক জীৱনৰ অতি মহৎ উদ্দেশ্য, পৱিত্ৰ কৰ্ত্তব্য, আৰু বৈণীৰ তাত কি ভাগ, সকলো একেলগে মনত পৰিল, আৰু ভাদ-মহীয়া ব্ৰহ্মপুত্ৰৰ ভৰ সোতৰ দৰে সি কবিতাত বৰলৈ ধৰিলে—

ঈশ্বৰৰ জীৱ, দিব ঈশ্বৰেই দিহা, কিয় মোৰ মনাই নুবুজ ?
সংসাৰত ঈশ্বৰৰ কাৰ্য্য কৰিবলৈ, মানুহক দিবলই ছুঁয়া,
ঘৰ এৰি গলি তই, কিহৰ বেজাৰ ? বিশ্ব জুৰি মলিয়াওক দয়া।
সংসাৰ-মৰুৰ শ্যাম বট বৃক্ষ ৰূপা, সন্তাপীৰ সুখ, পাপীৰ ত্ৰাণ ;
পুণ্যবাট দেখুৱাতী সৰগ জীয়াৰী, আগ বাঢ়া কৰি শান্তি-স্নান !
তৃষিত মৰত মুখে ঢালিবা পীয়ুষ, অন্ন দিবাঁ অন্নপূৰ্ণা হই—

বৰ্ত্তমান অসমীয়া কবিতাৰ এনে (ছৱাইন) মহৎ দহোটি শাৰী আন কোনো লেখকত সহজে পোৱা নহব। “বিশ্বজুৰি মলিয়াওক দয়া,” “সংসাৰ-মৰুৰ শ্যাম বট বৃক্ষ ৰূপা,” “তৃষিত মৰত মুখে ঢালিবা পীয়ুষ” এনে ভাব আৰু ভাষা এক মাত্ৰ “প্ৰতিমাৰ” পৈণত খনিকৰৰ বাহিৰে আনৰ পৰা ওলাব নোৱাৰে। ৱৰ্ডছৱৰ্থৰ ‘কবিতাই জ্ঞানৰ আদি আৰু অন্ত; ই মানুহৰ হৃদয়ৰ দৰে অমৰ’ বা ডক্টৰ জনছনৰ ‘প্ৰতি মহৎ গ্ৰন্থই আমাক জীৱনৰ উপায় শিকাব লাগিব’ আদি বাণী যেন এনে ৰচনাৰ ভিতৰেইহে সাৰ্থক হয়।

“প্ৰকৃতি” কবিতাত গুটীয়া সুখ-দুখ, হৰিষ-বিষাদ, জীৱন-মৰণৰ প্ৰতি সি যে নিৰ্ব্বিকাৰ, “ক’ৰ কোন কিবা হল, চিন স্মৃতি পমি গল, প্ৰকৃতি যে তেনেকৈয়ে ৰল,” তাকে সুন্দৰ উপমাৰে বৰ্ণোৱা হৈছে। “শান্তি” কবিতাত “প্ৰেম মৃত্যুঞ্জয়”, প্ৰেম “স্পৰ্শমণি সংসাৰৰ”, “প্ৰেমেইহে শান্তি জগতৰ”; তদুপৰি শান্তি নিজ হৃদয়ৰ বস্তু, “আপোনাৰ ঘৰ”, আৰু “সংসাৰৰ উপেক্ষা ৰাশি” “বাটকৰা লোক” আৰু আমাৰ “অভিমান ভৰা হৃদয়ত, বিদ্ধিবতো উপেক্ষাৰ বাণে। আমি হেৰা নৰ সংসাৰত দাসৰো যে দাস নাজানানে ?” “ইচ্ছা” কবিতাত “কি ভয় মৰণে-ৰণে, ইচ্ছা সৰ্ব্বদলী” আৰু ‘কৰ্ম্মদেৱ’ত “শক্তিৰ সন্তান মই নোহোঁ আৰু কেও” এই দুটি নতুন সত্যজ্ঞাপক বাণী।



“মানৱ বন্দনা” কবিতাত কবিৰ ঘাই বাণী সুন্দৰৰ সাজ পিন্ধি অতি মৌলিক-ৰূপে দেখা দিছে —

মানৱী জনম দিয়াঁ উটুৱাই মানৱী কৰম-সোতে,
মানুহৰ মৰম বুজিবা মানুহে, ধৰম যে মৰমতে।
মানুহেই লগ, মানুহেই সঙ্গ, মানুহেই পৰাৎপৰ,
এই যে পৃথিবী স্বৰ্গতো অধিক, মানুহৰ নিজাপী ঘৰ।
মানুহেই দেৱ, মানুহেই সেৱ, মানুহ বিনে নাই কেৱ।
কৰাঁ পূজা, অৰ্ঘ্য পাদোদক লৈ,—জয় জয় মানৱ দেৱ !

“বনকুঁৱৰী,” “জলকুঁৱৰী,” “তেজীমলা” আদি কবিতাৰ ভিতৰেদিও এই মৰমৰ বাতৰিয়েই ঘাইকৈ উশাহ লৈছে! —“মৰম ভিখাৰী, বিচাৰিছোঁ দেবি, প্ৰাণৰ অমিয়া মাধুৰী।” ( বন-কুঁৱৰী )। “তেজীমলা”ৰ—

কুমাৰী ছোৱালী, কুটুমে পেলালে দলিয়াই মৰম ফেৰি।
মানুহে মানুহে ইমানহে মৰম, চকুলো পৰে সুঁৱৰি !
মানুহৰ চোতালত মাধুৰী ফুটিলে, মানুহে নিচিনি হায় !
সাৰি-তুলি ছিঙ্গি মোহাৰি পেলালে, মানুহৰ মৰমো নাই।
মৰমৰ পানী নোহোৱা ঠাইত কেনেকৈ বিশ্বাস থয় ?
সেয়ে তেজীমলা দূৰৈতে শিপাই পাৰিজাত হই ৰয়।...

হাজাৰো হওক, নিৰহ-নিপানী সত্য বিজ্ঞানৰহে বিষয়; কবিতাৰ সত্য সদায় সৌন্দৰ্য্যজ্ঞাপক। “প্ৰতিমা”ত এই সৌন্দৰ্য্যৰ পৰশেই প্ৰধান। সৰহ কি, “ক’ত কৰবাত এফেৰি ৰূপৰ কান্তি; অজ্ঞানে সজ্ঞানে সেয়ে ধ্যান জ্ঞান মোৰ।” ‘ফুৰিছোঁ যাত্ৰীৰ বেশে স্বদেশ বিদেশ, সৌন্দৰ্য্য আভাষ য’তে পাওঁ একণিকা। সুন্দৰৰ আৰাধনা জীৱনৰ খেল। অভিনয় অন্তে ঘোৰ কাল যৱনিকা॥” ( সৌন্দৰ্য্য )। “সুন্দৰ সুন্দৰ বুলি বিয়াকুল নৰ; মন্ত্ৰমুগ্ধ, সুন্দৰক যেয়ে দেখে য’তে।” ( “সুন্দৰ” )। “সুন্দৰৰো সুন্দৰ ই হৃদিনীয়া দেশ; যতনৰ আনন্দৰ শুৱনি আৱেশ।” ( “অসীম সুন্দৰ )”। ইয়াৰ উপৰি “মাধুৰী,” “কিশোৰী,” “নীয়ৰ,” “ফুলা সৰিয়হ ডৰা,”

"জোনাকী" ( কবিতা জাল ), "সুখ-গীত" আদি কেৱল সৌন্দৰ্য্যময় একোপাহি পাৰিজাত মাথোন। এইবোৰৰ আংশিক উদ্ধৃতি প্ৰায় অসম্ভৱ কথা।

আৰু তিনটি কবিতাৰ থুপি এটিলৈ আঙুলিয়াই দি সামৰণি মৰা হওক। "সন্ধিয়া," "বিমুখ" আৰু "যুগমীয়া শোক"ত কবিৰ অতিশয় নিজা তীব্ৰ অনুভূতি এটাৰ পৰাও তেওঁ মহৎ জীৱনলৈ উঠিছে,—"মৰম শিকাব তোৰ শোকে; লেখৰ যিকিদিন থাকোঁ মৰ্ত্ত্য লোকে॥ মানুহক ভাল পাম ভাবি আই তোকে; ক্ষেমিম সকলো চিন্তি তোৰেই মুখকে।" "ভুমুকি মাৰিয়ে হলি সংসাৰ বিমুখ; সংসাৰৰ বিহে তোৰ দহিলে হৃদয়" আদিৰ গুৰিতেও গুটীয়া শোকেই! কিন্তু "সন্ধিয়া" নামৰ ৰূপহ ৰূপক কবিতাটি এই দুটিৰ পৰা অলপ লৰ, "দেখা দিয়ে নিমিষতে সন্ধিয়া লুকায়।" "সন্ধিয়া আইটী হায়! মুকলি চুলিৰে; নীৰৱে এন্ধাৰ কৰি বিশ্ব পৰিহৰে।" এই সন্ধিয়াৰ সৌন্দৰ্য্য তাৰ ক্ষণস্থায়িত্বত, যেন প্ৰিয়জনৰ আধা খোৱা প্ৰথম শেষ চুমাটি—"প্ৰথম চুমাৰ ৰেখ নৌ পৰোঁতেই; নিঠুৰ বিৰহে তাক মচিয়ে নিলেই।"

মুঠতে, "প্ৰতিমা" অসমীয়া বৰ্ত্তমান পদ্য সাহিত্যৰ এখনি শীৰ্ষস্থানীয় পুথি; এই প্ৰবন্ধত তাৰ সঙ্কেত মাথোন দিয়া হৈছে। ভাষাৰ ফালৰ পৰাও ইয়াৰ নিজা মিঠা গুণ এটা আছে, "তেজীমলা" আদি বেলেড্ বা গীত-সাহিত্যৰ ভাব-ভাষাৰ সুৱলা অনুসৰণৰ পৰাই তাৰ মূল নিৰ্ণয় কৰিব পাৰি। তদুপৰি 'আন্ধাৰৰ' ঠাইত 'এন্ধাৰ', 'আধা'ৰ ঠাইত 'এধা', 'মালা'ৰ ঠাইত 'মলা', 'ছাঁয়া ঠাইত 'ছঁয়া', আৰু কুটুম, বান্ধৈ, মিতিৰ, আদি সোৱাদ-লগা ঘৰুৱা মাত-কথাবোৰৰ ব্যৱহাৰ কবিতাবোৰত বঢ়িয়াকৈ ৰজিতা খাই পৰিছে। সৰহ কি, তেজীমলাৰ দৰে পুৰণি সৰবৰহী কাহিনী এটাতো এই দৈপণত খনিকৰে নতুন মোহ সিঁচিছে, বা "ৰূপতে ৰূপতে ৰূপ তুলি, পাৰিজাত ফুলি, তেজীমলা জকমকায়।" আৰু তাত "এন্ধাৰে-পোহৰে মিলন-মাধুৰী, ৰূপৰ ধেমালি দৰা।" এইদৰে শেষত বেজবৰুৱা দেৱৰ ভাষাৰেই সামৰিব লগা হয়—"প্ৰতিমাখনি সৰু, কিন্তু ই নিভাঁজ সোণৰ।" ( 'বাঁহী' )।

বাঁহী, ত্ৰয়োদশ বছৰ, সংখ্যা ১৮৪৫ ( পৰিবৰ্দ্ধিত )

---

# "বীণ-বৰাগী" কৱিতা—চন্দ্ৰকুমাৰ

"প্ৰতিমা"ৰ খনিকৰ শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা দেৱৰ এইখনি দ্বিতীয় কবিতাৰ পুথি; সেই নবীন খনিকৰেই এতিয়া প্ৰবীণ বীণবৰাগী ৰূপে সাহিত্য-ক্ষেত্ৰত দেখা দিছে। খনিকৰৰ ভাষা যেনে নবীন, ভাব আৰু অভিজ্ঞতাও তেনে তৰুণ; তেওঁৰ "হৃদয়ৰ মন্দিৰত লুকুৱা প্ৰতিমা" আৰু প্ৰাণত "আধা-ফুটা আবেগৰ ইমান জুমুৰি।" বীণ-বৰাগীৰ সুৰত সেই সুকুমাৰতাৰ ফালে সিমান লক্ষ্য নাই, তেওঁৰ বীণ অনন্ত যাত্ৰাৰ অনন্ত ভাগৰ-দুখৰ কাহিনী ভাৰ বৈয়ে ব্যাকুল।—

"শুনিবা প্ৰাণৰ বীণখনি মোৰ, আহিছোঁ ভাগৰ দুখে।
বেজাৰৰ কথা কৈও অন্ত নাই, মাতও নুফুটে মুখে॥"

ই "আধাফুটা আবেগৰ" কোমল লহৰী নহয়; সমুদ্ৰৰ জোৱাৰত উঠা ঢৌ নৈৰ মুখ সোমাব খোজোঁতে ওফন্দি উঠাৰ দৰে, ভাষাৰ মিলনত ওফন্দি উঠা ভাব-জোৱাৰৰ ঢৌ মাথোন। বীণৰ ঘাই সুৰ, বীণ-বৰাগীৰ মুখ্য বাণী, "মৰমেই ধৰম।" খনিকৰে এই মৰমৰ ৰহনকে 'প্ৰতিমা'ৰ ভিতৰেদি জিলিকাই তুলিছিল। মৰম-কুমলীয়া-হিয়া খনিকৰে গাইছিল—

"মানৱী জনম দিয়াঁ উটুৱাই, মানৱী কৰম-সোতে।
মানুহৰ মৰম বুজিবা মানুহে, ধৰম যে মৰমতে॥"
"মানুহৰ চোতালত মাধুৰী ফুটিলে, মানুহে নিচিনি হায়!
সাৰি-তুলি ছিঙি মোহাৰি পেলালে, মানুহৰ মৰমো নাই।"

অনন্ত-যাত্ৰাৰ যাতনা-ক্লিষ্ট বীণ-বৰাগীয়ে তাকে পুনৰ প্ৰতিধ্বনিত কৰিছে—

"ফুলনিৰ ফুল লখিমী জীয়ৰী, দলিছে ভৰিৰে হায়।
সৰগী বস্তুৰ কি জানিব মোল? পৃথিবী পাপৰ ঠাই॥"

কবিৰ হৃদয়ৰ দুখ-বেথাও এখনি হিয়াৰ ভাব নহয়; শতেক জীৱনৰ

সহস্ৰ বেদনা তাত প্ৰতিফলিত হৈছে। সেয়ে আকৌ বীণত ঠেকা খাই সহস্ৰ-মুখী হৈ বিশ্বত সুন্দৰকৈ বিয়পি পৰিছে—

"গোটেই সংসাৰ দুখৰ বোজাটো নহয় যে এলা-পেচা !
সেয়ে প্ৰতিক্ষণে খুন্দিয়ায় মোক, বুকুত গধুৰ হেচা ॥"
"প্ৰাণৰ প্ৰাণত দুখীৰ দুৰ্দ্দশা বাজিছে আপোন বাৰে।
জগৎ জুৰিব তোমাৰ হিয়াত পৰি প্ৰতিধ্বনিভাৰে ॥"

বীণৰ লগত বৰাগীৰ সম্বন্ধও অতি অন্তৰঙ্গ, "প্ৰাণে প্ৰাণে মিলি যোৱা।" বীণৰ মহিমা গাই তেওঁ মুগ্ধ, আমি শুনিও মোহিত ! তাৰ বিননি শুনি পশু-পক্ষী গছ-লতা থৰ হয়; "লুইত উজায়, জোন তধা লাগে,—মানুহৰ কিবা কথা ?" এই "সৰগৰ বীণ নৰম্ভু অধিক, কোমলৰে কুমলীয়া"। তাকে লৈ পুৱা সুখৰ সন্ধানত তেওঁ ঘৰৰ বাহিৰ ওলাল; কিন্তু—

"সুখ সুখ বুলি ফুৰিলোঁ বিচাৰি, সুখৰ দেখা-দেখি নাই।
পাই পথিলাটি সুধিলোঁ এদিন, সুখ কেনেকুৱা ভাই ?
থাপতে চিলাই নিলেহি উৰাই ! সুখ কেনে কোনে কয় ?—"

কি সকৰুণ ! তথাপি "সুখ বোলে হেনো সংসাৰৰ সাৰ, ওলালোঁ জোলোঙা লৈ"। কিন্তু তেওঁৰ অভিজ্ঞতা অবৰ্ণনীয়—"হে প্ৰাণৰ বীণ, যি দেখিলোঁ আৰু, কবলৈ লাগিছে বেয়া।" খনিকৰে এদিন কৈছিল "মানুহে মানুহে ইমানহে মৰম ? —চকু-লো পৰে সুৰঁৰি।" বীণ-বৰাগীয়ে তাকেই দোহাৰি কওঁতে, "মানুহে মানুহে পৰতকৈ পৰ, এফেৰি মৰমো নাই।" এই বাণী ৱৰ্ডছ্ৱৰ্থৰ 'নৰেই নৰক কি শেল শালিছে, ভাবি দুখ লাগে বৰ' বোলাতকৈ অধিক মৰ্ম্মস্পৰ্শী হৈ উঠিছে। ইয়াৰ লগে লগে কবিৰ বীণত কৰুণ সুৰৰ মেঘ-মল্লাৰৰ ঠাইত দীপকৰ জুই ফিৰিঙটি বৰষিবলৈ ধৰিলে—

"আঙুলি বুলাব জনা হলে আজি আনিলোঁহেতেন টানি,
হিমালয় চূড়া বুৰালোঁহেতেন উছালি কলীয়া পানী।
আকাশৰ তৰা নমালোঁহেতেন থপিয়াই লাখে লাখে,
জোন বেলি গ্ৰহ পেলালোঁহেতেন দলিয়াই জাকে জাকে।



পাপৰ মজিয়া নিয়ালোঁহেতেন অথাই সাগৰৰ তল,
ব্ৰহ্মাণ্ডৰ চিন থাকিলহেতেন মাথোঁ সাগৰৰ জল।"

কবিত্বৰ স্বৰূপতো এইখিনি বিতোপন বুলিব লাগিব। কবি ইয়াত অকল যে ৰুদ্ৰৰূপী এনে নহয়, ব্ৰহ্মাৰূপীও; ধ্বংসমূলক হোৱাৰ লগতে তেওঁৰ কল্পনা সৃষ্টিমূলকো হৈছে—

"মান-অপমান ঢৌৱাই যাওক পৃথিবীৰ পৰা গুচি।
নতুন সৃষ্টিৰ অৰুণ কিৰণে কৰোক সকলো শুচি ॥
দুখ লাজ ভয় নাথাকিব আৰু নতুন জগৎ সিটো।
হোৰোৱা বীণৰ আনন্দৰ সুৰ বাজিব দিনৰে দিনটো ॥

যদিও সংসাৰ-পথত তেওঁ দুখ-বেজাৰৰ বহুত চোকা ৰ'দো পাইছে, তাৰ ভিতৰতে তেওঁ জিৰণিৰ ঠাই নেদেখি এনে নাই। কবিৰ এই অনন্ত যাত্ৰাত দুখৰ ভাৱনা অন্ত হৈ কবিৰ প্ৰাণত মাজে মাজে সুখৰ মধুৰ সপোন ওপঙি ফুৰিছে। সেই সপোনৰ জিলিঙনিয়ে যেন আমাৰ প্ৰাণলৈও ভুমুকি মাৰিছে—

"বাটৰ আগত বাট বাঢ়ি যায়, খন্তেক জিৰনি আহে।
খন্তেকতে মোৰ অনন্ত সুখৰ সোণালি সপোন হাঁহে ॥
সুলকিছে লাহে সংসাৰৰ বান্ধ, মুকলিছে মন মোৰ।
মুকলি আকাশ মুকলি, মুকলি প্ৰকৃতি আইৰ মুৰ।
দিয়াঁহে মুকলি কৰি মোৰ প্ৰাণ, দিয়াঁ দেবি, দিয়াঁ দিয়াঁ।
দিয়াঁ দিব্য চকু, বিমল জেউতি, দেখি উধাৱোক হিয়া।
সুখৰ সঙ্গীত গোৱাঁ দেবি গোৱাঁ, জগত নিচুক হোক।
দুখ দন্দ শোক পাহৰি কোঢ়াল শান্তিত বুৰোক লোক ॥"

এইদৰে কবিয়ে এই অসম্পূৰ্ণ পৃথিবীৰ দুখ-বেজাৰৰ নিবাকৰণ চিন্তাতে ক্ষান্ত হোৱা নাই, এই পৃথিবীক স্বৰ্গ কিয়, "স্বৰ্গতো অধিক" কৰিহে এৰিছে। নবীনৰূপে তেওঁ এদিন দেখিছিল "এই যে পৃথিবী স্বৰ্গতো অধিক, মানুহৰ নিজাপি ঘৰ।"; তাকে আজি প্ৰবীণৰূপে তেওঁ দৃঢ়কৈ ভাবিছে—

দেখিছোঁ পৃথিৱী স্বৰ্গতো অধিক, মানুহৰ নিজাপি ঘৰ।
মানুহেই দেৱ ইহ জগতৰ, মানুহেই পৰাৎপৰ।
মানুহৰ প্ৰীতি সাধিবলৈ চোৱাঁ, বিশ্ব জগৎ কল্পনা।
আল ধৰিবলৈ সহস্ৰ প্ৰদীপ, আৰতিৰ ধূপ-ধূনা।
হাঁহিছে মানুহে, কান্দিছে মানুহে, পাতিছে মানুহে প্ৰেম।
ধূলিতে উদয়, ধূলিতে বিলয়, ধূলিও স্বৰ্গীয় হেম।"

এই মানৱ-তত্ত্ব নিশ্চয় বঙ্গ-কবি চণ্ডীদাসৰ "সবাৰ উপৰ মানুষ সত্য, তাহাৰ উপৰ নাই" ইয়াতোকৈ সুমধুৰ সুমঙ্গল হৈ ফুটি ওলাইছে। তথাপি ই কবিৰ সেই তৰুণ বয়সৰে ভাবৰ পৰিণতি—"আহিছে মানুহ, গইছে মানুহ, মানুহ মৰাপী জীৱ"; বা—

"মানুহেই দেৱ, মানুহেই সেৱ, মানুহ বিনে নাই কেৱ।
কৰাঁ কৰাঁ পূজা পাদ্য-অৰ্ঘ্য লই, জয় জয় মানৱ দেৱ॥"

এই মানৱ-তত্ত্বৰ দৰে কবিৰ 'মই'-তথ্যও আদি-বয়সৰ ভাবৰে ক্ৰমবিকাশ, "তুমিয়েই ভাৰবীয়াৰূপে বিশ্ব জুৰি, ক্ৰীড়িছা হে মানৱাত্মা, লীলা দেখুৱাই।" আৰু কবিৰ এই ভূমা ভাবত এই বিৰাট বিশ্ব এটি সামান্য বুদ্‌বুদ্‌ৰূপে লীন যোৱা দেখি জয়ৰ উল্লাহত তেওঁ গাই উঠিছিল—

সংসাৰ মোৰেই পূৰ্ণ দেখোঁ, আছোঁ মাথোঁ নিৰঞ্জন মই।
নাই তুমি, কেও আৰু নাই, পাৰাঁ যদি হোৱাঁ মোতে লয়॥
মই মই মই মাত্ৰ বিপুল সংসাৰ,—মই মই মই সুৰে শুনা।
বাজিছে প্ৰাণৰ বীণা তান, মই বিনা আছেনো কি, গুণা॥

এই "মই" সেই "স্বাৰ্থ-অহঙ্কাৰে বাহ বন্ধা" সংসাৰৰ "ৰ'দগা পলু যেন পোলাটি মুগাৰ" নহয়; এয়ে সেই ভূমা। উপনিষদ আদি হিন্দুৰ চৰম গ্ৰন্থবোৰেও এনে তত্ত্বকেই প্ৰকাশ কৰিছে। কিন্তু এইবোৰ নিৰস দাৰ্শনিক তথ্য মাত্ৰ নহয়, কবিৰ কল্পনাৰ ভাপত সিজি একেবাৰে "জাহ্নবী যমুনা বিগলিত কৰুণা" হৈ পৰিছে—



"মোৰেই জগতখনে মোকেই মাতিছে;
গৃহস্থলৈ আলহীৰ আসন পাতিছে॥
মোৰেই বচন হৰি মোকে আদৰিছে।
চিৰ-চিনাকিৰে নকৈ চিনাকি পাতিছে॥
মোতে শিকি দেখুৱাই মোকে মোৰ ভাৱ।
মোৰেই বাঁহীটি কাঢ়ি বজাওঁ বজাওঁ॥"

কবিৰ ই যে দিব্য দৃষ্টি, সন্দেহ নাই; তেওঁৰ এই "নতুন সৃষ্টিৰ নচকু মুৰি'ৰে চালে কবিৰ লগতে আমিও কব পাৰোঁ—

"দিব্য দৃষ্টিৰে চোৱাঁ হে জগৎখন।
প্ৰহেলিকা গুচি এয়ে জীৱন-ৰঞ্জন॥"
"কি সুন্দৰ মুক্ত বায়ু নীলিম আকাশ।
কি সুখৰ জোন বেলি জেউতি প্ৰকাশ!
অসীম সাগৰ মোৰ নাৱেৰেই ভৰা।
মহা সদাগৰ মই অতীজৰে পৰা॥"

এইদৰে নিজস্ব বাণীৰ উপৰিও, মৌলিকতাত, মহত্ত্বত (ছব্লিমিটী), ভাব, ভাষা আৰু প্ৰকাশ-ভঙ্গী আদিত, অসমীয়া সাহিত্যত অকলশৰীয়া বীণবৰাগী চন্দ্ৰকুমাৰৰ ঠাই যেনে সম্পূৰ্ণ আচুতীয়া, আসনো তেনে ওখ। খনিকৰৰূপে "প্ৰতিমা"ত ৰহন সনা দিন ধৰি এওঁৰ এই মৌলিকতা সদায় আছে; সেই অৱস্থাত তেওঁ ঘাইকৈ সৌন্দৰ্য্য-সাধক—"সুন্দৰৰ আৰাধনা জীৱনৰ খেল"—হলেও, "প্ৰকৃতি", "আশীৰ্বাদ" আদি কেবাটিও কবিতাত "স্নেহে ঢকা সংসাৰৰ তত্ত্ব কোনে লব" বুলি তেওঁ তত্ত্বদৰ্শী কবিৰূপে দেখা দিয়ে। সুপ্ৰসিদ্ধ ইংৰাজ সমালোচক মেথু আৰ্ণল্ডে শ্বেলীৰ যি 'জোনাকী (অসাৰুৱা) কবিতা'ৰ কথা কৈছে, আৰু তাৰ বিপক্ষে ৱৰ্ডছ্‌ৱৰ্থৰ কবিতালৈ আঙুলিয়াইছে, সেই তুলাচনী ধৰিলে চন্দ্ৰকুমাৰৰ কবিতাৰ সাৰৱত্তা পূৰ্ণ মাত্ৰাত দেখিবলৈ পোৱা হয়। "অজেয়" শীৰ্ষক এওঁৰ এটি কবিতা এই বিষয়ৰ চূড়ান্ত উদাহৰণ। তদুপৰি "প্ৰতিমাৰ" দুই চাৰিটি কবিতাতো তাৰ প্ৰমাণ আছে। মুঠতে, যদি কবিতাৰ সৌন্দৰ্য্য আৰু কবিতাৰ সত্যৰ নিয়ম পালি জীৱনত ভাবৰ সতেজ আৰু

সুন্দৰ প্ৰয়োগ কৰাতেই কবিৰ শ্ৰেষ্ঠতাৰ নিদৰ্শন হয়; 'কেনেকৈ জীয়াই থাকিব লাগিব' ইয়াৰ সমাধান বা 'জীৱনৰ সমালোচনাই' যদি কবিসকলৰ শ্ৰেষ্ঠতাৰ চিনাকি দিয়ে, তেনেহলে চন্দ্ৰকুমাৰ বৰ্ত্তমান অসমীয়া সাহিত্যৰ প্ৰকৃততে এজন শ্ৰেষ্ঠতম কবি, তাত সন্দেহ নাই।

বীণ-বৰাগীৰ যাত্ৰাৰ লক্ষ্য হৈছে সুখৰ সন্ধান, অমৃতৰ সন্ধান! এদিন তাৰ বাতৰি পাই তেওঁ উলাহত "গণিতা নেচাওঁ, ভণিতা; নেচাওঁ, তালৈ সময় নাই" বুলি উলাহত আগ বাঢ়িল—

"জনমৰে পৰা শুনি আহিছিলোঁ সৰগী সুখৰ কথা।
দুখিত তাপিত মানুহে এদিন পাহৰিব দুখ-বেথা ॥
সেই দিনলৈকে মহা আয়োজন, চিৰ জীৱনৰ বেহা।
সেই দিনলৈকে জীৱন উছৰ্গা, সেৱাৰ উপৰি সেৱা ॥
সেই দিনলৈকে আছে বাট চাই অধীৰ পৰাণে মোৰ।
সেই দিন আজি প্ৰাণৰ প্ৰাণত উশাহে উশাহে পূৰ ॥"

এই যাত্ৰাত সচাকৈয়ে "সোণকালকেই বোলে শুভক্ষণ" সাৰ্থক কৰি সকলো মঙ্গলময় হল, কবিয়ে সেই অমৃতৰ সন্ধান লাভ কৰিলে।—"হিয়াৰ মাজেদি অনন্ত সুখৰ পৰি আছে ৰাজবাট।" অতি আনন্দৰ কথা, জগতৰ সকলো যুগৰ প্ৰতি সুখ-অন্বেষণকাৰী মনস্বীয়েই এই একে ঠাইতেই মাথোন সেই পৰম সুখ বিচাৰি পাইছে। অলিভাৰ গল্ডস্মিথৰ "বাটকৰাই" জগত-ভ্ৰমণৰ পিছত, 'মিছা, মিছা মোৰ এই সুখানুসন্ধান। মনৰ মাজতে সুখে কৰে অৱস্থান।' বুলিবলৈ বাধ্য হল; 'স্বৰ্গ-হৰণ' 'স্বৰ্গ-লাভ'ৰ কবি মিল্টনেও তাৰেইহে মাথোন ইঙ্গিত দিছে—'মনেই প্ৰকৃত ঠাই, ইয়াৰে গুণত। নৰক সৰগ হয়, সৰগ নৰক ॥' গৌতম বুদ্ধৰ দৰে অমৃতৰ এই সন্ধান পাই, কবিৰ উলাহৰ ঠাই নাই—"সকলোকে কওঁ সুখৰ বাতৰি, যাকে পাওঁ হাটে-বাটে।" "মহান প্ৰাণৰ" অধিকাৰী-উত্তৰাধিকাৰিতা চিনোৱা ভাবো অতি ওখ।

এই 'পৰম-সুখ' লাভৰ লগে লগেই স্বৰ্গৰ জেউতি স্বভাৱতে জ্বলি পৰিল, পৃথিবীৰ সৈতে সি ঠাই সলালে—"পৃথিবীক তোলোঁ স্বৰ্গৰ থাপলৈ, স্বৰ্গক নমাই আনা।" ইমানেই অকল নহয়, তাৰ লগতে কবিৰ "আকাশী নেত্ৰ" আৰু



"দিব্য দৃষ্টি"ৰ প্ৰভাৱত এক অসীম কবিত্বপূৰ্ণ সৃষ্টি ওপঙি উঠিল; আৰু তাক চাবলৈ আমাৰো "অন্তৰ-দাপোণ" সহজে মুকলি হল। তেতিয়া দেখিলোঁ—

"নীলিম পুণ্যৰ প্ৰভাই জিনিছে শ্যামল পৃথিবীখন।
মহা জলাশয় সাগৰ গৰ্জিছে উত্তাল নিমগন ॥
সৰগী বায়ুৰ ৰিবৰিবনিত পুনৰ থমকি ৰয়।
হৃদি-সিন্ধু বাৰি ফুটন্ত হাঁহিৰে শতধা বাগৰি বয় ॥
লোকালোক সউ মুখৰিত হল, উদিল পূজাৰ বেলি।
জুৰিলে হেঙুলি ধূপ-ধুনাৰেই নীলিমাৰ খেলি-মেলি ॥
কতনা কালৰ মানৱ-সন্ততি আৰাধিছে বিয়াকুল।
বিশ্বৰ প্ৰেমত বিভোৰ মগন উছৰ্গি ভকতি-ফুল ॥"

কবিত্ব বিষয়তো এই শাৰীবোৰ অতি ওখ ভাবাপন্ন আৰু সূচনামূলক সৌন্দৰ্য্যেৰে ভৰপূৰ। ভাষা আৰু ছন্দও ইয়াত মূৰ্ত্তিমান। তাৰ প্ৰসাদত আমি ইয়াৰ "সৰগী বায়ুৰ ৰিবৰিবনি" আৰু "ফুটন্ত হাঁহি"ৰ আশীৰ উপভোগ নকৰি নোৱাৰোঁ, আৰু এই পৱিত্ৰ যজ্ঞৰ "হেঙুলি ধূপ-ধুনাৰ" গোন্ধত আমাৰ প্ৰাণ পৰম পৱিত্ৰ হৈ উঠে।

ইয়াৰ পাছতেই "আনন্দ-তীৰ্থ"ৰ বাতৰি। এই 'আনন্দৰ-তীৰ্থ সৱাতো উত্তম", আৰু তালৈ যাবলৈও "হিয়াৰ মাজেই অনন্তৰ পথ"। এই তীৰ্থৰ বৰ্ণনাও অতীব মনোৰম, অতীব সৌন্দৰ্য্যব্যঞ্জক। শুনা মাত্ৰই মন তাৰ পৱিত্ৰ ভাবেৰে উপচি পৰে।—

"সেউজী ৰসাল বটে আবৰিছে, দয়াই বিতৰে ছঁয়া।
ফটিক সুৱদি নিজৰাৰ ধাৰে বাটৰ হৰিছে পয়া ॥
নীল আকাশত বগলী পাখিৰে চোঁৱৰ ধৰিছে মেঘে,
মলয়ে আনিছে সাগৰ কাষৰ তীৰ্থৰ বাতৰি বেগে।
আহাঁ কোন যাবা দিগন্তৰ শেষ, আহাঁ শুধ আশা লৈ।
অন্তৰ-বাসনা মন-মলিয়ন দলিয়াই পেলাই থৈ ॥"

কবিৰ এই আহ্বান পোৱা মাত্ৰেই আমাৰ—"ভিদ্যতে হৃদয় গ্ৰন্থিঃ ছিদ্যন্তে

সৰ্ব্বসংশয়াঃ।" "ছিগিল হৃদয়-গ্ৰন্থি, গুচিল সংশয়।" এই তীৰ্থৰ বৰ্ণনা পঢ়ি "কীৰ্ত্তন"ৰ "ধ্যানবৰ্ণন"লৈ মনত পৰে আৰু এই 'আনন্দ-তীৰ্থ' যে বৈকুণ্ঠৰে নামান্তৰ মাথোন তাত সংশয় নাথাকে।

এইদৰে ইয়াৰ "মহাত্মা", "প্ৰপঞ্চ", "সেৱা-লহৰী" আদি কবিতাও বিশেষ ওখ থাপৰ। বেদান্ত, উপনিষদ আদিৰ চৰম ভাববোৰ হৃদয়ঙ্গম কৰিব পৰা মন নহলে "বীণ-বৰাগী"ৰ সকলো সৌন্দৰ্য্য ভালকৈ উপলব্ধি কৰা নহয়: কবিৰ কল্পনাত যি "চৈধ্য ভুবনৰ মিলনৰ ঢৌ বাৰুৰে ফুৰিছে খেলি" আৰু তাত প্ৰতিভাত হৈ পৰিছে যি "মুকলি মনৰ মানসী মূৰ্ত্তি অকলঙ্ক মধুৰিমা", তাক দেখা পোৱা টান। "কদম-কলি"ৰ কবিৰ দৰে "বীণ-বৰাগীৰ" কবিও কবিয়েই, আৰু বৰ্ত্তমান অসমীয়া সাহিত্যত শীৰ্ষস্থানীয়; কিন্তু দুয়ো জনত শিল্পৰ চেষ্টাৰ অভাৱ অ'ত ত'ত লক্ষ্য কৰিব পাৰি। হলেও, তাত ভাৱৰৰ মাজত খন্তেকলৈ কবিতাৰ অৰুণ-ৰাগ লুকাই থাকিব পাৰে, কিন্তু হেৰাব নোৱাৰে—"এতিয়াও সন্ত মাৰ মোৱা নাই ধৰ্ম্মৰ ৰাঙলি বেলি। মৰমৰ টানে আনিব সাঙ্‌ৰি, মাতোঁ দুই বাহু মেলি।" আকৌ কৈ থোৱা হওক—প্ৰজাতন্ত্ৰ, মানৱী স্নেহ, "মৰমেই ধৰম" কবিৰ বীণৰ বাণী। জগতৰ সকলো মনস্বীৰ বাণীয়েই সদায়েই এনে ৰূপেই আত্মপ্ৰকাশ কৰে। "বীণ-বৰাগী"ৰ কবিয়ে এই বাণী প্ৰচাৰত সহায় কৰাত আমি গৌৰৱান্বিত। তথাপি এই বাণী অকল অসমীয়া জাতিৰ বাবে আচুতীয়া হব নোৱাৰে, ই সদৌ মানৱ জাতিৰ বাবে। কবিয়ে প্ৰাণৰ আবেগেৰে গাইছে—

"মোৰেই মুখেদি মানৱ প্ৰাণৰ ফুটক আকুল মাত।
মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ সত্য হক প্ৰতিভাত॥"

আমিও আশা কৰোঁ, কবিৰ এই সপোন সচিতত পৰিণত হওক।

"বাঁহী", ১৮শ বছৰ, ৭ম সংখ্যা; কাতি, ১৮৫১

---

# "কদম-কলি" কবিতা—লক্ষ্মীনাথ

ভুবন-ভুলোৱা বাঁহীৰ উত্ৰাৱল সুৰ যি গছত চিৰকাল বাজিব লাগিছে, কদম-কলি তাৰ মূৰ্ত্ত বাসনা। কিন্তু ই কলিয়েই,—পূৰ্ণিমাৰ জোনৰ পূৰ্ণবিকাশৰ মুকলি সৌন্দৰ্য্য নহয়, দ্বিতীয়াৰ জোনৰ সূচনামূলক চিকুণ ললিত কলাহে।

"কদম-কলি" ৰচোঁতা শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা দেৱ সাধাৰণ বিচাৰত কবি বুলি পঢ়ুৱৈ সমাজত সিমান পৰিচিত নহয়; তেওঁৰ অপূৰ্ব্ব কথা-সাহিত্য-প্ৰতিভাই তেওঁৰ কবিত্বৰ জেউতি প্ৰায় ঢাকি পেলাইছে। গদ্যতো কবিতা থাকিব পৰা কথা পতিয়াবলৈ যিসকল সৈমান, সেইসকলৰ বাবে এখেতৰ কবিত্ব অচিনাকি কথা নহয়; কিন্তু অকল পদ্যতহে যিসকলে কবিতা বিচাৰে, সেই-সকলক তেখেতৰ কবিতাৰ একেখনি পুথি "কদম-কলি"য়ে অকপট নিমন্ত্ৰণ জনায়।

ইংৰাজী সাহিত্যৰ নৱ নৱন্যাস আন্দোলনৰ তৰুণ অৰুণৰ তেতিয়াও উদয় হোৱা নাই, এনেতে ওঠৰ শতিকাৰ প্ৰায় সোঁমাজ আৰু শেষ ভাগত গ্ৰে, গল্ড্‌স্মিথ, কুপাৰ, বাৰ্ণছ, ব্লে'ক আদি কেইটিমান পুৰতীয়া চৰায়ে সাহিত্য-কুঞ্জত গাইপতি আপোন সুৰৰ দুই এটি ৰাগিণী জুৰিছিল। কিন্তু সেই গীতত সৰহ প্ৰাণীয়ে ঢাৰি-পাটি তেতিয়াও নৌ এৰে; পিছত উনৈশ শতিকাৰ প্ৰাৰম্ভ হবলৈ ধৰাৰ পৰা যেতিয়া ৱৰ্ডছৱৰ্থ, কলেৰীজ, ছাদী, বাইৰণ, শ্বেলী, কীট্‌ছ আদিয়ে এইবাৰ একে লালিয়ে এই নৱ-যুগৰ আৱাহন-গীত গাবলৈ ধৰিলে, প্ৰকৃতি হঠাৎ নবীন উৎসৱময়ী হৈ উঠিল!—এই উৎসৱৰ প্ৰসাদ অইন দেশ-বিদেশেও হেমাভাৱে কঢ়িয়াবলৈ ধৰিলে।

এই আন্দোলন যে কিবা নোহোৱা-নোপজা কথা এনে নহয়; মাজতে গতানুগতিক ৰীতিৰ হেচাত মানুহ হৃদয়ৰ দুখ-সুখৰ কথাই মুক্ত স্ফুৰণৰ সকাহ পোৱা নাছিল, ইমানেই। ইংৰাজী সাহিত্যত এই আন্দোলনে এক ঐশ্বৰ্য্য-শালী যুগৰ সূচনা কৰিছিল। ইংৰাজী শিক্ষাৰ বিস্তাৰ আৰু প্ৰভাৱৰ লগে লগে ভাৰতৰ আন আন প্ৰদেশৰ দৰে অসমো সৰহ দিন এই প্ৰসাদৰ পৰা বঞ্চিত হৈ থাকিবলৈ নাপালে। উনৈশ শতিকাৰ বেলি ভাটি দিয়াৰ লগে লগে অসমীয়া

সাহিত্যত ইংৰাজী সাহিত্যৰ প্ৰভাৱ পৰিবলৈ ধৰে, আৰু সেই শতিকাৰ শেষ ছোৱাৰ পৰা তাৰ সাঁচ অসমীয়া সাহিত্যত ভালকৈ মন কৰিব পৰা হল। 'কদম-কলি'ৰ ৰচনাৰ আৰম্ভণ সেই কালৰে।

"জোনাকী" কাকতেই সঞ্চালনিকৈ অসমীয়া অনুৰাগমূলক কৱিতাৰ সৰবৰহী প্ৰথম মৌ-কোঁহ বুলিব লাগিব। এনে বিধৰ ৰচনা ইংৰাজী সাহিত্যৰ পোনপটীয়া প্ৰভাৱৰ ফল। সেই কালৰ আগত ভাৰতীয় সাহিত্যৰ থাপনা সকলো পোনে আদৰ্শবাদৰ ভেটিৰ ওপৰত পতা হৈছিল; দিনেকীয়া জীৱনৰ হাব-ভাব আদিয়ে তাত পেলোৱা ছাঁৰ দেখা-দেখিকৈ গম ধৰিব নোৱাৰি। তাত বাস্তৱতা বা গুটীয়া অভিজ্ঞতাৰ ভাঁজ থকা কথাৰ ভেজনি নিশ্চিতভাৱে পছিমৰ। 'কদম-কলি'ৰ চুমা, প্ৰিয়তমা, প্ৰিয়তমাৰ সৌন্দৰ্য্য, ভ্ৰম আদি প্ৰেমৰ মূৰ্চ্ছনা ভৰা কৱিতাবোৰ পঢ়ি ঘনে ঘনে আমাৰ উনৈশ শতিকাৰ শ্যেলী আদি আৰু সোতৰ শতিকাৰ আদি-কালৰ দুই এজন কৱিৰ কৱিতালৈ মনত পৰে।

আধুনিক অসমীয়া সাহিত্যৰ ওপৰত ইংৰাজী সাহিত্যৰ আন এটি ছাঁৰ চিন, ছন্দ-বৈচিত্ৰ্য। অসমীয়া কৱিতাত আগতে মাথোন কেইটিমান ধৰা-বন্ধা ছন্দ আছিল, কিন্তু এই সময়ৰ পাছৰ পৰাই ছন্দৰ স্বাধীনতা আমাৰ সাহিত্যত সোমায়। ইয়াৰে ফল স্বৰূপে, কেৱল, ছুলড়ি, লেচাৰী, পদ, আদিৰ উপৰি লেখকৰ নিজৰ ৰুচি অনুযায়ী লিখাৰ বাবে আমাৰ ছন্দৰ সম্পদ বাঢ়িবলৈ ধৰে। বঙালী সাহিত্যিক ৰবীন্দ্ৰনাথৰ কৱিতাই যি ছন্দ-সম্পদ দান কৰিছে, তাৰ গুৰিত ইংৰাজী ছন্দৰ অনুকৰণ যথেষ্ট আছে। মুঠতে, এই আৱিষ্কাৰৰ বাবে অসমীয়া কৱিতাৰ পৰিধিও আৰু বাঢ়িল, আৰু লগে লগে বৰ্ত্তমানৰ উপযোগী বিবিধ বিষয়ত মুক্তভাৱে লিখনী চলাবলৈ লেখকসকল ভালেখিনি মুকলিমূৰীয়া হৈ পৰিল। "কদম-কলি"ৰ কৱি এই বিষয়তো এজন আগৰণুৱা।

"জোনাকী" যুগ ঘাইকৈ ইংৰাজী প্ৰভাৱৰ যুগ সচা; তথাপি এই যুগতে বঙলা ভাষাৰো হেঁচা অসমীয়া ভাষাত বৰকৈ পৰিছিল। সৰহ কি, এই পিছৰ হেঁচাই আমাৰ জাতীয়তাকে সঙ্কটাপন্ন কৰি তুলিছিল। পঢ়াশালি আৰু আদালতৰ পৰা ভালেমান কাল খেদা খাই থকা অসমীয়া ভাষাৰ অৱস্থা প্ৰায় এই কালতো পুতৌ-লগা, আৰু তেতিয়াৰ সকলো শিক্ষিত লোকেই পঢ়াশালিত বঙলা পঢ়া। এই প্ৰতিকূল অৱস্থাতে বৰ্ত্তমান অসমীয়া সাহিত্যই নিজ কেচুৱা কাল কটাব লগা হয়। কিন্তু সুখৰ বাতৰি এয়েহে, এনে বৈষম্যৰ ঘাত-প্ৰতি-



ঘাতত আমাৰ সাহিত্যৰ মানসিক গঠন বৰঞ্চ অতি নিপোতলহে হৈ উঠিল। ইয়াৰ কাৰণ, বৰ যত্নেৰে বাচি-বিচাৰি বিজাতৰীয়া বস্তু এৰি নিজ মাটিৰ কল-ভাত খুৱাই জাতীয় সাহিত্যক এই গঠন দিবলৈ চেষ্টা কৰা হৈছিল। "কদম-কলি"ৰ সখীৰ প্ৰতি, উষা আৰু প্ৰতিমা, মইনা, মৰমৰ সখী, নিমাতী কন্যা আদি কৱিতা অসমীয়া ঘৰুৱা মাত-কথা আৰু অনুভূতি, আৰু মৰম-লগা ছন্দৰ অতি নিৰুপম চানেকি।

এই শ্ৰেণীৰে অলপ সুকীয়া, আৰু ঘৰুৱা জীৱনতকৈও চহা জীৱনৰ সৈতে অধিক অনুভূতি থকা (পেষ্টৰেল্) কৱিতা ধনবৰ আৰু ৰতনী, ৰতনীৰ বেজাৰ, তিলকা, আদি কৱিতাও ঘাইকৈ লেখত লবলগীয়া। অসমীয়া ধাই নাম, গৰখীয়া নাম, হুচৰি নাম আদিৰে গাখীৰ চুহি ডাঙৰ হোৱা ৰূপে এই কৱিতাবোৰো অসমীয়া পঢ়ুৱৈৰ সমাজৰ আদৰৰ বস্তু। ইয়াৰ উপৰি, ৰুপাবৰ বৰবৰুৱাৰ হাঁহি-ৰসত জুবুৰিওৱা খোৰাঁ-খোৱা, ছয় ঋতুৰ ডাক, ডাকৰ টোপোলা, পকা চুলি আদি এশাৰী কৱিতাই "কদম-কলি"ৰ আন এটি অঙ্গ পূৰণ কৰিছে। বিমল হাঁহি-ৰস সদায় সাহিত্যৰ সৌষ্ঠৱৰ চিনাকি, তাৰ নাটনি সাহিত্যৰ অপঁইতা অৱস্থাৰ চিন। ইংৰাজী সাহিত্যৰ এই সৌষ্ঠৱৰ পৰিচয় চছাৰৰ পৰাই নিয়মিত-ৰূপে আৰম্ভ হয়, আৰু স্যুইফ্‌ট্, এডিছন, ষ্টীল আদিৰ ভিতৰেদি ক্ৰমে পৰিবৰ্দ্ধিত হবলৈ ধৰে। বঙালীৰ বঙ্কিমৰ দৰে অসমীয়াৰ ৰুপাবৰেও গদ্য-পদ্য সকলো ৰচনাৰ ভিতৰেদি এই হাঁহি-ৰস বোৱাই অসমীয়া সাহিত্যক কৃতাৰ্থ কৰিছে, সন্দেহ নাই।

এইখিনি পাৰ হৈ আহি আমি আকৌ যেতিয়া "কদম-কলি"ৰ বাঁহী, তৰা, কৱিতা, মাতৃ-শ্ৰাদ্ধ, প্ৰেম, শান্তি, চিৰযৌবন, অৱশেষ, ৰেণুকা আদি কৱিতাবোৰ পাওঁহি, আমি কেৱল মোহিত হওঁ! এই শাৰী কৱিতাৰ এমূৰে "বীণ-বৰাগী" আৰু সিমূৰে "ঈশ্বৰ আৰু ভকত"—আমি কওঁ, এয়ে কৱিৰ হৃদয়-মন্দিৰৰ মণিকূট! ইমান ওখ ভাব, ইমান কৱিত্ব, ইমান মধুৰতা! কৱিৰ গীতত সেই "বুজোঁ বুজোঁ কৰোঁ, বুজিব নোৱাৰোঁ" "উজাৰি লুকোৱা চিন"; সেই "অমৃত-সঙ্গীত" শুনি "শুকানে মেলক কুঁহি"। সেইদেখি কৱিৰ হেপাহেৰে আমাৰো কৰৰ মন যায়—

"নতুন প্ৰাণৰ ন চকু জুৰি, দীপিতি ঢালি দে তাত ;
পুৰণি পৃথিবী নকৈ চাই লওঁ, হে বীণ, এবাৰি মাত ॥"

"কদম-কলি"ৰ এটা ঘাই দোষ হৈছে, নাই-নাই-বুলিও ইয়াৰ পাঁচ-ছবুকি কবিতা অতি অনুপম! ভালেখিনি কবিতা পঢ়ি পঢ়োঁতাৰ মনত অভিমান হয়,—কবিতাই আহি নিজে ধৰা দিছে, তেও কবিয়ে তাক এনেদৰে অনাদৰ কৰিছে কিয়? "কবিতা হয় যদি হওক নহয় যদি নহওক বুলি মাজে-সময়ে লিখা" এই ৰচনাবোৰ নিশ্চয় কবিতানুৰাগী মাত্ৰই নপঢ়ি নোৱাৰে; কিন্তু কথা হৈছে, মন গলেও "অলপো খুকুৰি নাৰাখি তাৰ কাঠসংস্কাৰ কৰি সন্তোষ" লভিবলৈ কাৰো সুচল নাই, কিয়নো কবিত্বৰ ব্ৰহ্মাস্ত্ৰ তেওঁৰ সাৰথি। ওপৰত উল্লিখিত "প্ৰিয়তমাৰ সৌন্দৰ্য্য," "ভ্ৰম" আদি কবিতা ভাব, ভাষা আৰু ছন্দত যেনে মূৰ্ত্তিমান, আৰু ভালেমান কবিতা সেইদৰেই পুৰণি সাহিত্যৰ (ক্লাছিক) সৌন্দৰ্য্যেৰে ভৰপূৰ; অকল নতুনৰ (ৰমাণ্টিক) আদৰ্শই সেইবোৰক ইমান পূৰ্ণতা দিব নোৱাৰিলেহেঁতেন। এই ভাৰত অসমীয়া সাহিত্যত বেজবৰুৱাৰ কবিতা অতুলন। এজন ইংৰাজ সমালোচকে কৰৰ দৰে, পুৰণি সাহিত্যৰ আৰাধকে পূত পৱিত্ৰ মন্দিৰত সোমাই নিতে অতি সন্তৰ্পণে আৰাধ্য দেৱতাৰ পূজা-পাতল চলায়; নৱন্যাস-সেৱী কবি-যোগীয়ে গহীন অটৱী বা সুন্দৰ কাম্য কাননত সোমাই সৌন্দৰ্য্যৰ উপাসনা কৰে। ইংৰাজী সাহিত্যৰ দুজন "জন্", মিল্টন আৰু কীট্‌ছ, এই দুই আদৰ্শৰ উদাহৰণ। কীট্‌ছৰ কাব্য-কানন জগতৰ চিৰ আনন্দৰ সামগ্ৰী; তাত মহাকবি মিল্টনৰ পুণ্য তপোবনৰ মহৎ মহত্ত্বৰ (ছব্লিমিটী) বাহিৰে আন সকলো আছে, আন নালাগে, অধিকো থাকিব পাৰে। সেইদৰে আমাৰ এই কবিৰ সৌন্দৰ্য্য-সাধনাও উসাহ-উপবনৰ লাহ-বিলাহ চাই ভোল যোৱা অৱস্থাৰ নহয়, এওঁৰ কদম-কানন একেবাৰে কৃষ্ণ-প্ৰেম-যমুনাৰ পাৰত। সেই যমুনা, সেই যমুনাৰ পাৰৰ প্ৰকৃতি কেৱল একেটি বাঁহীৰ সুৰতেই চিৰকাল উজান-ভাটি! তাত মহত্ত্ব আছে, চঞ্চলতা আছে, মহত্ত্বৰ চঞ্চলতাও আছে; আৰু সৱাৰো উপৰি তাত আত্ম-অধিকাৰৰ চিন আছে। এই গুণ ঘাইকৈ সংস্কৃত আদি পুৰণি সাহিত্যৰ আদৰ্শ বা তাৰ প্ৰতিধ্বনি।

মুঠতে, "কদম-কলি" সাহিত্য-বৃন্দাবনৰ এটি দেৱোপম পদাৰ্থ। এই পুথিত বৰ্ণোৱা বিষয়বোৰে কবিৰ এখনি স্বকীয়া নন্দন জগতৰ ধাৰণা আমাৰ মনলৈ আনে। এই সৃষ্টিত এটি তৰা গুদা এটি "আকাশী ফুল স্বৰ্গ উপবনে। ফুলি আছে মুগুকাই সদানন্দ মনে॥" কবিতা কেৱল, "ৰমণীৰ কমনীয় মাধুৰী মধুৰ। আধা ফুটা আধা মাত সৰগ শিশুৰ॥" নহলে, "অনাঘ্ৰাত কেতেকীৰ সোণোৱালী বেণু। বৃন্দাবন মতলীয়া কলীয়াৰ বেণু॥" মাতৃ মাথোন—'বিশাল প্ৰকৃতি স্নেহ তিল তিল কৰি। গোটাই ৰ'চলে মাতৃ জনমদায়িনী॥" প্ৰেম—



"ব্ৰহ্মাণ্ডৰ সত্ত্ব যিটো পৰিছে নিজৰি; গিৰি বন গছ লতা সচেতন কৰি;
অমৃত হাঁহিৰ ৰং ফুলত ফুলায়; যি শকতি প্ৰভাৱত মন্দাকিনী যায়;
অণু-পৰমাণু মিলে আঁতৰি অন্তৰ, পৃথক আতমা মিলি হয় একেশ্বৰ;
ব্যৱধান ক্ষয় হয়, ওচৰে আঁতৰ, অব্যক্ত বেকত হয়, গুচে আত্ম পৰ;
সৰ্ব্বাঙ্গে সৰ্ব্বাঙ্গ লয়, জীৱনে জীৱন; আনন্দে আনন্দ মহানন্দৰ সৃজন;
সংজ্ঞাৰ অতীত শক্তি বিশ্বব্যাপী কায়; ক্ষণিক সম্ভোগে যাৰ দেৱত্ব মিলায়;
মৰু বুৰে, শিল পমে, বিন্দুৰ পৰশে। প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে।"
আৰু এই "প্ৰেমত ঘূৰিছে ভূমণ্ডল। প্ৰেমত ফুলিছে শতদল॥"

মিলন, চতুৰ্থ বছৰ প্ৰথম সংখ্যা; অঘোন-মাঘ, ১৮৪৭

---

# "ৰঙ্গিলী" উপন্যাস—ৰজনীকান্ত

"মিৰি-জীয়ৰী," "মনোমতী" আদি উপন্যাস-প্ৰণেতা শ্ৰীৰজনীকান্ত বৰদলৈ দেৱে ৰচনা কৰা এইখন ৺চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ কালৰ অসমৰ প্ৰথমবাৰ মানৰ আক্ৰমণৰ ঘটনা লৈ লিখা বুৰঞ্জীমূলক উপন্যাস!

ইংলণ্ডতে বৰ্ত্তমান উপন্যাসৰ প্ৰথম জনম, সিও সৌ দুশ বছৰৰ ভিতৰৰ কথা। কিন্তু সম্প্ৰতি পৃথিবীৰ সকলো উন্নত সাহিত্যৰ সৰহ অংশ এই বিধ সাহিত্যয়ে ঢাকি পেলাইছে। বৰ্ত্তমান ইয়াৰ প্ৰভাৱ অতুলন। খৃষ্টীয় অষ্টাদশ শতিকাৰ সকলো নতুন জাগৰণত উপন্যাসৰ আবিৰ্ভাৱে সচাকৈয়ে অশেষ উপকাৰ সাধিলে। ইয়াৰ আগতে অকল ইংলণ্ডৰ কিয় বোলোঁ, সমগ্ৰ ইউৰপৰ পঢ়ুৱৈ সমাজ অতি খীণ আছিল। সাধাৰণ লোকৰ গাইগুটীয়া জীৱনক প্ৰাধান্য দিয়াৰ গইনা লৈ উঠা এই উপন্যাসে পঢ়ুৱৈ সমাজ আচৰিতভাৱে বৃদ্ধি কৰিলে। তেতিয়াৰ পৰা দেখা গল, স্বৰূপতে প্ৰকৃত উপন্যাসেই পঢ়ুৱৈ সমাজ টনকিয়াললৈ গঢ়ি তুলিব পাৰে। কিন্তু

সেই অনুপাতে অসমীয়াৰ আন আন বিভাগতকৈও উপন্যাস বিভাগৰ অৱস্থা তেনেই পৰালি-পৰা। আঙুলি-মূৰত লিখিব পৰা এতিয়ালৈকে আমাৰ যি কেইখন উপন্যাস আছে, তাৰ নিচেই তাকৰ কেইখনমান বুৰঞ্জীমূলক! এনে স্থলত জ্ঞান-বয়স উভয়তে পৈণত বৰদলৈ ডাঙৰীয়াৰ কাপৰ পৰা ওলোৱা এই উপন্যাসখনি যে অসমীয়া সাহিত্যলৈ এটি বিশিষ্ট দান হব তাক সহজে আশা কৰা হয়।

বুৰঞ্জীমূলক উপন্যাসত ঘাইকৈ চাব-লগা কথা, বুৰঞ্জীৰ ঘটনা আৰু সমসাময়িক সামাজিক ৰীতি-নীতিৰ সত্যতা অটুট ৰাখি অতীতৰ এখনি উজ্জ্বল চিত্ৰ আমাৰ আগত দাঙি ধৰাত লেখক কিমানখিনিলৈ সফল হব পাৰিছে। তাৰ পাছত উপন্যাসৰ গল্প অংশ, কাল্পনিকতা, চৰিত্ৰ-বিশ্লেষণ আদি বিষয়বোৰ কেনে হৈছে তাকো সুকীয়াকৈ ফঁহিয়াই চাব লাগে। উদাহৰণ স্বৰূপে, ইংৰাজী সাহিত্যৰ বিখ্যাত ঔপন্যাসিক ৱাল্টাৰ স্কটৰ উপন্যাসবোৰত সাধাৰণতে চৰিত্ৰ-বিশ্লেষণ বিষয়তকৈ লোমহৰ্ষক কাহিনীমূলক বৰ্ণনাৰ প্ৰাধান্য অধিক দেখিবলৈ পোৱা হয়; কিন্তু প্ৰকৃত উপন্যাস স্বৰূপে বিবেচনা কৰোঁতে এইটো ত্ৰুটিমূলক বুলিহে ধৰা হয়। চৰিত্ৰ বিষয়লৈ চকু নিদি, অকল কোনটো ঘটনাৰ পাছত কোনটো ৰোমাঞ্চকৰ ঘটনাৰে পাঠকৰ মন বন্দী কৰিব পাৰি; কি অভিনৱ উপায়ে উপন্যাসৰ সামৰণি পৰিব, অকল তাতে সকলো মন-যোগ আবদ্ধ কৰি ৰখা সাধাৰণ শ্ৰেণীৰ ঔপন্যাসিকৰ কাম; আৰু এয়ে 'অভিনৱ ঘটনা'ৰ পুথি আৰু প্ৰকৃত উপন্যাসৰ সীমা চিনোৱা ঘাই আঁচ।

সুখৰ বিষয়, "ৰঙ্গিলী" এই কেউফালে আটকধুনীয়া, আৰু এখন লেখৰ বুৰঞ্জীমূলক উপন্যাস বুলি দহৰ আগলৈ নিসঙ্কোচে আগবঢ়াই দিব পৰা কিতাপ হৈছে। ইয়াৰ বুৰঞ্জী চিত্ৰ সুন্দৰ, সমাজ চিত্ৰ উজ্জ্বল, লিখাৰ গঢ় মনোৰম। ঔপন্যাসিক স্বৰূপে সমূহতে বৰদলৈ ডাঙৰীয়াৰ সমালোচনা কৰিবৰ সময় এতিয়াও নৌ; কিয়নো আমি এতিয়াও তেখেতৰ পৰা এই বিষয়ে আৰু ভালেখিনি আশা কৰি আছোঁ। কিন্তু "ৰঙ্গিলী" আৰু তেওঁৰ বায়েক ভুগৰাকীয়ে এতিয়াই অসমীয়া সাহিত্যিকসকলৰ এখনি শীৰ্ষস্থানত তেখেতৰ ঠাই নিৰ্দ্দেশ কৰে বুলি নিসন্দেহে কব পাৰি। উপন্যাস যদিও সাত-সাগৰ তেৰ-নৈ পাৰ হৈ অহা সাহিত্য, তথাপি বৰ্ত্তমান লেখকে তাক



এনে এটা অসমীয়া গঢ় দিছে যে পঢ়িলে ইংৰাজী ঔপন্যাসিক-গুৰু ৰিচাৰ্ডছন বা বঙালী বঙ্কিমচন্দ্ৰলৈ কেতিয়াও মনত পৰিব নোৱাৰে; কিন্তু মানৰ দিনীয়া কোনোবা অসমীয়া আজো-ককাৰ মুখৰ পৰা তেতিয়াৰ নিজ চকুৰে দেখা ঘটনাৰ জীৱন্ত বৰ্ণনা শুনা যেনহে লাগে। উপন্যাস লিখাত ঘনে ঘনে পাঠকৰ গাত ঠেলিয়াই বা ভেজা দি কথা কোৱা, কথা-চোবোৱা বা পুনৰুক্তি কৰা ত্ৰুটিবোৰ যদিও বৰ্ত্তমান উপন্যাসৰ বাবে বৰ্জ্জনীয় বিষয়, তথাপি "ৰঙ্গিলী" উপন্যাস-কৰ্ত্তাৰ মুখত সেইবোৰ মাজে মাজে শুনি আমনি নাপাওঁহঁক; সৰহ কি, কেতিয়াবা হয়বা তাৰ কাৰণেই উপন্যাসখন পঢ়িবলৈ অধিক আগ্ৰহ ওপজে।

অসমীয়া কাব্য বা নাটক-উপন্যাস লিখিবলৈ সঁজুলি নাপাই কোনো কোনোৱে হেনো চন-মূৰ উৎপাত কৰে; কিন্তু অসম বুৰঞ্জীত আৰু অসমীয়া সমাজত তেনে সাহিত্যৰ কিমান সমল বিচাৰিলেই পাবলৈ আছে তাক "ৰঙ্গিলী" পঢ়ি সহজে অনুমান কৰিব পাৰি। অতীত বুৰঞ্জী যে জেওৰা খৰিৰ দৰে জীয়া-মৰাৰ শুকান কথাই অকল নহয়, অতীতৰ অসমীয়া জাতি যে আজিতকৈ শ শ গুণে জীৱন্ত, এই কথা এই উপন্যাসখনিত এবাৰ চকু ফুৰালেও ধৰা নপৰাকৈ নাথাকে। অকল "ৰঙ্গিলী" পঢ়িও দেশ-প্ৰাণজনে মুকলি-মূৰীয়া স্বাধীন অসমীয়াৰ জাতীয় উৎসৱ-আনন্দ আৰু চ'তৰ সাত-বিহুৰ পবিত্ৰ ৰঙ্-ধেমালিৰ কথা পঢ়ি আজিৰ মৰা-মুগা যেন প্ৰাণ-হীন পৰাধীন অসমীয়া জাতিৰ বিষম ভাগ্য-বিপৰ্য্যয়ৰ কথা ভাবি চকুলো টুকিব পাৰিব, বা দুই কালৰ ৰাজনৈতিক সাদৃশ্য-বৈসাদৃশ্যৰ আলোচনা কৰি নানান গৱেষণামূলক-তত্ত্বত উপনীত হব পাৰিব।

আশ্চৰ্য্য ঘটনা, লোমহৰ্ষক কাহিনী, অভিনয়োপযোগী সামৰণি, ইয়াত একো নাই; কিন্তু প্ৰকৃত উপন্যাসৰ সকলো সজ গুণ ইয়াত বৰ্ত্তমান। মানৱ-চৰিত্ৰ বিশ্লেষণত "ৰঙ্গিলী" লেখকৰ এটি আপুৰুগীয়া বৈশিষ্ট্য আছে; সেই বৈশিষ্ট্য অকল অসমীয়া সাহিত্যতে নহয়েই, সমগ্ৰ সাহিত্য-জগততে অতি তাকৰ সাহিত্যিকহে তেনে বিশিষ্ট গুণৰ অধিকাৰী হব পাৰে। লেখকে চৰিত্ৰবোৰ পৰিপাটি, সঠিক আৰু সূক্ষ্মভাৱে ফঁহিয়াই চোৱাৰ চিন আছে; তেওঁৰ দৃষ্টি বহুত সময়ত তীক্ষ্ণ অথচ মৰমিয়াল; ইংৰাজ ঔপন্যাসিক-মণ্ডলীত হেনৰি ফিল্ডিং এনে ধৰণৰ চৰিত্ৰ-সমালোচক ৰূপে সুবিখ্যাত। তেওঁৰ তীব্ৰ দৃষ্টিৰ আগত লোকৰ দোষ সাৰি যাব নোৱাৰিছিল; কিন্তু তেওঁ

সুইফ্‌টৰ দৰে প্ৰায় পাশৱিকভাৱে আক্ৰমণ নকৰি ৰিচাৰ্ড ষ্টীলৰ কোমল প্ৰকৃতিৰ সমালোচনাৰে সেইবোৰলৈ কটাক্ষ-পাত কৰিছিল। সদৌ ইংৰাজী সাহিত্যত দুজন ইংৰাজ কৰি এনে ধৰণৰ মহা উদাৰ মানৱ-চৰিত্ৰ সমালোচক-ৰূপে মহামহিমান্বিত; তেওঁলোক চছাৰ আৰু শ্বেক্সপীয়েৰ; আন নালাগে, মহাকবি মিল্টনো ঠিক এই শাৰীত নপৰে।

শস্তিৰামে তেওঁৰ প্ৰণয়িনী পদুমীক উদ্দেশ কৰি নিশা-বিহুত গোৱা নামবাৰ গায়কৰ নিজৰ গাত বজিতা খাই পৰা কথা বুলি সতৰামে উমুকিওৱাত, শান্তিৰামে সতৰামক লাহেকৈ ঠেলা এটা মাৰি আনন্দ পোৱাৰ চিন দেখুওৱা আৰু কোমলকৈ চিকুট এটি মাৰি ৰহস্যবোৰৰ ভেদ নাভাঙিবলৈ দিয়া ইঙ্গিতৰে পৰা, লৰামতীয়া ৰজা চন্দ্ৰকান্তৰ বিলাস-প্ৰিয়তা আৰু দায়িত্ববোধ-হীনতা, পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বিচক্ষণ ৰাজনৈতিক দূৰদৰ্শিতাৰ লগৰ উৎকট ক্ষমতা-প্ৰিয়তা, আৰু চাওডাঙৰ লৰা "সতাই নৰকী"ৰ "পাষণ্ডতা" আদি আৰু বদন বৰফুকনৰ অসমলৈ মান অনালৈকে, ৰাজ্যৰ ভিতৰ-বাহিৰৰ সৰু-বৰ সকলো কথালৈকে তেওঁৰ চকু পৰিছে; কিন্তু ন্যায়ৰ কঠোৰতাক দয়াৰে উপশম নকৰাকৈ তেওঁ কাৰো ওপৰত অভিশাপ কৰা নাই। এই উদাৰ দৃষ্টি সাহিত্যৰ এটি অতি মহৎ গুণ। ইয়াৰ বাহিৰেও, ৰাজ-নীতি, সমাজ-নীতি আদি সকলো বিষয় লেখকে সুন্দৰকৈ ফঁহিয়াই দেখুৱাই গৈছে।

নৰহৰি শেনচোৱাৰ জীয়েক ৰঙিলী নামে-গাঁৱে ৰঙিলী। তাইৰ শাৰীৰিক গঠন, কাৰ্য্য-পটুতা আদি সকলো বিতোপন। "আহোম-গঢ়ী" মুখখনিৰে আৰু "মাই-হালধিৰ গাঁঠিৰ" বৰণেৰে পদুমীও সচাকৈয়ে পদুমীয়েই। সতৰাম-শান্তিৰামহঁতৰ বৰ্ণনা আদিও সুন্দৰ হৈছে যদিও, তিৰুতাৰ বৰ্ণনাই অধিক অনুপম। কোনো কোনো শ্বেক্সপীয়েৰৰ সমালোচকে মন কৰিবৰ দৰে শ্বেক্সপীয়েৰৰ নায়ক নাই, আছে নায়িকা হে। আমাৰো বৰদলৈ দেৱৰ "মিৰিজীয়ৰী", "মনোমতী", "ৰঙ্গিলী" আটাইতে নায়িকাই হে প্ৰধান। বিহু-তলীৰ নাচ আৰু অসমীয়া ডেকা-গাভৰুৰ যি নিষ্কলঙ্ক চিত্ৰ আঁকা হৈছে সি নিজে যেনে পৱিত্ৰ, আনৰো মন তেনেকৈ শুচি কৰে। বিহুৰ নামতে অশ্লীলতাৰ গোন্ধ পাই নাক-কোঁচোৱাসকলৰ চকুত আঙুলি দি তাৰ পৱিত্ৰ অংশ যি দৰে দেখুওৱা হৈছে, তাত শিল্পীৰ শ্ৰেষ্ঠত্ব বঢ়িয়াকৈ ফুটি ওলাইছে। প্ৰথম দিনা নৈ-ঘাতত পদুমী পানী আনিবলৈ যাওঁতে বৰশী বাই থকা শান্তিৰামে মুকলিকৈ



প্ৰণয়-প্ৰকাশ কৰাত তেওঁৰ কথাত 'হয়'-'নহয়' নালাগে, ৰং-ধং কোনো ভাব নেদেখুৱাকৈ শান্তিৰামৰ ফালে মাথোন এবাৰ চাই কাষত কলহ লৈ ঘৰলৈ গুচি অহা, জাতে-পাতে অসমীয়া ছোৱালীৰ এখনি নিৰ্ভাঁজ পট; মানুহ-চৰিত্ৰ আৰু জাতীয় স্বভাৱৰ ভাল পৰ্য্যবেক্ষণ নাথাকিলে এনে পট আঁকা সহজ নহয়। জয়ৰাম-কেতেকীৰ প্ৰণয়ত জয়ৰামে দুবাৰকৈ কেতেকীৰ "টুকটুকীয়া পকা সেন্দুৰীয়া গাল দুখন আৰু ৰঙা ওঠ"ত চুমা-ভিক্ষা কৰি—"মই এতিয়াই তোমাক চুমা দিব নোৱাৰোঁ। যিদিনা তুমি মোক দস্তুৰমতে চকলং পাতি বিয়া কৰাই নিবা সেই দিনাহে যিমান পাৰোঁ চুমা দিম!"—বোলা সমিধানৰ বাহিৰে যদিও একো নাপালে, তথাপি—"বেয়া নাপাবা; মোৰ জীউটো, এতিয়া যাওঁগৈ দেই" বুলি গুচি যোৱাত কোনেও, আন নালাগ জয়ৰামে নিজেও, কেতেকীক নিৰ্দ্দয়া প্ৰেমিকা বুলিব নোৱাৰে; অথচ তাত অসমীয়া ছোৱালীৰ জাতীয় স্বভাৱ, সংযম, মনোবল আদি অতি বিতোপন হৈ ফুটি ওলাইছে।

উনৈশ শতিকাৰ ইংৰাজী সাহিত্যৰ নৱন্যাস আন্দোলনৰ প্ৰতিধ্বনি, অসমীয়াত অকল "জোনাকী" যুগৰ কবিতাতে নহয়, উপন্যাস আদিতো কিদৰে প্ৰকাশিত হৈছে,—তাৰ প্ৰথম প্ৰকৃষ্ট চানেকি "মিৰিজীয়ৰী।" 'মনোমতী' আৰু খাইকৈ "ৰঙ্গিলী" প্ৰকৃতপক্ষে সেই বাটৰে বাটৰুৱা। অসমীয়া উপন্যাসে ঔপন্যাসিক-সম্ৰাট বৰদলৈৰ আমোলত যি গঢ় লৈছে, সৰু-সুৰা ত্ৰুটিবোৰ বাদ দি সেই গঢ় সৰ্ব্বাঙ্গসুন্দৰ বুলি বোধ হৈছে। ইংৰাজী সাহিত্যৰ ৱাল্টাৰ স্কট বা বঙালীৰ বঙ্কিমচন্দ্ৰৰ দৰে অসমীয়া সাহিত্যত ৰজনীকান্তৰ আসন যুগমীয়া হব বুলি আমি আশা কৰিছোঁ।

মিলন, তৃতীয় বছৰ, চতুৰ্থ সংখ্যা; ভাদ-কাতি, ১৮৪৬।

---

## "চকুলো" কবিতা—হিতেশ্বৰ

চুটি সাধুৰ দৰেই ছনেট্ আৰু ব্লেঙ্ক ভাৰ্ছ অসমীয়া, তথা ভাৰতীয়, সাহিত্যলৈ ইংৰাজী সাহিত্যৰ বিশিষ্ট দান। ব্লেঙ্ক্ ভাৰ্ছ্ অসমীয়াত অমিত্ৰাক্ষৰ বা অমিলিতান্ত ছন্দ বুলি প্ৰখ্যাত, আৰু তাৰ পৰাই বহুতৰ মনত এনে ভুল ধাৰণায়ো ঠাই পায় যেন পদ নিমিলিলেইসেই ছন্দ আপোনা-আপুনি গঢ়ি উঠে।

নিশ্চয় ব্লেঙ্ক ভাৰ্চ তেনে সহজ কথা হবই নোৱাৰে। আন নালাগে, ইংৰাজীৰ দৰে জগতৰ অতি সমৃদ্ধিশালী সাহিত্যতো মিল্টন্ আদি নিছেই তাকৰ লেখৰ কবিয়েহে সফলভাৱে এই ছন্দ ব্যৱহাৰ কৰিব পাৰিছে; আন বহুতৰেই এই ভাৰ্চ ( ছন্দ ) সেইদেখি 'ব্লেঙ্ক্ ( শুদা )।

ধ্বনি-সামঞ্জস্যই ব্লেঙ্ক্-ভাৰ্চৰ প্ৰাণ-বস্তু; ইয়াক আন কথাৰে প্ৰবাহমান ছন্দ বুলিব পাৰি। বঙ্গ-সাহিত্যত এই ছন্দৰ জন্ম দিলে মাইকেল মধুসূদন দত্তই; বঙালী সমালোচকৰ কথাৰে কব লাগিলে, মধুসূদনেই জয়ে জয়ে বঙ্গ-ভাষাৰ ভৰিৰ ছন্দৰ শিকলি মোকলাই দিলে। "মহাভাৰতেৰ কথা অমৃত সমান। কাশীরাম দাস কহে শুনে পুণ্যবান॥" এয়ে পদৰ নমুনা। ইয়াত প্ৰত্যেক চৈধ্য আখৰৰ পাছত শাৰীটো শেষ হব আৰু ভাৱও শেষ হব লাগিব; এনে গতানুগতিকতাত পৰি কবিতাই প্ৰাণ হেৰুৱাৰ লগাত পৰে। মধুসূদনে বঙলা ভাষাৰ কবিতাক এনেদৰে গতায়ু হোৱাৰ পৰা ৰক্ষা কৰিলে ব্লেঙ্ক্ ভাৰ্চৰ অনুসৰণত এই নতুন ছন্দ উলিয়াই। যেনেকৈ ভাপ-নাওখন গৈ চকুৰে নেদেখা হলেও তাৰ ঢৌয়ে তেতিয়াও পাৰ কোবাই থাকে, আৰু ঠিয় গড়াৰ ওপৰেদি ঢৌ ওপচাই পঠিয়ায়, ঠিক তেনেকৈয়ে চৈধ্য আখৰৰ সীমাত শাৰীটো শেষ হলেও, ভাৱৰ ঢৌ সেই গড়াৰ ওপৰে ওফন্দি উপচি পিছৰ শাৰীলৈ প্ৰবাহিত হয় বা বাগৰি আহে। এয়ে ব্লেঙ্ক্ ভাৰ্চৰ অন্যতম্ বৈশিষ্ট্য।

ছনেটক অসমীয়াত চতুৰ্দ্দশপদী কবিতা বোলাতো বহুতৰ মনত এনে ভুল ধাৰণাই ঠাই লয়, যেন চৈধ্য আখৰৰ আৰু চৈধ্য শাৰীৰ যেই সেই এটা পত্ৰই ছনেট্ হল! স্বৰূপতে ছনেটৰ কৌশলো ব্লেঙ্ক্ ভাৰ্চৰ দৰেই জটিল আৰু বিতোপন! ছনেট চৈধ্য শাৰীৰ হলেও তাত প্ৰকৃততে অষ্টক ( অক্টেভ্ ) আৰু ষষ্ঠক ( ছেষ্টেট্ ), দুটা বিশিষ্ট ভাগ আছে; অষ্টকত বা প্ৰথম আঠ শাৰীত কবিতাটিৰ ঘাই বিষয়টিৰ অৱতাৰণা কৰিব লাগিব আৰু ষষ্ঠক বা শেষৰ আঠ শাৰীত তাৰ সামৰণি পৰিব লাগিব। ইয়াৰ বাহিৰেও শাৰীবোৰৰ শেষ-আখৰ মিলোৱাৰ বেলেগ নিয়ম আছে; যেনে, পেট্ৰাৰ্কৰ গঢ়ৰ ছনেটত— ক খ খ ক ক খ খ ক ( অষ্টক ) গ ঘ ঙ গ ঘ ঙ ( ষষ্ঠক )। শ্বেক্সপীয়েৰৰ গঢ়ৰ ছনেটত প্ৰায়ে শেষৰ দুশাৰী পদ মিলিতান্ত হয়।

সুকবি হিতেশ্বৰ বৰবৰুৱাই সুৱলা ব্লেঙ্ক্ ভাৰ্চত কেইবাখনিও নতুন ধৰণৰ



কাব্য লিখি অসমীয়া সাহিত্য চহকী কৰিছে। তাৰ উপৰি তেওঁ অসমীয়া ছনেটৰো এজন সুলেখক; সম্প্ৰতি তেওঁৰ "চকুলো" নামে একুৰি চৈধ্যটি চতুৰ্দ্দশপদী কবিতাৰ এটি সংগ্ৰহ প্ৰকাশিত হৈছে। ছনেটৰ ধৰা-বন্ধা নিয়ম অনুসৰি ইয়াৰ কিমানখিনি কবিতাক ছনেট আখ্যা দিব পাৰি তাৰ আলোচনা নকৰি এই আলোচনাত তেওঁৰ কবিতাৰ ভাব মাত্ৰ অনুসৰণ কৰিম।

ইয়াৰ আগতে কবিয়ে ত্ৰিতাপক্লিষ্ট সংসাৰৰ কেইবাখনিও বিতোপন কৰুণাত্মক চিত্ৰ আঁকি আমাৰ চকুলো আকৰ্ষণ কৰি থৈছে। সেই কল্পনাৰে আঁকা চিত্ৰবোৰ এতিয়া যেতিয়া তেওঁৰ নিজ জীৱনত ফলিয়াইছে, তাৰ বিষয়ে লিখনি ধৰি যে তেওঁ আমাক তেওঁৰ শোকৰ সমভাগী কৰিব, তাত সন্দেহ নাই। তেওঁ নিজেই কৈছে—

"উন্মাদিনী" "বিৰহিণী" মহাসতী জয়মতী
গদাপাণি বিপত্নীক পত্নী-শোক দগ্ধ প্ৰাণ।
কল্পনাৰ চকু লই ইসৱে সহিতে যেই
দেখিলোঁ শোকৰ ছবি, হল সেয়ে মূৰ্ত্তিমান॥
কল্পনাৰ শোক-ছবি আজি মূৰ্ত্তিমান শোক,
সপোনত অঁকা চিত্ৰ, প্ৰতিমূৰ্ত্তি দিঠকৰ
চিতাগ্নি কল্পিত তাৰ, জ্বলন্ত চিতাৰ জুই
উজলি উঠিল আজি জীৱনত হিতেশ্বৰ।"

কবিৰ প্ৰাণ আগতে সংসাৰৰ নানা দুখত জলা-কলা হৈ আছে; তেনে সময়তে তেওঁৰ সুমলীয়া পুতেক বিপিনৰ বিয়োগত তেওঁ এইদৰে উতলা নহৈ থাকে কেনেকৈ?—

"দয়াময় নিলা সব! নজনা কালতে পিতা,
কৈশোৰত পিতামহী, শৈশৱত ভগ্নী,
ভ্ৰাতৃ-পুত্ৰ চেনেহৰ; যৌৱনত মাতৃ,
পুত্ৰ এটি, আৰু পত্নী জীৱন-সঙ্গিনী॥
কাল-অভিমুখী এই প্ৰৌঢ়া অৱস্থাত মোৰ
জীৱনৰ আশা ৰূপ নিলা পুত্ৰ হৰি
( সুমলীয়া সোণকণি ), ভৱিষ্যত আশা
নাশিলা ফুলতে প্ৰভু! আশা শূন্য কৰি॥"

আদিৰে পৰা অন্তলৈকে কাব্যখনি পুত্ৰ-শোকত অভিভূত পিতাৰ গভীৰ শোক এটাৰ এটি জীৱন্ত অভিব্যক্তি। সেই শোকক নানা পৰমাৰ্থিক বা দাৰ্শনিক যুক্তিৰে নিয়মিত সীমাৰ ভিতৰত ৰাখিবলৈ চেষ্টা কৰিছে; আৰু এই দুই ভাৱৰ সমাবেশতে প্ৰকৃত কাব্যৰ অভিনৱ সুৰ বাজি উঠিছে! বৰবৰুৱাই যদি অকল পৰমাৰ্থিক যুক্তি লৈ আত্মাৰ অবিনশ্বৰত্বকে মাথোন মানি থাকিলহেতেন—

"বাসাংসি জীৰ্ণানি যথা বিহায় নৱানি গৃহ্লাতি নৰো'পৰাণি।
তথা শৰীৰাণি বিহায় জীৰ্ণা ন্যন্যানি সংযাতি নৱানি দেহী।" —গীতা

যদি এই ভাব তেওঁৰ মনত থকা সত্ত্বেও মানসিক দুৰ্বলতাই এইদৰে তেওঁৰ মনত খেল নকৰিলেহেতেন; তেনেহলে সেই সময়ত তেওঁৰ কাপৰ পৰা এই "চকুলো" কাব্য নোলাই, জীৱন-মৰণ আদি-অন্তৰ কাহিনী লৈ লিখা কিবা এখন "অকাব্য" দাৰ্শনিক পুথিহে ওলাব পাৰিলেহেতেন। কুৰুক্ষেত্ৰৰ যুদ্ধত যদি গাণ্ডীৱধাৰী অৰ্জ্জুনৰ মনলৈ সেই হৃদয়-দৌৰ্বল্য নাহিলহেতেন, তেওঁ যদি তাৰ বাবে এই প্ৰশ্ন নকৰিলেহেতেন—

"কিংনো ৰাজ্যেন গোৱিন্দ! কিং ভোগৈৰ্জীৱিতেন বা।
যেষামৰ্থে কাঙ্ক্ষিতং নো ৰাজ্যং ভোগাঃ সুখানি চ॥
ত ইমে'ৱস্থিতা যুদ্ধে প্ৰাণাংস্ত্যক্ত্বা ধনানি চ।
আচাৰ্য্যাঃ পিতৰঃ পুত্ৰাস্তথৈৱ চ পিতামহাঃ॥
মাতুলাঃ শ্বশুৰাঃ পৌত্ৰাঃ শ্যালাঃ সম্বন্ধিনস্তথা।
এতান্ন হন্তুমিচ্ছামি ঘ্নতো'পি মধুসূদন।
অপি ত্ৰৈলোক্য ৰাজ্যস্য হেতোঃ কিংনু মহীকৃতে॥
নিহত্য ধাৰ্ত্তৰাষ্ট্ৰান্নঃকা প্ৰীতিঃ স্যাজ্জনাৰ্দ্দন।"

তেন্তে কৃষ্ণৰ হৃদয়-স্বৰূপ গীতাৰ প্ৰকাশ হলহেতেন কেনেকৈ? কৰ্চন চৰাই-হালিৰ এটিক বধ কৰি নিষাদে বাল্মীকিৰ কৰুণা-বিগলিত হৃদয়ৰ সেই অভিশাপ আৰ্জিয়েইহে জগতৰ আদি শ্লোক-ছন্দৰ জনম দিছিল—

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীসমাঃ!
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধিঃ কামমোহিতম্॥"



আৰু সেয়েই এই মহাসত্য প্ৰমাণ কৰিছিল যে কৰুণ ৰসেই জগতৰ আৰু জীৱনৰ ঘাই ৰস। কবি এতিয়া জীৱনৰ প্ৰৌঢ় বয়সত। সংসাৰৰ নানা শোক-তাপত তেওঁৰ অন্তৰ আগতে জৰ্জ্জৰিত, এই অৱস্থাত তেওঁৰ পুত্ৰ-বিয়োগত অন্তঃস্থল ভেদি যি চকু-পানী ওলাইছে, সি তেওঁৰ কল্পনাত নানা ৰূপ ধাৰণ কৰাতেই তেওঁৰ কবিত্বৰ প্ৰথম উহ ফুটি উঠিছে।—

"চকুলো অঞ্জন মোৰ অমৰাৰ মনলোভা। .....
ই অঞ্জন পিন্ধি মই আজীৱন চাম ৰই
জীৱনৰ সন্ধ্যাবেলা পৰাণৰ অন্তৰ্দ্ধান॥"
"ই বিষাদ মহাভস্ম ধুৰ্জ্জতীৰ আভৰণ;
ই ভস্ম সৰ্বাঙ্গে সানি আজীৱন ৰম মই
বাট চাই জীৱনৰ সান্ধ্য-ৰশ্মি সমাগম॥"
"শোক-বিষাদৰ ৰেখা বিন্দু-দত্ত নিৰমালি,
পূজাৰ অন্তৰ ইটো অতি স্নিগ্ধ শান্তিজল;
ভক্তিৰ ই জল মই সৰ্বাঙ্গত ল'ম ঘঁহি,
প্ৰাণে পাব চিৰশান্তি সুবিমল সুনিৰ্মল।"

পোনৰ ছয়টি কবিতাত এইদৰে বিৱৰি গৈ সপ্তম কবিতাত পৰমাৰ্থিকভাৱে খেপিয়াই চাই কবিয়ে দেখিছে—

"ধন-জন পুত্ৰ-ভাৰ্য্যা সকলো তোমাৰ দান,
দিওঁতা নিওঁতা তুমি, তুমি কৰ্ত্তা, তুমি কাম!"
"সোণটি যে প্ৰভু মোৰ তেজুৱা পথিক মাথোঁ,
পৰিশ্ৰান্ত জীৱ এটি সংসাৰ-পথত;
খন্তেক বিশ্ৰাম হেতু আহিছিল সংসাৰত,
লভি সি বিশ্ৰাম গল আপোন গৃহত।"

কিন্তু এই পৰমাৰ্থিক জ্ঞানে মানৱ-হৃদয়ৰ দুৰ্বলতা সৰহ কাল ঢাকি ৰাখিব পৰা নাই; তেওঁৰ মনত আকৌ সেই কবিত্বপূৰ্ণ সন্দেহ আৰম্ভ হল—

"কিন্তু যেই স্মৃতিফেৰি ৰাখি গল যি পথিকে
মোৰ হৃদয়ত আঁকি, সি মচিলে নাযায়।

কৰোঁতে তোমাৰ প্ৰভু, উপাসনা হৃদয়ত
দেখোঁ সেই চিত্ৰ পুনু সেই মূৰ্ত্তি বাৰে বাৰ
উৰ্দ্ধমুখে ; মুখ তুলি চাওঁ আকাশৰ ফালে
তাতো সেই স্মৃতি-ৰেখা, তাতো সেই একে ছবি,
কি এক তুলিৰে আঁকা, অপূৰ্ব্ব ৰহন সনা
কি এক অপূৰ্ব্ব ৰূপ, যেন প্ৰভাতৰ ৰবি !”

এইদৰে চাওঁতে চাওঁতে সৃষ্টিৰ আক এক বৈষম্য তেওঁৰ চকুত পৰিল—

“সি যে পৰাণৰ সোণ, তাৰে এক প্ৰাণ মোৰ ;
সি কান্দিলে কান্দো, হাঁহোঁ হাঁহি দেখি সি মুখত,
সংসাৰত তাৰ সুখে জন্মিছিল মোৰো সুখ,
আজি সি স্বৰ্গৰ জীৱ আছে সুখে স্বৰগত ;
কিয় জন্মে শোক তাত ? ইনো কি বিষম ভাব ?”

তাৰ পাছত আকৌ আন এটি সন্দেহ তেওঁৰ মনত উপস্থিত হল—

“মৃত্যুতেই শেষ যদি কি মন্ত্ৰেৰে যাদু কৰি
সোঁৱৰণি মনে মনে ধৰি আনে পুনু তাক ?”
“কিয় তেনে সন্ধ্যা হলে
তাৰ সহপাঠীসৱ আহে যেৱে ঘৰলৈ,
তাৰ মূৰ্ত্তি দেখোঁ তাত, তাৰ সহপাঠী স'তে
হাঁহা-মতা কথা-কোৱা পাঠাভ্যাস কৰা মই ?
মহী তাৰ, পুথি তাৰ, দেখিলে তাৰ বসন
কিয় তাক দেখোঁ প্ৰভু, তাৰ মূৰ্ত্তি মনোহৰ ?”

শেষত ষোড়শ কবিতাটিত আকৌ কলে—

“ইটো প্ৰভু পুণ্য-শ্লোক, তোমাৰ পূজাৰ মন্ত্ৰ
হৃদয়-তন্ত্ৰীত উঠা ঐক্যতান আবেগৰ।”
“ই ক্ৰন্দন ধ্বনি মোৰ আজি সেই বেদধ্বনি,
হিয়াখনি কৰি বেদী অৰ্ঘ্য দিম চকু-পানী।”

আকৌ ঘূৰি তেওঁ আত্মাৰ অবিনশ্বৰত্ব আৰু পৰিভ্ৰমণ আদি দাৰ্শনিক তথ্য ঘাটি চাই আশঙ্কা কৰিছে, এইদৰে শোক কৰা জানোবা ভুলেই হৈছে !—



“নতুবা সি পৰিশ্ৰান্ত হইছে নিদ্ৰিত ;
মহা নিদ্ৰা লভিবা আজি, লইছে বিশ্ৰাম ;
বিশ্ৰাম অন্তত পুনু উঠিব আকউ,
নতুন সাজেৰে লভি নতুন পৰাণ।”

এইখিনিত ভাবৰ অগা-পিছা, পুনৰুক্তি আদি বেমেজালি লগা যেন কিবা বিষয় যদি আছে, তেন্তে তাতো পুত্ৰ-শোকত উতলা পিতৃৰ স্বাভাৱিকতাই ফুটি ওলাইছে।

অতি চেনেহৰ পুতেক সিপুৰীত থাকিবলৈ কবিয়ে যি নন্দন ৰাজ্যৰ সৃষ্টি কৰিছে, সি অতীব প্ৰশংসনীয়। এই কবিৰে ''প্ৰাণৰ জিতেন” নামৰ কবিতাটি অসমীয়া কাব্য-আকাশৰ এটি ধুনীয়া তৰা। সেই জিতেনৰে অনুজ বিপিন যি ঠাইলৈ গৈছে তাত কেৱল চিৰসুখ চিৰশান্তি বিৰাজ কৰিছে !—

‘উন্মুক্ত দুৱাৰ তাত কুবেৰৰ ভাণ্ডাৰৰ,
অন্নপূৰ্ণা ৰান্ধে নিজে মিষ্ট পৰমান্ন,
শান্তিৰূপা স্নিগ্ধ জল মা-সৰ্বমঙ্গলা ঢালে,
নিজে কৰে কামধেনু তাত দুগ্ধ দান।.....
মৰতৰ যত দুখ নাই তাত, নাই, নাই,
নাই তাত, ৰোগ-শোক ছাঁয়া বিষাদৰ ;
নিতউ বসন্ত তাত কুলি কু-উ কু-উ গায়,
নন্দন বনত বহি অমৰাপুৰৰ॥”

পুতেকৰ মাহেকীয়াৰ দিনা ব্ৰাহ্মণ-দৰিদ্ৰ আদিক বস্ত্ৰ-ধন আদি দান দিয়াক হৈ তেওঁ কৈছে—

“মই অতি ক্ষুদ্ৰ কবি, কবিতাই ধন মোৰ,
তাৰে গাঁথি এই মালা, তাকে দিম দান।
পুত্ৰ-শোক-সন্তপ্তক, শোকাতুৰ জনকক,
চকু-লোৰ মালা কৰি সাদৰে আখ্যানি॥
যদি কোনো আছাঁ আহাঁ, আহাঁ পুত্ৰ-শোকাতুৰ পিতা,
লোৱাঁ এই মালাধাৰি চকুৰ পানীৰে গঁথা !”

এইখিনিতে কাব্যৰ কথা প্ৰায় ওৰ পৰিছে আৰু আত্মীয় পৰিয়ালৰ মাজেদি এই বিষাদৰ প্ৰবাহ বোৱাই কাব্যৰ সামৰণি মাৰিছে—

"যদি কোনো আছাঁ, আহাঁ ভ্ৰাতৃ-শোক-দগ্ধ প্ৰাণ,
নলিনৰ দৰে ভ্ৰাতৃ! যদি অকালত
তোমালোকক কন্দুৱাই গৈছে স্নেহৰ ভাই
( মোৰ বিপিনৰ দৰে ) অনন্ত ধামত।
সংসাৰত দুটি ভাই, আগে-পাছে আৰু নাই,
এটিক অকল কৰি গইছে পলাই;
সংসাৰৰ মায়া এৰি চেনেহৰ ডোল ছিঙি
দগ্ধ কৰি ভ্ৰাতৃ-হিয়া শোকাগ্নি জ্বলাই॥"
"আৰু যদি আছা কোনো স্নেহময়ী ভগ্নী কাৰো
সহোদৰা সুকোমলা ভ্ৰাতৃ-গত প্ৰাণা;
ভগ্নী-স্নেহ ডোল ছিঙি হিয়াত কুঠাৰ মাৰি,
গইছে কাৰোবা ভ্ৰাতৃ প্ৰাণে প্ৰাণে গঁথা॥
ফুলেৰে বন্ধোৱা হিয়া কোমল ভগ্নীৰ প্ৰাণ,
ভ্ৰাতৃ-শোক জুয়ে যদি দহে হিয়াখনি,
মৰতৰ দেৱকন্যা! যদি তোমাসাৰ কাৰো
আছে সেই শোক, তেনে হিয়াত শোকাগ্নি
লোৱাঁ, এই মালাধাৰি সন্তপ্তৰ শোক-অশ্ৰু
ভগ্নী হুমুনিয়া-সূতে গঁথা শোক-হাৰ:
হিৰণৰ কিৰণৰ ডিঙিত সাৰটি ধৰি
টোকাঁ আজি তোমাসায়ো চকুলোৰ ধাৰ॥"

মুঠতে "চকুলো" অসমীয়া সাহিত্যৰ ভৰালৰ এটি অভিনৱ সম্পদ; লেখকৰো কাব্যসমূহৰ ভিতৰত ইয়াত তেওঁৰ আপোনাৰ সুৰ অনেক গুণে সুমধুৰ সুমঙ্গল হৈ বাজি উঠিছে।

'বাঁহী' ১৩শ বছৰ, ১১শ সংখ্যা; ফাগুন, ১৮৪৫ শক।

---

# "গল্পাঞ্জলি" সাধু—শৰৎচন্দ্ৰ

চুটি সাধুৰ দৰে কোনো কলা-বিদ্যাৰ এনে দীঘল ৰসাল বিতোপন বুৰঞ্জী আছে নে, সন্দেহৰ কথা। মানুহ-জীৱনৰ কাৰু-কাৰ্য্যৰ ই এক লাগতিয়াল সজুলি, শ্ৰেষ্ঠতম আধ্যাত্মিক গ্ৰন্থৰ ঘাই বাহন। সৰহ নহলেও বুদ্ধদেৱৰ কালৰ পৰা ই মহাপুৰুষসকলৰ ধৰ্ম্ম-সংস্কাৰৰ চোকা অস্ত্ৰৰূপে চলি আহিছে। কালিদাস শেক্সপীয়েৰৰ কাব্য-নাটকৰ অনুপ্ৰেৰণাৰ উহ এই চুটি সাধুৱেই। জীৱনৰ দৰেই ই চিৰন্তন; যুগৰ সলনিৰ লগত ইয়াৰ গঢ়ৰ সলনি হব পাৰে, কিন্তু ই লোপ নাপায়।

চুটি সাধুৰ উৰহি গছৰ ওৰটো বিচাৰিবলৈ গলে, সেই বন-মানুহে হাবিৰ পৰা ওলাই ইটোৱে সিটোৱে মেল পতাৰ পৰাই ধৰিব লাগিব পাৰে; পিছে আমি সিমান উজাই যাব নোৱাৰোঁ। দক্ষিণ আফ্ৰিকাৰ মৰুভূমি মহাদেশৰ চ'ত-ফুৰা জোপা-তলীয়া আৰু অষ্ট্ৰেলিয়াৰ হাবি-তলীয়া ক'লা মানুহে কোৱা সাধু-বোৰত আমি চুটি সাধু-কথাৰ আদিম গঢ়ৰ কাষ সহজে চাপিব পাৰোঁহক: সি আৰু তেতিয়া উপলুঙা কৰিবৰ কথা হৈ থকা নাছিল; সেই অন সভ্য যুগৰ মানুহে যি ওখ কল্পনা-লোকত উশাহ লৈছিল, তাক দেখি আজিৰ মানুহ বিচুৰ্ত্তি হোৱা আচৰিত নহয়।

আজিৰ ভালেখিনি অপ্সৰাৰ সাধু সেই শিলা যুগৰ পৰা চলি অহাও হব পাৰে; আৰু আজি তেনেকুৱা যিবোৰ সাধু আমাৰ লৰা-ছোৱালী ওম-লোৱাৰ উপায় মাথোন, দুহাজাৰ বছৰৰ আগতে হয়বা সেইবোৰ আমাৰ অন-সভ্য পূৰ্ব্বপুৰুষসকলৰ গহীন ধৰ্ম্মবিশ্বাস আছিল। সেইদৰে, উপকথাৰ কথা-কোৱা জীৱ-জন্তুবোৰ আমাৰ পূৰ্ব্ব-পুৰুষসকলৰ হাস্যময় ইষ্ট-দেৱতাৰ নিৰ্দ্দোষ প্ৰেতাত্মাও হব পাৰে। অন-সভ্য আৰু শিশু-কল্পনাৰ শক্তি আৰু গুণ প্ৰায় সমান আৰু একে; দুয়ো এনে অভিনৱ ভাৱ-জগতত উটি ফুৰে যে তাত অতি বনৰীয়া ইচ্ছাটোও ধৰা পৰা একো অদ্ভুত কথা নহয়, আৰু অতি অসম্ভৱ কল্পনা এটায়ো সাধু-কুশলীৰ পৰা তেজ-মঙহ লৈ সত্যৰ মুখা পিন্ধি ওলাব পাৰে; সেই বাবেই এই সাধুবোৰ লৰা-ছোৱালীৰ কাৰণে ইমান আনন্দ-দায়ক। জীৱনৰ আৰু জাতিৰ শৈশৱ অৱস্থা একেই।

হ'মাৰ বা আন তেনে কবি ওলোৱাৰ আগতে খৃষ্টপূৰ্ব্ব প্ৰায় চাৰি হাজাৰ বছৰৰ আগৰে পৰা ইজিপ্ট্ আদি ঠাইত এনে সাধু-কওঁতা ওলাইছিল। খৃষ্টপূৰ্ব্ব ষষ্ঠ শতিকা বুদ্ধদেৱৰ কাল; ৰসাল সাধুৰ সহায়েৰে তেওঁ তেওঁৰ ধৰ্ম্ম-উপদেশবোৰ জন-সাধাৰণৰ মনত সুমুৱাই দিছিল, আৰু তেওঁৰ শিষ্যসকলেও ধৰ্ম্ম-প্ৰচাৰৰ এই বাটকে ধৰিছিল। উত্তৰ ভাৰতৰ প্ৰায়বোৰ সাধুকে বৌদ্ধসকলে ব্যৱহাৰ কৰিছিল আৰু বুদ্ধদেৱৰ তিৰোভাৱৰ পাছত প্ৰায় ৫৫০টা এনে সাধু গোটাইছিল। এই সাধুবোৰেই ভাৰতবৰ্ষৰ পৰা পাৰস্যলৈ আৰু ছিৰিয়াৰ পৰা গ্ৰীচলৈ বিয়পি পৰিছিল। খৃষ্টীয় চৈধ্য শতিকাত প্লেনুড্ছ্ নামে এজন গ্ৰীক ভিক্ষুৱে এই সাধুবোৰকে নি ঈছপে কোৱা বুলি ইউৰ'পত প্ৰচাৰ কৰেগৈ। গতিকে বৌদ্ধসকলৰ এনে কিছুমান চুটি আৰু পাতল জন্তু-সাধুৱেই 'ঈছপৰ সাধু' বুলি ছদ্মৰূপত প্ৰকাশিত হৈছে।

'সিংহৰ ছাল পিন্ধা গাধ'ৰ নিচিনা সাধুৰ পৰাই মূল সাধুৰ উৎকৃষ্টতা সহজে ধৰিব পাৰি। বৌদ্ধসকলে কোৱা মতে সাধুটো হিন্দুৰ গাঁৱলীয়া জীৱনৰ এটি এধানমানি অথচ জ্বলন্ত পট; তাত অসম্ভৱৰ ছাঁ অকণো নপৰে। "কথকী কাছ"ৰ দৰে চৰাই-পশুৱে কথা কোৱা সাধুবোৰতো ঘটনাৰ স্বাভাৱিকতা আৰু যুক্তি-যুক্ততা আছে; কিয়নো বুদ্ধদেৱৰ মূল ধৰ্ম্ম-মতৰ লগত সেইবোৰৰ সম্পৰ্ক আছে। বৌদ্ধ ধৰ্ম্মই কৰ্ম্ম-ফল আৰু জন্মান্তৰ-বাদ মানে আৰু কৰ্ম্মৰ নিকৃষ্টতা বা উৎকৃষ্টতা অনুসৰি জীৱই পশু-পক্ষী বা নৰ-যোনীত জনম পায় বুলি ভাবে। বহুতৰ মতে, বৌদ্ধ ধৰ্ম্মৰ মূল ৫৫০টা সাধুৱে বুদ্ধদেৱৰ ৫৫০ বা ততোধিক জন্মৰ পক্ষী, পশু আৰু মানুহ জন্মৰ ভিন্ ভিন্ অভিজ্ঞতাকে বিৱৰিছে; এই বাবেই সেইবোৰৰ নাম "জাতক" বা জন্ম-সাধু। 'বুদ্ধৰ বিচাৰ' সাধুটোৰ লগত 'ছলমনৰ বিচাৰ' সাধুটোৰ মিল ইমান অধিক যে বেবিলনৰ দাসত্বৰ অৱস্থাত হিন্দুৱে সেই হিব্ৰু গ্ৰন্থ পাইছিল বুলি বহুত পণ্ডিতে এতিয়াও বাদ কৰে।

খৃষ্টপূৰ্ব্ব প্ৰায় ৪৪০ সনত "জাতক"ৰ সাধুবোৰ লিখিত অৱস্থালৈ অনা হয়। হিন্দু ধৰ্ম্মৰ পুনৰুত্থানৰ লগত হিন্দুৱে ইয়াৰ ভালবো ভাল সাধুবোৰ আনি পঞ্চতন্ত্ৰ নামে গ্ৰন্থ উলিয়ায়। খৃষ্টপূৰ্ব্ব দুশ বছৰৰ 'বামুণ আৰু পিঠাগুড়ি'ৰ নিচিনা মানৱ-চৰিত্ৰ অধ্যয়নৰ ৰহস্যপূৰ্ণ সাধু তাৰ ভিতৰতে সোমায়; দেখা-দেখিকৈয়ে বামুণৰ অতি-লোভ আৰু আপোন-পেটীয়া স্বভাৱক বিদ্ৰূপ কৰা



এই সাধুটোৱেও "পঞ্চতন্ত্ৰ'ত ঠাই পাবৰ কাৰণ হয়বা এয়ে, সংগ্ৰাহকে তাৰ হাস্যৰসখিনি এৰি দিবলৈ টান পালে। ৰজাৰ লৰাক ৰাজকীয় বিষয়ে উপদেশ দিবলৈ যুগুত কৰা "হিতোপদেশ" গ্ৰন্থৰ মূলো সেই বৌদ্ধ 'জাতক' গ্ৰন্থই।

সি যি হওক, সকলো জাতিৰে নিজ নিজ জাতীয় সাধু-কথা আছে। কিন্তু বৰ্ত্তমান আমি চুটি-সাধু বুলিলে যি বুজোঁ সি আধুনিক গঢ়ৰ; বৰ্ত্তমান কৰ্ম্মময় জীৱনৰ একোটি বিশেষ ক্ষণৰ একোটি যেন স্নেপ্-শ্বট্। ই "দেৱতাৰ উৎপত্তি" নকয়, 'মানুহৰ উৎপত্তি' হে ইয়াৰ লক্ষ্য। আধুনিক চুটি-সাধু আঠৈ শ তিনি শ শব্দৰ এটা কাহিনীও হব পাৰে, নাইবা দহ-বাৰ হাজাৰ শব্দৰ এখন গ্ৰন্থও হব পাৰে; সেইদৰে লেখকৰ লেখত ই কোনো চৰিত্ৰৰ এটি সামান্য আভাস মাথোন হব পাৰে, বা এটি ঘটনাৰ আলম লৈ আঁকা জীৱনৰ এখনি উৎকৃষ্ট চিত্ৰ-পটো হব পাৰে। মূল কথা, ই কল্পনাৰ এখনি নিখুত চিত্ৰ হব লাগিব, আৰু অতি তাকৰ নায়ক-নায়িকা আৰু সামান্য ঘটনাৰ সহায়েৰে তাৰ ফল দিব লাগিব। ইয়াত উপন্যাসৰ ব্যাপকতা, তাৰ বহল পৰিধি একোৱেই নাই: উপন্যাসৰ দীঘ-বানী বওঁতে সেৰেঙা থাকি গলে আন মন্তব্যেৰে পূৰাই নিবৰ যি সুবিধা আছে, চুটি-সাধুত সিও নাই। মুঠতে চুটিসাধুৰ কলা উপন্যাসৰ কলাতকৈ স্বকীয়া আৰু হয়বা কঠিনো, আৰু বৰ্ত্তমান গঢ়ত উপন্যাসতকৈও আধুনিক ই ইউৰপীয় আমদানি।

বৰ্ত্তমান অসমীয়া সাহিত্যক আধুনিকতাৰ এই নতুন নিৰ্ম্মালি আনি দি যিসকলে নিজক ধন্য কৰিছে, শৰৎচন্দ্ৰ গোস্বামী সেইসকলৰ ভিতৰৰ এজন আগ-বণুৱা, আৰু "গল্পাঞ্জলি" তেওঁতেৰ দানসমূহৰ ভিতৰত প্ৰথম। বিদেশী কলা এটাৰ মৰ্যাদা অসমীয়া সাহিত্যত কিদৰে ৰক্ষিত হৈছে, তাকেই বিচাৰ কৰি তাৰ পৰাই এই বিষয়ত লেখকৰ কৃতিত্ব অনুমান কৰিব লাগিব। পুথিখনি সৰু; ইয়াৰ এঘাৰটি চুটি-সাধুৰ ভিতৰত লেখকে আধুনিক অসমীয়া জীৱনৰ যিকেখনি চিত্ৰ আঁকিবৰ চেষ্টা কৰিছে, সেইবোৰ সাধাৰণতে কিমান নিখুত হৈছে তাকেই পোনতে চাব লগীয়া! নকলেও হব, চুটি-সাধুৰ গুণ বিচাৰিব লাগিব তাৰ ভাষাৰ হ্ৰস্বতাত, যেন "হুমুনিয়া" একোটিয়ে অসাধ্য সাধিব, সাতকাণ্ড ৰামায়ণ কয়।" তাৰ গুণ বিচাৰিব লাগিব লেখকৰ পৰ্য্যবেক্ষণত, চৰিত্ৰ-বিশ্লেষণত, আৰু বিচাৰিব লাগিব সৌন্দৰ্য্য-বোধ আৰু বহল মানৱী সহানুভূতিত; কিয়নো ই সাহিত্যৰ এটি বিশেষ অঙ্গ।

হ্রস্বতাত মধুৰতা আছে নিশ্চয়; সেইহে ডাক্তৰৰ ছোৱালী সুপ্ৰভা আৰু কাছাৰীৰ বৰ মহৰীৰ লৰা হৰমোহনক মাক-বাপেকে সুভা আৰু হেমো বুলি মাতি সোৱাদ পায়; যেন চুটি কৰিলে নামৰ সোৱাদটো আৰু ঘনীভূত হয়! কিন্তু 'সুভা' বা হেমোৰ মূলগত অৰ্থ কি বুলি যদি কোনো অৰসিক বৈয়াকৰণে সোধে তাৰ উত্তৰ দিলে দিব পাৰিব "মাক-বাপেকৰ আদৰে মাথোন।" সি যি হওক বাল্য কালৰ বিদায়ৰ লগে লগে এফালে সুভাই যেনেকৈ "কাপোৰ-বোৱা ভাত-ৰন্ধা আদি বনবিলাক মাকৰ কাষত বহি বহি শিকিবলৈ ধৰিলে", আনফালে হেমোৱেও ভাল "সাজ-পাৰ পিন্ধি আলি-বাটেদি ফুৰা আৰু চুৰত হোঁপাত মন দিলে।" এই গতিত খোজ লৈ হেমো যিদিনা প্ৰবেশিকা পৰীক্ষাৰ জপনাত লাগি ৰোৱাৰ বাতৰি ওলাল, তাৰ তিন দিনৰ মূৰত ডাক্তৰ আন ঠাইলৈ যাব লগা হলত হেমোৱে সুভাইতক জাহাজত তুলি দিলেগৈ। জাহাজ এৰি দিলে। হেমোৱে ঘাটত ঠিয় হৈ জাহাজখনৰ ফালে চাইছিল। সকলোৱে চায়।" কিন্তু সেইদিনা হেমোক জাহাজ-ঘাটৰ পৰা উভতি আহোঁতে যেনে "বিমন" দেখা গৈছিল, সকলোকে হয়বা তেনে দেখা নাযায়। সি যিহওক, বুঢ়া বৰুৱা ডাঙৰীয়াই বাটত হেমোক লগ পাই "ফেল হলে, বোপা, ইমান দুখ কৰিব পায় নে? এইবাৰ ভালকৈ পঢ়, পাচ হবি।" বুলি যি শান্তনা দিলে, সি হেমোৰ "বিমন" অৱস্থা গুচোৱাত কি গুণ দিলে তাক অকল হেমোৱেহে জানিছিল।

তাৰ পাছত বহুত দিন গল। হেমোৱে শেহত খঁহি-পিহি বি-এত উত্তীৰ্ণ হৈ জীৱনৰ মহৎ উদ্দেশ্য সাধিলে আৰু মাটি-হাকিমৰ বিষয় খাই জীৱনটো ধন্য কৰিলে। ডাক্তৰ আৰু সুভাইত তাৰ পিছত কোন কলৈ গল, তাৰ ভু কোনেও নধা নাই, আন নালাগে হেমোৱেও। হেমো এতিয়া বোল কলায় "হা-কিম্"! সৰু মানুহৰ তেওঁ পধুলিটো ভৰি নিদিয়ে। তথাপি কোনে জানে কিয় এখন বাগিচাৰ ২০।২৲ টকীয়া কেৰাণী এজনৰ লগত কেনেকৈ ক্ৰমে এই হাকিমৰ ঘনিষ্ঠতা বাঢ়িল; সৰহ কি, এদিন তেওঁ কেৰাণীজনৰ ঘৰত খাই-মেলি ৰাতিও কটালে। কিন্তু পিছদিনা পুৱা আলহী যোৱাৰ পিছত কেৰাণী আৰু ঘৈণীয়েকৰ ভিতৰত যি কথা-বাৰ্ত্তা হৈছিল, তাৰ সাৰাংশ হল ঘৈণীয়েকে খৰচৰ অজু হাত দেখুৱাই হাকিমক তেওঁলোকৰ ঘৰলৈ আহিবলৈ মানা কৰিবলৈ কলে।—



"ঘৈণীয়েক: তেওঁ বেয়া বোলাটো বাৰু থৈ দিয়ক। কওকচোন আপুনি কব নে নকয়? মোৰে শপত কব।" শেহৰ কথা আষাৰ যেন কান্দোনৰ সুৰত বাজি আহিল, আৰু তেওঁ একেচাৰে উঠি গৈ ঘৰৰ পিৰালিত ফেকুৰিবলৈ ধৰিলে। কেৰাণীয়ে "ও আই, এইটোও কিবা দায়-লগা কথা হল নে? আহাঁ, সুভা! আহাঁ। ক'ম বাৰু, তুমি নাকান্দিবা।" এই বুলি ঘৈণীয়েকৰ হাতত ধৰি ভিতৰলৈ লৈ আহিল।"

ইয়াত চুটিসাধু-লেখকৰ পৰ্য্যবেক্ষণ, চৰিত্ৰ অধ্যয়ন, সুৰুচি আৰু উদাৰ সহানুভূতি সকলো গুণ আৱশ্যকীয়মতে ফুটি ওলাইছে। কাব্যৰ চতুৰ্দ্দশপদীৰ দৰে চুটিসাধুৱেও নিৰ্দ্দিষ্ট সীমাৰ ভিতৰত থাকি সীমাৰ ওপৰেদি কিদৰে ভাবৰ ঢৌ ওফন্দাই ওপচাই পঠিয়াব পাৰে, এই সাধুটিত তাৰ আভাস পাব পাৰি।

"ঘুনুচা"ৰ চিত্ৰও সেইদৰে এটি স্কেপ্‌খট্। তাত অকল অভাগিনী ঘুনুচা আৰু তাইৰ দুৰ্ভগীয়া পো মণিৰামেই জিলিকা নাই; তাত আৰু জিলিকিছে "খাব-নোপোৱা মানুহৰ নিচিনা ঘৰটিৰ চালৰ কামিবোৰ; সমাজে গাৰ বলেৰে পতা "ব্যভিচাৰিণী" ঘুনুচাক দেখি প্ৰথমতে ৰাম-বিষ্ণু স্মৰণ কৰিলেও পাছত তাইৰ হাতৰ পৰা কাৰাবাৰ পৰা মাগি-খুজি নিয়া টকা এটি "স্বস্তি" বুলি গ্ৰহণ কৰিবলৈ পাই "বাৰিষাৰ বৰষুণৰ নিচিনা আশীৰ্ব্বাদৰ অজস্ৰ ধাৰ পেলাই প্ৰস্থান" কৰা "গুৰুদেৱ"! "এতিয়া ঘুনুচা নাই, মণিৰামো নাই; ঘুনুচা বা মণিৰামৰ কোনো আত্মীয় জনো নাই। কিন্তু নৈৰ পাৰৰ সেই ঠাইখিনিত এজনী পাগলী বহি বহি মাটিৰ দেৱতা বামুণ গঢ়ি তাৰ ওপৰত নানাপ্ৰকাৰ অত্যাচাৰ কৰা বহু বাটকৰাই দেখিছে; আৰু মাজে মাজে নৈৰ নিস্তব্ধতা ভেদ কৰি কান্দোনৰ কাতৰ স্বৰ আকাশ ছানি উঠাও বহুতে শুনিছে।" অকল বহুত বাটকৰাই নহয়, বহুত পাঠকেও নিশ্চয় এতিয়া তেনে দৃশ্য নেদেখি আৰু তেনে স্বৰ নুশুনি নাথাকিব।

"নৈৰ দাঁতিত" আমি আৰু তেনে এটি পোহৰ-চিত্ৰ দেখিবলৈ পাওঁ "ঘৰটিৰ চালৰ লগত খেৰৰ মনোবাদ" হোৱা, "ভাত ৰন্ধা আথাৰ পৰা পানী মিহলি হৈ ঘৰৰ ভিতৰতে নতুন প্ৰয়াগ সৃষ্টি" কৰা আন এজনী দুৰ্ভগীয়া তিকতা মালতীৰ পজাত। তেতিয়া বৰষুণ এৰিছিল মাথোন; "কান্দনৰ পাছত লৰাৰ মুখৰ হাঁহিৰ নিচিনা, সূৰ্য্যৰ কিৰণে গছৰ আগ জিকমিকাই দিলে"; "কেইটামান টিনৰ ঘৰে বগা মুখ কেইখন উলিয়াই ওচৰৰ গছ-

বোৰক খিজিলিয়াইছে।" যেন সিহঁতে সচাকৈয়ে মালতীৰ ভাগ্য-বিপৰ্য্যয়কে বিদ্ৰূপ কৰিছে।

সেই একে জাতৰে আন এটি দুৰ্ভগীয়া "মালতী"-ফুল দেখা পাওঁ "অদৃষ্ট"ৰ কাঠ-হাঁহিত। জ্ঞাতি-কুটুম, ভাই-ককাইৰ পৰামৰ্শমতে সাত কুৰি টকাত টেপু বাপুৰ বন্ধা সোমাই এশ টকা আনিছিল আৰু তাকেই খৰচ কৰি ঘাট-মাউৰী মালতীৰ লগত বিয়াখন পাতিছিল। আগৰ ধনীৰ লৰা ধনীৰাম স্বভাৱতে সুখীয়া হলেও আজি সি বামুণৰ বন্ধা; "পুৱাৰে পৰা ৰাতি দেৰ পৰলৈ ধনীৰামে একে গাঁৱতে থাকিও ঘৰক এবাৰ আহিবৰ, নাইবা নতুনকৈ বিয়া কৰাই অনা ছোৱালীজনীৰে সৈতে এবাৰ সুখ-দুখৰ কথা পাতিবৰ সময় নাপাইছিল।" তথাপি কথা একেটাই। "হাল লৈ যোৱাত পলম হল, খালে বামুণ-খোৱাই; পথাৰৰ পৰা অহা সোনকাল হল, মোহিনীয়েক বাঁৰী-হোৱাই বাৰীত বহি থাকিল।" আৰু কত কি সুমিষ্ট সম্ভাষণ! তেও "ধনীৰামে কাকো এক আষাৰ কথা নকয়; নিজ মনে কাম কৰে আৰু খোৱাই-খোৱাই পেটত এমুঠি পেলাই বামুণ-বামুণনী শুলে নিশা ঘৰক যায়।"

গুটীয়াভাৱে লেখক নিজে চিৰসৌভাগ্যৰ কোলাত লালিত-পালিত; "মালতী" বা "বামুণৰ বন্ধাতকৈ" তাৰ বিপৰীত পক্ষৰ লগত হে তেওঁৰ সম্বন্ধ স্বাভাৱিক; কিন্তু প্ৰকৃত সাহিত্যিক স্বৰূপে তেওঁ হীন স্বাৰ্থপৰতাতকৈ বিৰাট মানৱীয় সহানুভূতিৰ "বন্ধা" হবলৈহে বাধ্য; কিয়নো যুগে যুগে সাহিত্যৰ মনস্বীসকলৰ বাণী এক, আৰু সেয়ে হৈছে মানৱীকৰণ আৰু সাম্যবাদ। অমৰ ফৰাছী ঔপন্যাসিক ভিক্টৰ হিউগৰ 'দীন-দুখী', ৰাছিয়াৰ মেক্সিম গৰ্কীৰ 'মাতৃ' আদি অমৰ গ্ৰন্থ তাৰে যুগমীয়া জ্বলন্ত উদাহৰণ।

"পশুপতিৰ বিয়া" আদি গল্পও সেই শাৰীৰে। "সন্যাসিনী"ত তিক্ততাৰ প্ৰাণৰ কথা ফুটি ওলাইছে। "দেখা-দেখি", গল্পটিতে সেইদৰে আমাৰ আধুনিক জীৱনৰ আন এটি চিত্ৰ-পট নিখুত হৈ জিলিকিছে।

মুঠতে শৰৎচন্দ্ৰ অসমীয়া চুটি সাধুৰ এজন কৃতী শিল্পী; এই আধুনিক কলা যে তেওঁ অসমীয়া সাহিত্যত সাৰ্থকৰূপে ব্যৱহাৰ কৰিব পাৰিছে "গল্পাঞ্জলি"ৰ উপৰিও তাৰ পিছৰ গল্পৰ কিতাপকেখনে তাক সুপ্ৰমাণিত কৰিছে।

"জেউতি", ১২শ বছৰ, ৩য় সংখ্যা; শীত, ১৮৬১ শক।

---

# অসমীয়া সাহিত্যৰ অধ্যয়ন

## সপ্তম পুথি

### উত্তৰ-নৱন্যাস বৰ্ত্তমান সাহিত্য

১। তুমি
২। নিজৰা
৩। সোণৰ সোলেঙ
৪। অগ্নি-ৰেখা
৫। হাঁহিৰ থুনপাক
৬। ৰূপ-ৰেখা
৭। সজাগ নিশা
৮। পুৱালৈ সময় কিমান

শ্ৰীডিম্বেশ্বৰ নেওগ

গুৱনী প্ৰকাশ
তিষ্‌পুৰ, গুৱাহাটী
১৯৬৩

# উছর্গা

“পুৰণি অসমত ভুমুকি” মাৰি যিজনে জয়ে জয়ে এক প্ৰাচীন গৌৰৱৰ খনিৰ
সন্ধান পাইছিল ; বিজ্ঞান-সন্মত গৱেষণাৰ বিচাৰ-ৰীতি হাতত নপৰা
সত্ত্বেও যিজনে নিজা অনুসন্ধানৰ বলত অশেষ সম্ভাব্যতাৰ
সপোন দেখিছিল ; যিজন আজীৱন নীৰৱ সাধনা কৰি
নীৰৱে বিদায় লোৱাৰ পাছতো ভুল বৰ চেতনা আমাৰ
হোৱা নাই ; অথচ যিজনৰ বিবিধ বিষয়ৰ
গৱেষণাৰ ইংৰাজী পুস্তিকাৰ সোৱাদ পাই
অসমৰ বাহিৰৰ গুণগ্ৰাহী পণ্ডিত-
সকলে উচ্চ প্ৰশংসাৰে শলাগ
লৈছিল : তেনেজন

**ৰজনীকুমাৰ পদ্মপতিৰ**

**পৱিত্ৰ সোঁৱৰণত**

# “তুমি” কবিতা—অম্বিকাগিৰি

ৰহস্যবাদী ( ছুফি ) কবি এজনে লিখিছিল,—‘মই মোৰ প্ৰিয়াৰ দুৱাৰত টোকৰ মাৰিলোঁ। ভিতৰৰ পৰা মাত আহিল,—‘কোন সেয়া ?’ সমিধান দিলোঁ—‘মই।’ তাৰ পাছত সকলো নিমাত। দুৱাৰ মেল নাখালে। মই নিৰাশা-শোকত জলা-কলা হলোঁ। মোৰ অহংকাৰ লোপ পালে। আকৌ আহি সেই দুৱাৰত টুকুৰিয়ালোঁ। ভিতৰৰ পৰা আকৌ আগৰ দৰেই কোৱা শুনিলোঁ,—‘কোন সেয়া ?’ এইবাৰ মোৰ মুখত ওলাল—‘তুমিয়েই।’ তেতিয়া দুৱাৰ মেল খালে।’ ৰহস্যবাদী মহৎ ( ছব্লাইম্ ) কবিতাৰ বিতোপন সাজেৰে এয়ে হিন্দুৰ গভীৰ দাৰ্শনিক “সোঽহং” বা ব্ৰহ্মাস্মি আদি ভাব, সন্দেহ নাই।

কেইবা বছৰো হৈছে শ্ৰীঅম্বিকাচৰণ ৰায় চৌধুৰীৰ প্ৰণীত “তুমি” নামৰ কবিতা এটি প্ৰকাশিত হৈছে ( ১৮৩৭ শকত )। ইয়াৰ আগে-পিছেও “তুমি” নামৰ বা তেনে জাতিৰ অসমীয়া কবিতা কিতাপ আৰু আলোচনীৰ পাতত কেইবাটিও ওলাইছে। সেইবোৰৰ ভিতৰত, পঢ়াশলীয়া কালতে ঢুকোৱা, “ন-বোৱাৰী” সামাজিক নাটক ৰচয়িতা, ৺পদ্মনাথ শৰ্ম্মাৰ প্ৰায় ১৮৩৪-৩৫ শক মানতে “বাঁহী”ত প্ৰকাশিত “তুমি” কবিতাটি বিশেষভাৱে উল্লেখযোগ্য।

৺পদ্মনাথৰ “তুমি” স্বৰূপতে তেওঁৰ দৰেই এটি প্ৰতিভাৰ ঢোপাকলি; তেওঁৰ “তুমি”ত প্ৰকৃততে সেই স্বৰ্গ-মৰ্ত্ত্যৰ মিলনৰ নিৰ্ম্মল চক্ৰবাল ৰেখা জিলিকি উঠিছে ; পৃথিৱীৰ ধুলি-মাকতি তাত নাই। কবিতাটিৰ পাতনিতে সেই সুৰ বাজি উঠিল —

“তুমি—মোৰ উষাৰ পৱিত্ৰ জ্যোতি আতুৰ নয়নৰ।”
“তুমি—মোৰ চিকুণ কোমল কেওঁ ধাউতি-বেটুৰ।”
“তুমি—মোৰ কোকিলৰ কুহুধ্বনি, কেতেকীৰ মাত।”—

ইমানেই নহয়, কওঁতে-কওঁতেই আৰু চাওঁতে-চাওঁতেই কিশোৰ কবিৰ কল্পনাৰ তীব্ৰতাত পমি সেই “তুমি” এইদৰে ভাষাৰ অতীত আৰু বৰ্ণনাৰ অতীত যেন কিবা “অবাঙ মনস-গোচৰ” হৈ পৰিল—

"তুমি—মোৰ মনেৰে নোপোৱা ঢুকি, জানো কিবা কিবা ;
তুমি—মোৰ ভাবৰ অভাৱ ভাব, জানো কিবা কিবা ;
তুমি—মোৰ কথাৰ আকাল কথা, জানো কিবা কিবা ;
তুমি—মোৰ গুণৰ অতীতে থকা, জানো কিবা কিবা ;
তুমি—মোৰ ৰূপৰ অতীত ৰূপ দেহ-জগতৰ ;"
"তুমি—মোৰ নজহা-নপমা তুমি, জানো কিবা কিবা ;"
"তুমি—মোৰ প্ৰাণৰ প্ৰাণৰ প্ৰাণ প্ৰাণে স'তে সনা ;
কিবা-কিবি কিবা তুমি নিচিনা-নজনা।"

মুঠতে ৺পদ্মনাথৰ "তুমি"ত তেওঁৰ জীৱন-"উষাৰ পৱিত্ৰ জ্যোতি আতুৰ নয়নৰ" দৰে, এটি "ললিত ৰাগিণী ৰাগ হিয়া পমা সুৰ" আৰু "উত্তমৰ উত্তমখিনি জানো কিবা কিবা"—এটি অনিৰ্ব্বচনীয় সৌন্দৰ্য্য দেখা পাওঁ আৰু শ্বেলীৰ স্কাইলাৰ্ক কিয় স্বয়ং শ্বেলিৰ দৰেই—

"ওখলই আৰু ওখলই, উঠি উঠি তুমি গীত গোৱাঁ ;
জুই-আঙনিৰ মেঘ হই, নীলাকাশ পাখিৰে কোবোৱাঁ ;
গীত গাই উঠি উঠি যোৱাঁ, উঠি উঠি পুনু গীত গোৱাঁ।"

ৰায় চৌধুৰীৰ "তুমি"ৰো লক্ষ্য-স্থান একেই ; কিন্তু ইয়াত, লেখকৰ নিজ ভাষাৰেই, "এইটো হলে ভালকৈ জানো যে বিশৃঙ্খল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদভ্ৰান্ত প্ৰেমটোৱেই শেষত সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ বিশ্ব-ভৰা উদাৰ সৌন্দৰ্য্য অতিক্ৰম কৰি, বিৰহ-অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলোবিলাক আসক্তিৰ হাত এৰাই অনন্তৰ লগত সান-মিহলি হৈ পৰে।"

আৰু সেই অনুসাৰেই তেওঁৰ "তুমি"য়ে সাতোটি তৰঙ্গৰ ক্ৰমে, প্ৰথমটিত তেওঁৰ "বিশৃঙ্খল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদভ্ৰান্ত প্ৰেমটো," দ্বিতীয়টিত "সমজাতীয় সহানুভূতি আৰু অনুভূতি," তৃতীয়টিত "প্ৰকৃতিৰ বিশ্ব-ভৰা উদাৰ সৌন্দৰ্য," চতুৰ্থ, পঞ্চম আৰু ষষ্ঠটিত "বিৰহ-অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলোবিলাক আসক্তিৰ হাত এৰাই" শেষ বা সপ্তমটি তৰঙ্গত "অনন্তৰ লগত সান্‌মিহলি হৈ" পৰিবৰ প্ৰয়াস কৰিছে।



সন্ধিয়া বেলিৰ ৰক্তিম ৰাগৰ বাবে বায়ুমণ্ডলত মিহলি থকা ধূলি-মাকতিয়েই দায়ী বুলি আধুনিক বিজ্ঞানে কয় ; আৰু এই পাৰ্থিৱ ধূলিৰ অস্তিত্বৰ বাবেই হবলা যাইকৈ ইয়াৰ প্ৰথম তৰঙ্গটি বিশেষৰূপে ৰঞ্জিত হৈছে।

**প্ৰথম** তৰঙ্গটিত সংসাৰৰ ধুমুহা-গাজনি বা বিজুলী-ঢেৰেকনি একোলৈকে কটাহিত নকৰি যেন কবিয়ে প্ৰেম-সাগৰত পাৰি দিছে, আৰু সিপাৰে মানস-চকুৰ আগত তেওঁৰ সাধনাৰ ধনে উদ্ভিন্ন নৱ-যৌবনা দিব্য নাৰী-মূৰ্ত্তি হৈ জিলিকি তেওঁক এই তমোময় যাত্ৰাত আগুৱাবলৈ উদ্গাইছে—

"তুমি—লাজৰ ৰাঙলী আভা গাভৰুৰ গোলাপী গালত।"
"তুমি—মনে মনে উঠি অহা চেনেহীত চুমাৰ হেঁপাহ।"
"তুমি—নিতম্বিনী সুন্দৰীৰ নিতম্ব-চুম্বিত চুলিকোছা॥"

চাওঁতে-চাওঁতেই কবি-প্ৰাণত অনন্ত প্ৰেম শাওণৰ মেঘৰ দৰে অজস্ৰ ধাৰে বৰষিবলৈ ধৰিলে ; আৰু বাৰিষাৰ আৰম্ভৰ পৰ্ব্বতীয়া নৈ ভৈয়াম ওলায়ে কেনি-যাওঁ কি-কৰোঁ লগোৱাৰ দৰে, কবি-কল্পনাই এইদৰে থৌকি-বাথৌ লগাবলৈ ধৰিলে—

"তুমি—খাওঁনে নাখাওঁ কই চুমা এটি ভেজাল গালত ;
তুমি—যাওঁনে নাযাওঁকৈ কাষ চাপি কুঞ্জৰ আঁৰত ?"
"তুমি—দিওঁনে নিদিওঁকই মতলীয়া মিলন ইঙ্গিত ;
তুমি—পিওঁনে নিপিওঁকই প্ৰেম-ৰস ফালি মোৰ চিত।"

এইখিনিত "প্ৰতিমা"ৰ খনিকৰ আগৰৱালাৰ 'ফুটোনে নুফুটোকৈ কুমলীয়া কলিটি" আদিৰে অনুপম "মাধুৰী" কবিতাটিৰ লগত ইয়াৰ মিল মন কৰিব লগীয়া। কিন্তু যিমানেই প্ৰকোপিত হওক, সেই ধুমুহা শাম কাটিবলৈ বাধ্য আৰু শেষত আমাৰ "উদভ্ৰান্ত" প্ৰেমিক-কবিয়ে কাষ চাপি সেই কমনীয় নাৰী-ৰূপ তাৰ স্বাভাৱিক প্ৰশান্ত মূৰ্ত্তিত দেখা পাই এইদৰে প্ৰণতি জনাইছে—

"সকলো তুমিয়ে, নাথ। জগতত দেখিছোঁ যিমান ;
লোৱাঁ এই অশ্ৰু টুপি ভেদি অহা মুগুধ পৰাণ।"

**দ্বিতীয়** তৰঙ্গটি বাৰিষাৰ বৰনৈৰ ফেনে-ফোটকাৰে বোৱা আৰু তৰ্জ্জন-

গৰ্জ্জনৰ গতিৰ সলনি স্নেহ আৰু "সমজাতীয় সহানুভূতি" আদি শান্তি-ৰসেৰে শৰত কালৰ কুলু-কুলু কৈ বোৱা শান্তিৰ নিজৰা হে বুলিব পাৰি; শুনিলে কাণ-প্ৰাণ সকলে জুৰ পৰে :—

"তুমি—পুত্ৰৰ জীৱন-খনি জননীৰ অমৃত-বুকুত ;
তুমি—তৃপ্তিত বিমোৰ হৈ ধৰি থাকা সাবটি মুখত।"
"তুমি—প্ৰেমৰ মূৰতি স্বামী লোৱা মহা কৰ্ত্তব্য শলাগি ;
তুমি—ভাৰ্য্যা পুত্ৰ বন্দী-বেটী সকলোৰে অদৃষ্টৰ ভাগী।"

এইদৰেই তেওঁৰ প্ৰশান্ত ৰূপ বৰ্ণাই শেষত আকৌ সেৱা জনাইছে—
"কিমান ধেমালি তুমি খেলি আছা মুকলি মনেৰে ;
প্ৰণাম কৰিছোঁ, লোৱাঁ,—বিৰহ-দগধ পৰাণেৰে।"

**তৃতীয়** তৰঙ্গত "প্ৰকৃতিৰ বিশ্ব-ভৰা উদাৰ সৌন্দৰ্য্য" লক্ষ্য কৰি কবিৰ প্ৰাণ পুনৰ যৌৱন-গৰ্বত ওফন্দি উঠিছে—

"তুমি—শাৰদীয় চন্দ্ৰমাৰ বই অহা ৰূপালী জোনাই ;
তুমি—গাভৰু ফুলনিখনি সুগন্ধেৰে আঁচল ভৰাই।"
"তুমি—আকাশৰ ৰামধনু, পমি যোৱা তীব্ৰ হেপাহত ;"
"তুমি—সুন্দৰ মানিনী উষা, ভেম পাতি যাব খোজা উৰি ;
অৰুণৰ টান পাই পমি যোৱা তাৰ গাত পৰি।"

"সৌন্দৰ্য্যৰ বুকৰ কাঁচলি-উদঙাই, প্ৰকৃতিৰ চো-ঘৰ চালোঁ পিত্ পিত্" (হেম গোস্বামী); এইদৰে চাই বিশাল প্ৰকৃতিৰ মাজত নিজৰ আৰু ঈশ্বৰৰ অস্তিত্ব উপলব্ধি কৰিলে ইংৰাজ প্ৰকৃতি-কবি ৱৰ্ডছ্‌ৱৰ্থৰ দৰে,—

"তুমি—তেতিয়াৰে পৰা মোক দিয়ে আছাঁ প্ৰেম-আলিঙ্গন ;
মোৰে স'তে গাঁথি দিছাঁ অন্তহীন বিশ্বৰ প্ৰাঙ্গন।"
"সকলোতে তোমাৰেহে দেখা পাওঁ মঙ্গল মু'খনি।"

**চতুৰ্থ** তৰঙ্গত, কবিয়ে সৌন্দৰ্য্যৰ দুৱাৰেদি ভিতৰলৈ সোমাব নোৱাৰি এই বুলি অভিযোগ আনিছে,—



"কি সতে বান্ধিছা নাথ! ভীষণ হেঙাৰ,
সৌন্দৰ্য্য উপচি পৰা দ্বাৰত তোমাৰ?
"তোমাৰে নো লুকালুকি কত ৰকমৰ,
আঁৰত আলোকি উঠে বিশ্ব-দুৱাৰৰ।"

অকল সেয়ে নহয়, তেওঁ ৰবীন্দ্ৰনাথৰ দৰে "সীমাৰ মাজত অসীম বিচাৰি পাইছে।"—

"সীমা বন্ধা সৌন্দৰ্য্যৰ চমকা বুকত,
লয় কৰা অসীমৰ অমৰ চুকত।"
"মিলনৰ মহা ৰেখা তুলিব জনাই,
সীমাৰ মাজত ৰাখি অসীম লুকাই।"

মুঠতে, তেওঁ নিজ সাধনাকে ইয়াতে চিনিছে—"হিয়াৰ সাধনা হেৰা, তন্ময় তুমি।" আৰু সেয়ে তেওঁলৈ " 'নাই'ৰ মাজত তোলে 'আছে'ৰ পাতনি।"

**পঞ্চম** তৰঙ্গত কবিয়ে নিজ অতীত জীৱনৰ ভুল-ভ্ৰান্তিবোৰ বুজি লবলৈ ধৰিছে, আৰু সেই প্ৰেমৰ বিফলতাৰ হেতু নিৰ্ণয় কৰিছে,—

"সেই প্ৰেম নাছিল স্বাধীন নিখুত যোগৰ ;
তাতেহে তেতিয়া তুমি, প্ৰকৃতি আঁৰত জুমি,
অতৃপ্তিৰ উদগালা ভাব মহাধন বুলি।"

**ষষ্ঠ** তৰঙ্গত এই ওখ সমতলত কবিয়ে বিৰহৰ অভিমান জুৰি এইদৰে জেউৰ ধৰিছে—

"মোৰে স'তে এনে এটা মহা গাঁথনিৰে গঁথা হৃদয় তোমাৰ ;
মোৰ অনুভূতি স'তে টিপতে জোকাৰি উঠা ব্ৰহ্মাণ্ডৰ তাঁৰ।"

**সপ্তম** তৰঙ্গত কবিয়ে নিজ সাধনা-সিদ্ধিৰ মহা আত্ম-প্ৰসাদ লভিছে,—

"আজি মোৰ সাধনা-ফুলনি, কাৰ কিনো পাই উদগনি,
পোহৰাই মহা বিশ্বখনি, উলাহেৰে হাঁহিছে ;"
"কোন আছাঁ পথিক অনন্ত, হেৰুৱাই শান্তিৰ বসন্ত,
শান্তিময় মলয়া শ্ৰীমন্ত লাগে, কাৰ চাপাঁহি।"

শেষৰ এই তৰঙ্গটিয়েই ভাবৰ চূড়ান্ত-স্পর্শী হৈছে, আৰু কবিতাটি সজোৰাৰ গঢ়ে ইয়াক এক অভিনৱত্ব দান কৰিছে। প্ৰবৃত্তি-মাৰ্গই-দি নিবৃত্তি-মাৰ্গ লৈ বা ভোগৰ ভিতৰেদি ত্যাগৰ বাটলৈ যোৱা কথা ভাৰতীয় আদৰ্শত নতুন কথা নহয়; কিন্তু অসমীয়া কবিতাত তাক এনে এটি অনুপম ৰূপ দি ৰায় চৌধুৰী সদৌৱে শলাগৰ ভাগী হৈছে। ইটালীয় মহাকৱি ডাণ্টেৰ 'স্বৰ্গ-ৰহস্য' কাব্যত এনে এটি ভাবেই চিৰন্তন সৌন্দৰ্য্যৰ ৰূপ পাইছে। কৱিৰ ন-বছৰ বয়সত চকা-মকাকৈ দেখা পোৱা বিয়েট্ৰিছেই, ডাণ্টেৰ অকল বাস্তৱ-জীৱনতে নহয়, তেওঁৰ মানসিক বা আধ্যাত্মিক জীৱনতো তেওঁক নৰক-মৰত-স্বৰ্গ ঘূৰাই শেষত যেতিয়া কল্পনা-ত্ৰিদিবত দেখা দিয়ে, আৰু তেতিয়াও যেতিয়া ডাণ্টেই বিয়েট্ৰিছৰ ৰূপ চকু ভৰি পিয়ে, তাতো তেওঁৰ শাৰীৰিক সৌন্দৰ্য্যত মুগ্ধ হোৱা বাবে বিয়েট্ৰিছে ডাণ্টেক ভৰ্ৎসনা কৰিবলৈ কুণ্ঠিত নহল। "তুমি"ৰ কৱিয়েও শেষ তৰঙ্গলৈকে তেনে আসক্তিৰ হাত সাৰিবলৈকে যত্ন কৰি আহিছে; এনে আদৰ্শৰ ফালৰ পৰাও কবিতাটি ৰমনীয় হৈছে। ওজঃ গুণত ৰায় চৌধুৰীৰ কল্পনা অসমীয়া কাব্য-সাহিত্যত বিশেষৰূপে মূৰ-জিলিকা বুলিব পাৰি। বৰ্ত্তমান কৱিতাটিৰ নানান কল্পনা-চিত্ৰত আৰু কবিত্বপূৰ্ণ খণ্ড-বাক্যত এই মৌলিকতা লক্ষ্য কৰিব লগীয়া। "উঠঙ্গা বুকু" "নোকোহা গঠন" আদিৰ দৰে খুত থকা খণ্ড-বাক্য, আৰু ঘাইকৈ শেষৰ তৰঙ্গ কেইটামানৰ অ'ত ত'ত কৱিতাৰ উপযোগী ভাষা আৰু ছন্দৰ ত্ৰুটি দেখা গলেও, কবিতাটি সাধাৰণতে ইন্দ্ৰিয়গ্ৰাহ্য আৰু ইন্দ্ৰিয়াতীত সৌন্দৰ্য্যৰ চিত্ৰেৰে ভৰপূৰ, সন্দেহ নাই। লেখকৰ সৰহখিনি উপমাই যেনে মৌলিক, তেনে সাহসী আৰু বিচিত্ৰ; তাৰ বাবে তেওঁ বিশেষ অভিবাদনৰ পাত্ৰ।

"চেতনা" ১৯২১; "জেউতি", ১৯শ বছৰ, দ্বিতীয় সংখ্যা।

---

# "নিজৰা" কবিতা—শৈলধৰ

আধুনিক অসমীয়া কবিতা স্বৰূপতে পুৰণিৰ পো-পোৱালি নহয়; ই ইংৰাজী কাব্য-ফুলনিৰ 'কলম' কাটি অনা ডালৰ গছহে। গতিকে ই পুৰণিৰ খোজত খোজ পেলাই অহা যে নায়েই, কোনো বিষয়ত তাৰ লগত উভতি ফেৰহে পাতিছে।

যোৱা শতিকাৰ নব্বৈবোৰৰ পৰাই আধুনিক অসমীয়া কবিতাই বিশেষভাৱে প্ৰাণ পায়, কিন্তু তাৰ বিস্তাৰ হয় বৰ্ত্তমান শতিকাৰ প্ৰথম দশকৰ শেষৰ পৰাহে। "নিজৰা"ৰ কবি শ্ৰীশৈলধৰ ৰাজখোৱা দেৱ এই বিস্তাৰ-যুগৰ এজন লেখৰ কবি; আৰু এওঁ এওঁৰ সমসাময়িক, আন এবুৰি ছ-ঔৰা অসমীয়া কবিৰ লগত এই কালৰ অসমীয়া কবিতাৰ ভাব-ভাষা আদি সকলো গুণাগুণৰ ভাগী। হব পাৰে এই যুগৰ অসমীয়া কবিতাত ভাবৰ সৌষ্ঠৱতকৈ ভাষাৰ বিলাসিতাই সৰহখিনি লেখকৰ সৰহখিনি মনযোগ অধিকাৰ কৰিছে; হব পাৰে "আগৰে পৰা কবিতাৰ ভাষাত ব্যৱহৃত হোৱা শব্দ বুটলি আনি তাক যথাস্থানত খাপ খুৱাই সন্নিবিষ্ট কৰিব পৰা শক্তি"কেই ("ভূমিকা"—সূৰ্য্যকুমাৰ ভূঞা) বহুতে বহুত সময়ত কবিত্ব বুলি ভ্ৰমত পৰিছে: তথাপি আমি পাহৰিব নালাগে যে সি আধুনিক অসমীয়া কবিতাৰ পাতনিৰ যুগহে, তাৰ পৰিণতিৰ কাল তেতিয়াও আহিবৰ নৌ।

লেখকৰ "সামৰণী গীত"টি অকল "নিজৰা"ৰে নহয়, বৰ্ত্তমান প্ৰায় অসমীয়া পদ-পুথিৰে মোখনিৰ দৰে বুলিব পাৰি—

"আকাশে বতাহে কি গীত শুনালোঁ,
কোনে জানে তাক গাবলই!
সুফুটে সুৰত অসীমৰ কথা
নিজানত ভাবি চাবলই।"

বাস্তৱতে "পাহৰণিৰ" আহাৰ অসমীয়া বৰ্ত্তমান কবিতাত নিছেই তাকৰ নহব। কিন্তু "নিজৰা"ৰ নাই-নাই বুলিও এওঁৰা-দেঢ়ওঁৰা কবিতাৰ বিষয়ে

সেই কথা কব নোৱাৰি নিশ্চয়। উদাহৰণ স্বৰূপে, ৰাজখোৱা দেৱৰ "অতিথি," "আকাশী লতা," "অমা-নিশা" আদি কৱিতাবোৰ, গড়-লেখৰ বৰ্ণ-হীন বৈচিত্ৰ্য-হীন অসমীয়া কবিতা নহয়। দুই এটা বঙলুৱা শব্দৰ অনধিকাৰ প্ৰবেশৰ কথা এৰি দিলে, লেখকৰ "অতিথি" কবিতাটি আধুনিক অসমীয়া কাব্য-সাহিত্যৰ এপাহি নজহা-নপমা ফুল।

"অতিথি, নাহিলা ফিৰি ?
পাৰি থোৱা মোৰ শূন্য আসন তাতেই থাকিল পৰি !
কত কিশোৰীৰ চকুৰ বিজুলী চকুতে মলঙি গল,
কত প্ৰেমিকাৰ আকুল বাসনা হিয়াতে বিলীন হল।
কতনো ফুলিলে মাধই-মালতী, কতনো পৰিল সৰি ;
মোৰ যে অতিথি আজিও নতুন, আৰুতো নাহিলে ফিৰি !"

ইয়াৰ নায়িকাৰ দৰে এই কবিতাও "চপলা লক্ষ্মী" আৰু সদায় "আজিও নতুন"! অনিৰ্দ্দিষ্ট, ধুৰঁলি-কুঁৱলী আৰু জোৰা দিয়া ভাব, আৰু লেছেৰি-বোটলা বচা বচা মিহি শব্দ-যোজনাৰ সমষ্টিয়েই য'ত "কবিতা" নাম পায়, তেনে অসমীয়া পঢ়ুৱৈ সমাজত "অমা-নিশা"ৰ নিচিনা সৃষ্টিমূলক কল্পনাৰ মৌলিক ভাৱৰ আদৰ আজিয়ে নহব পাৰে, কিন্তু সদায় নহৈ থাকিব নোৱাৰে বুলি আমি বিশ্বাস কৰোঁ। "অমা-নিশা"ক কৱিয়ে অভিনৱভাৱে সম্বোধিলে—

"খোপাত পিন্ধিলি তৰা-ফুল তই, মুখত বিজুলী-হাঁহি ;
ৰিহা-আঁচলত জোনাকী-মুকুতা—আকউ ওলালি আহি !"

কিন্তু ততালিকে তেওঁ বুজিলে—"অভিসাৰ আজি নহয় নিশ্চয় মনৰ কামনা তোৰ।"

এইদৰে অমানিশাৰ বীভৎস ৰূপ বৰ্ণাওঁতে দেশৰ দুৰ্দ্দশাৰ কথা মনত পৰিল,—আৰু চাওঁতে চাওঁতে অকল অসমৰ অতীতেই নহয়, জগতৰ অতীত অলিখিত বুৰঞ্জীত অমা-নিশাই কি ভাও দিছিল, সিও কবিৰ মনত পৰিল—

"পাপী-সহচৰী কুলক্ষণী তই সৃষ্টি-পাতনিৰে পৰা,
তোৰ যে হৃদয় যুগ-যুগান্তৰ ভীষণ কাহিনী ভৰা।"
তোক দেখি মোৰ বুকু কঁপি যায়, আঁতৰ পিশাচী তই"—



আৰু কওঁতে-কওঁতেই কবিৰ কল্পনা-পটত সেন্দুৰী উষাৰ ৰূপ ফুটি উঠিল, আৰু লগে লগে সতী আৰু বিলাসিনীৰ ভেদ মনলৈ আহিল—

"ওলালে আগত উষা দেবী মোৰ লাজত পৰিবি শুই।
সতীৰ আগত বিলাসিনী তই নোৱাৰ দেখাব মুখ ;
দুৰ্ভগীয়া বিনে নিৰিচাৰে আনে তোৰ আশ্ৰয়ত সুখ।"

গতিকে এইদৰে কবি এটি চিৰন্তন সত্যত উপনীত হল। এনেকৈয়ে, "আকাশী-লতা" কবিতাত সাধাৰণ বনৰীয়া গছ এজোপা আকাশী লতাই মেৰাই ধৰা দেখি, প্ৰেমিকৰ হৃদয়েৰে কবিয়ে গছজোপাৰ মনোভাব তিনিফাকি কথাত ফুটাই তুলিলে—

"বনৰীয়া গছ মই বতাহত হালি-জালি
উঠিছিলোঁ নিজান বনত ;
ক'ৰ পৰা আহি তই, সোণালী আকাশী লতা,
পৰিলিহি মোৰেই শিৰত ?
ইমান কোমল তই সোণ-বৰণীয়া লতা,
কোন সতে ৰাখিম তলত !
সেইদিনা বুজিলোঁ, অসহনি ভাৰ তোৰ—
তুলি ললোঁ পোনেই শিৰত।
এতিয়া সোণালী লতা, তেনেই মেৰালি মোক ;
উচ্চ-শিৰ নোৱাৰোঁ তুলিব !
বাহিৰে জিলিকি আছোঁ, অন্তৰৰ কথা মোৰ
কাক ক'ম, কোনে পতিয়াব ?"

প্ৰেমিকৰ এই "বাহিৰে জিলিকি" থকা অন্তৰৰ ভাব ফুটাই তুলিব পৰাতেই কবিৰ কৃতিত্ব প্ৰকাশ পাইছে।

এই কেইটাৰ পিছতে "বালি-ভাত", "হোমৰ কাষত", "কুসুম", "মাধৈ-মালতী", "পপীয়া তৰা", "পদুম", "উপেক্ষা", "অতৃপ্তি", আদি এবুৰিমান কবিতা ভাব আৰু অনুভূতিৰ ফালৰ পৰা বিশেষ উল্লেখযোগ্য। ইয়াৰ উপৰিও

অনেক কবিতাত মাজে মাজে কলা-মূলক সৌন্দৰ্য্যৰ ভাল একো ছাটি বিমল জেউতি পৰিছে—

"কোন দেৱতাৰ কণ্ঠহাৰ তুমি, কিয় বা আহিলা নামি? 'উষা আৱাহন"
"ঠাই এৰা চুলিখিনি কপালৰ পৰা, বাবে বাবে আঁতৰাই থই,
সৰস প্ৰতিমা যেন উদ্দেশ্য-বিহীন, চাই থাকা একেথৰে ৰই।" "দেৱীনে"

"মালতী নাথাকে যদি লাহৰী খোপাত,
খহি পৰে বুকুৰ বসন:
আমনি কৰেহি যদি পুৱাৰ বতাহে,
সেয়ে মোৰ হব সোঁৱৰণ।"
—"তুমি মোক নাযাবা পাহৰি।"

"এতিয়া বুজিম মই বিৰহী কণ্ঠত,
বিষাদ-ৰাগিণী কিয় ইমান মধুৰ;
ক'ৰ পৰা উৰি আহি বাজেহি প্ৰাণত,
নজনা-নুশুনা এটি বিষাদৰ সুৰ। 'তটিনী পাৰত'
"ফুল মৰহিলে থাকিব সৌৰভ,
জোনটি বুৰিলে থাকিব তৰা।
সপোন ভাগিলে থাকিব মাধুৰী,
তাৰ জেউতিত ভুবন ভৰা।'—'হেৰোৱা সপোন'

সামৰণিত, "নিজৰা"ৰ কবি ৰাজখোৱা দেৱক এজন নিপুণ অসমীয়া কাব্য-শিল্পীৰূপে আমি আন্তৰিক অভিবাদন জনাওঁ।

ভূমিকা, "নিজৰা-সগৰী", ১৯৩৯; ১ আঘোণ, ১৮৬১ শক।

---

# সোণৰ সোলেঙ—পাৰ্ব্বতিপ্ৰসাদ

মহাত্মা টলষ্টয়ৰ "শুদা ঢোল" নামৰ সাধুৰ নায়ক এমেলিয়ানক তেওঁৰ দেশৰ ৰজাই এক অসাধ্য সাধন কৰিবলৈ দিছিল,—কলৈ-যোৱা-নজনা ঠাইৰ পৰা কি-আনিছে-কব-নোৱৰা বস্তুটো আনিবলৈ, প্ৰাণৰ ডʼৰিত। যেনেকৈয়ে হওক সেই বস্তুটি আনিলত আৰু ৰজাই ফাকি দি সেই বস্তুটো নহয় বুলিলত এমেলিয়ানে সেইটো যেতিয়াই ভাঙি পেলাব খুজিলে, তেতিয়াই তাৰ পৰা ওলোৱা শব্দ শুনি যেয়ে য'তে আছিল ৰজা-প্ৰজা কাৰো হাক-ডাক নামানি সেই শব্দৰ পিছে পিছে ঢাপলি মেলিবলৈ ধৰিলে।

সোণৰ সোলেঙ্‌টোও তেনে কলৈ-যোৱা-নজনা ঠাইৰ পৰা কি-আনিছে-কব-নোৱৰা বস্তু। সোলেঙ-টেঙা, সোলেঙ শাক, আন নালাগে মধু-সোলেঙো অসমীয়াৰ কাৰণে কোনো আপুৰুগীয়া বস্তু নহয়; অথচ যেতিয়াই "সোণৰ" সোলেঙ্‌ নাম ওলাল তেতিয়াই সি কবি-গুৰু বাল্মিকীৰ প্ৰতিভাৰ অভিনৱ সৃষ্টি "সোণৰ হৰিণৰ" দৰে কি যে এটা মায়াপী বস্তু হৈ পৰিল! ইফালে তাৰ কায়িক অস্তিত্বৰ ক'তো সাৰ-সুৰেই নাই!!

ভৌতিক জগতে এই সোণৰ সোলেঙৰ কোনো ভু-ভা পাওক-নাপাওক, কল্পনা ৰাজ্য কিন্তু তাক লৈ চিৰকাল আমোল-মোল, "গুল্‌জাৰ্‌"! কিয়নো "সোণৰ সোলেঙ্‌ সুখৰ সপোন, চৰম প্ৰাণত হেঁপাহ গোপন"। আৰু—"জীৱনৰ ছগা উৰি উৰি যায়, ধৰোঁ ধৰোঁ কৰে বিচাৰি নাপায়।" আৰু তাকে লৈ "মহাজীৱনৰ বন্তি জ্বলিছে চৌদিশ উজলাই।" কস্তুৰী পহুৱে নিজ বুকুত সেই গন্ধ-মাদকতা লৈ বন-বনান্ত তাৰ বাবেই ব্যাকুলভাৱে অনাই-বনাই কুৰাৰ দৰে মানুহেও চিৰকাল সেই সোণৰ সোলেঙ নিজ প্ৰাণত লৈ নিজেই নাজানি তাকে বিচাৰি বাহিৰত হাবাথুৰি খাই ঢপলিয়াই ফুৰিছে—"কোথায় প্ৰাণেৰ প্ৰাণ অনন্ত? তাঁহাৰে খুজিব দিগ্‌ দিগন্ত।" ইংৰাজ কবি গল্ড্‌স্মিথৰ "বাটৰুৱা" সেইহে জগতত অনাই-বনাই ফুৰি শেষত তাৰ সন্ধান পাইছিল—"হাবাথুৰি খাই মই ঘূৰিলোঁ মিছাতে। সেই সুখ আছে মোৰ হিয়াৰ মাজতে।" অথবা অসমীয়া কবি চন্দ্ৰকুমাৰৰ ভাষাৰে, "হিয়াৰ মাজেই অনন্ত সুখৰ পৰি আছে ৰাজবাট।"

অনুজ-প্ৰতিম স্নেহাস্পদ বন্ধু শ্ৰীপাৰ্ৱতিপ্ৰসাদ বৰুৱা সুকবি আৰু সুগায়ক ৰূপে আমাৰ পঢ়ুৱৈ সমাজত পৰিচিত। পৰিচিতৰ পৰিচয় অকল অনাৱশ্যকেই নহয়, কঠিনো। শ্ৰীবৰুৱা আৰু বৰুৱাৰ অগ্ৰজ স্বৰ্গীয় ভগৱতীপ্ৰসাদৰ নীৰৱ কলা-সাধনা আৰু সুৰুচি এটি আপুৰুগীয়া বস্তু বুলি অন্ততঃ তেওঁলোকৰ বন্ধু-সমাজত জনাজাত। দেঢ় কুৰি বছৰৰো আগৰ আমাৰ সম্পাদিত "মিলন" কাকতত জয়ে জয়ে প্ৰকাশিত বৰুৱাৰ বিতোপন "মৰণ-মাধুৰী" কবিতাটি লেখকৰ নাম নোলোৱাকৈ ওলোৱাত আন নালাগে এওঁৰ নিজ অগ্ৰজেও তেনে নতুন ভাৱ-ভঙ্গীৰে সেই কৱিতা কোনে লিখা বুলি মোক সুধিছিল। তাৰ পাছত লাহে লাহে অৱশ্যে শ্ৰীপাৰ্ৱতিপ্ৰসাদ বৰুৱাৰ ৰচিত ভালেখিনি গীত আদি নিজ নামত নানা আলোচনীত প্ৰকাশিত হৈছে।

গ্ৰন্থকাৰৰ ভূমিকাত শ্ৰীপাৰ্ৱতিপ্ৰসাদ বৰুৱাৰ এয়ে প্ৰথম প্ৰৱেশ। তেওঁৰ এই এক নতুন মাহেন্দ্ৰ ক্ষণত ময়ে তেওঁক পুনৰ প্ৰথমে অভিনন্দিত কৰিবলৈ পাই ৰং পাইছোঁ। "চিনাকি", ১৫ বহাগ, ১৮৭৬ শক।

---

## "অগ্নিৰেখা" কৱিতা—ফাতেমা খাতুন

এই পদ-পুথি-লেখিকা শ্ৰীমতী ফাতেমা খাতুনৰ অসমীয়া সাহিত্যত এয়ে প্ৰথম প্ৰৱেশ। নতুন লেখক বা লেখিকাক যি সঙ্কোচ আৰু চুচুক-চামাকৰ ভাবে আগভেটি ধৰে, তেনে ভাবৰ পৰাই হবলা তেওঁ তেওঁৰ পুথিৰ চিনাকি এটি লিখি দিবলৈ মোক অনুৰোধ কৰে; ময়ো শলাগেৰে আৰু আগ্ৰহেৰে তাত মান্তি হওঁ।

এই চিনাকিত লেখিকা জাতিত মুছলমান বা তিৰুতা বুলি বিশেষ বিচাৰ কৰিবৰ সকাম মই নেদেখোঁ, আৰু তেনে কৰিলে তেওঁৰ প্ৰতি অবিচাৰহে কৰা হব পাৰে বুলি মই ভাবোঁ। স্বৰূপতে হাতে-লিখা অৱস্থাত লেখিকাৰ এই দুকুৰি কবিতা পঢ়ি মোৰ বিশ্বাস হৈছে কোনো চিনাকি নোহোৱাকৈয়ে দেখা দিয়া হলেও অসমীয়া সাহিত্য-ক্ষেত্ৰত তেওঁ নিজেই নিজৰ চিনাকি দিব পাৰিলেহেতেন।



অসমীয়া সাহিত্যত তিৰুতাই নিজ ঠাই লোৱা সৰহ দিন হোৱা নাই। স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনৰ সুযোগ্যা জীয়াৰী ৺পদ্মাৱতী ফুকননীকে এই বিষয়ত বাট-দেখাওঁতা বুলিব পাৰি। কিন্তু তেওঁ বিশেষভাৱে কবি নাছিল। তেওঁৰ পাছত অৱশ্যে কেইবা গৰাকীও অসমীয়া তিৰুতা কবি ওলাইছে। কিন্তু অসমীয়া কবিতাৰ ভিতৰেদি তিৰুতাৰ নিজৰ প্ৰাণৰ কথা মুকলিকৈ এতিয়াও বিকশিত হবৰ নৌ। ভাৰতীৰ বীণত অসমীয়া তিৰুতাৰ প্ৰাণৰ আপোন সুৰ এতিয়াও বাজি উঠিবলৈ বাকী।

অকল অসমীয়া সাহিত্যেতে নো কিয় বোলোঁ, জগতৰ প্ৰায় সাহিত্যতে এই সুৰ শুনিবলৈ সদায় বাট চাব লগা হয়। ইয়াৰ হেতু কেইবাটিও। এক হেতু, তিৰুতাৰ স্বভাৱ-সুলভ সঙ্কোচ, বা বঙালীয়ে কৰৰ দৰে, তিৰুতাৰ বুকু ফুটে, মুখ নুফুটে। আন হেতু, আমাৰ সমাজ-শাসন; যি সমাজত পুৰুষ-তিৰুতা উভয়েই অগ্নি আৰু গুৰুজন সাক্ষী কৰি জীৱনে-মৰণে দুয়ো এক আৰু অভিন্ন বুলি শপত খায়ো, পিছ মুহূৰ্ত্তকে পুৰুষে সেই শপত ভাঙি আৰু এজনী কিয়, দহজনী তিৰুতাও বিয়া কৰাব পাৰে, আৰু তাত সমাজৰ সম্পূৰ্ণ সমৰ্থনো পায়, অথচ ফুলতে বাঁৰী হোৱা তিৰুতায়ো আকৌ বিয়াৰ নাম লোৱা মাত্ৰই ভ্ৰষ্টা আখ্যা পায়, তেনে সমাজৰ টেপাত তিৰুতাৰ ডিঙিৰ মাত চিৰকাললৈ ৰোধ হোৱাত বিচিত্ৰতা কি? সৰহ-তাকৰ এনে অৱস্থাৰ পৰিণাম স্বৰূপেই জগতৰ সাহিত্যতে তিৰুতাৰ প্ৰাণৰ কথা এটা আপুৰুগীয়া বস্তু। অৱশ্যে তিৰুতাৰ নামেৰে অনেক লিখা বা কবিতা আমি পাওঁহঁক, কিন্তু প্ৰকৃত তিৰুতা-লেখিকা আৰু তিৰুতা-কবি এতিয়াও ইমান বিৰল! আৰু আন এটা হেতু, পুৰুষ-লেখক আৰু পুৰুষ-কবিৰ যুগ-যুগান্তৰ জোৰা প্ৰভাৱৰ হাত সাৰি তিৰুতাই স্বাধীনভাৱে লিখা অৱশ্যে শকত কথাও।

বৰ্তমান লেখিকাৰ লগত ইয়াৰ আগত মোৰ কোনো চিনাকি নাছিল; কিন্তু তেওঁৰ এই কবিতাবোৰৰ ভিতৰেদি মই তেওঁৰ যি পৰিচয় পাইছোঁ সি লেখিকাৰ প্ৰতি মোৰ যেনেকৈ এটি সৰল সহানুভূতি জগাইছে, তাৰ লগতে অসমীয়া কবিতাত তিৰুতাৰ আপোন সুৰ বাজিবৰ উপক্ৰম হৈছে বুলি এটি আশ্বাসো জন্মাইছে। তেওঁ লিখিছে—

"পৃথিৱী সৃষ্টি যিজনে কৰিলে, আমাকো সিজনে গঢ়া;
আমিনো কিয় হম বঞ্চিত, মুক্তি ৰত্নৰ পৰা

কোনেবা আমাক ৰাখিব ধৰি, ক্ষমতা কাৰনো আছে ;
নামানো আমি অন্যায় শাসন, কিয় অত্যাচাৰ পাছে ?
চাৰিদিশ আমি কঁপাই তুলিম, জলাম বিদ্রোহানল ;
নাৰীৰ স্বত্ব ঘূৰাই আনিম, নালাগে যুদ্ধ-সমল।
নহওঁ ক্ষুদ্ৰ, নহওঁ তুচ্ছ, নহওঁ শক্তিহীনা ;
সৃজন-কৰ্ত্তাৰ সৃষ্টিত আমি নহওঁ পৰাধীনা"। ( মুক্তি )

ভাৰতবৰ্ষ আজি স্বাধীনতাৰ দুৱাৰ-দলিত। কিন্তু ৰাজনৈতিক স্বাধীনতাকে মই প্ৰকৃত স্বাধীনতা নোবোলোঁ।—

"থাৰিলে ইটাৰ গড় নোহে বন্দীশাল, লোহাৰেও পিঞ্জৰা নহয়।"

কামাল পাছাৰ তুৰস্কৰ নৱ অভ্যুদয়ক জেনেৰ, খেলেক আৰু হেলিডে হাহুমে সাফল্যমণ্ডিত কৰাৰ দৰে, নাৰী জাগৰণে ভাৰতকে সুস্থ স্ত্রী-স্বাধীনতা আৰু আৱশ্যকীয় স্ত্রী-স্বত্বৰ পুনৰুদ্ধাৰেৰে হেৰোৱা গৌৰৱ-মুকুট আকৌ পিন্ধাব পাৰিব বুলি আশা কৰোঁ। এনে নাৰী-স্বত্বৰ সম্মানে তেতিয়াহে পুৰুষকো তিৰুতাৰ অন্তৰৰ অকৃত্ৰিম জয়-মাল্য পিন্ধাব পাৰিব। "অষ্টম এডোৱাৰ্ডত" এওঁ লিখিলে—

"হে অষ্টম এডোৱাৰ্ড, তুমি মহা ত্যাগী ;
তোমাৰ আদৰ্শ আজি উঠে বিশ্ব ব্যাপি!
প্ৰেমৰ সম্ৰাট হলা তুমি যে প্ৰকৃত ;
তোমাৰ দৃষ্টান্ত নাই আজি পৰিমিত।
নাৰীৰ সম্মান আজি তুমিয়ে ৰাখিলা,
সঁচা ভালপোৱা কেনে তুমি দেখুৱালা।
পৃথিবী যিমান দিন স্থিৰ হৈ ৰব ;
জলন্ত অমৰ কীৰ্ত্তি বুৰঞ্জীয়ে গাব।"

লেখিকাৰ সৰহখিনি কৱিতাই শুদা কবিতা নহয়, সেইবোৰ—

"জলি যোৱা অন্তৰৰ পুৰি হোৱা ছাই, প্ৰবোধৰ দীপশিখা নীৰলাত পাই।
গুজৰি গুমৰি উঠা হিয়াৰ সন্তাপ ; উতলি উপচি পৰা প্ৰাণৰ প্ৰলাপ।
জীৱনৰ ইতিহাস তীব্ৰ অগ্নিশিখা।" ( প্ৰবোধ )



তিৰুতাৰ অভাব-অভিযোগৰ সীমা নাই। পুৰুষৰ দৰে নিজ জীৱন-নিৰ্ব্বাহৰ দায়িত্ব থকাৰ উপৰিও সন্তান-ধাৰণ আৰু প্ৰতিপালনৰ ভাৰ থকাত, তিৰুতাৰ ওপৰত পুৰুষৰ দুগুণ বোজা। তাৰ উপৰি সমাজৰ নিৰ্য্যাতন, পুৰুষৰ বহু-বিবাহ আদিৰ অত্যাচাৰ!

অতীত বুৰঞ্জীলৈ চালে দেখা যায় যে মাতৃ-স্বত্বই সমাজৰ আদিম আৰু স্বাভাবিক অৱস্থা, আৰু সেই অৱস্থাত তিৰুতাৰ বহু-বিবাহ, সম্পত্তিৰ ওপৰত অকল তিৰুতাৰ স্বত্ব, মাতৃৰ উপাধি অনুসৰি সন্তানৰ উপাধি আদি পূৰ্ণভাৱে প্ৰচলিত আছিল। দ্ৰৌপদীৰ একে লগে পঞ্চপতি আৰু আজিও খাচীয়া জাতিৰ মাতৃ-স্বত্বই সেই সত্য স্পষ্ট প্ৰমাণিত কৰে। কিন্তু কালৰ গতি উলটি গল, আৰু খিলঞ্জীয়া মাতৃ-স্বত্বৰ ঠাইত পিতৃ-স্বত্ব "বাহাল" হল! আৰু সেয়ে পুৰুষ সমাজৰ শাসন আৰু ঈশ্বৰৰ বাণী হল!! এতিয়া সেই দিনলৈ ঘূৰি যোৱা কথা বৰ্ব্বৰতা বুলি গণ্য হব নিশ্চয়, কিন্তু সেই কাললৈ ঘূৰি নগৈও আমি আজি অন্ততঃ তিৰুতাৰ বহু-বিবাহ অন্তৰ্হিত হোৱাৰ দৰে পুৰুষৰ বহু-বিবাহ অবিলম্বে অন্তৰ্হিত হব লাগে বুলি দাবী কৰিব নোৱাৰোঁনে? ভয় নাই, "ডেল্‌ফিক্ অৰেকলৰ" দৰে ইও নিশ্চয় সমাজৰ শাসন আৰু ঈশ্বৰৰ বাণীত পৰিণত হোৱাত কোনো বাধা নাথাকিব।

হিন্দু সমাজৰ অমানুষিক সতী-দাহ প্ৰথালৈ মন কৰিলে আমি সমাজৰ শাসন ঈশ্বৰৰ বিধান হয়নে নহয় তাৰ প্ৰমাণ পাব পাৰোঁ। ইংৰাজ গৱৰ্ণমেণ্টে সতী-দাহ প্ৰথা গুচাবলৈ দিহা কৰোঁতে বিদেশী গৱৰ্ণমেণ্টে মহাৰাণী ভিক্টোৰিয়াৰ ঘোষণাৰ বিৰুদ্ধে ধৰ্ম ধ্বংস কৰিব খুজিলে বুলি চাৰিওফালে হৈ-চৈ লাগিল। কিন্তু মহামতি মেক্সমূলাৰ প্ৰভৃতি মনস্বীয়ে যেতিয়া দেখুৱালে যে স্বামী মৰিলে তেওঁৰ তিৰুতাই স্বামীৰ লগত চিতাৰ জুইত পুৰি মৰিব লাগে বুলি কোনো কথা হিন্দু শাস্ত্ৰত নাই, সি হিন্দু শাস্ত্ৰৰ এটা শ্লোকৰ ভুল পাঠ আৰু ভুল ব্যাখ্যাৰ ওপৰত প্ৰতিষ্ঠিত এটা কুসংস্কাৰ মাত্ৰ। তাৰ ভয়ানক কুফল স্বৰূপে কোটি কোটি নিৰ্দোষ তিৰুতাক বলি-শালৰ ছাগলিতকৈও নিষ্ঠুৰ নৃশংসভাৱে হত্যা কৰা হল, তেতিয়া হিন্দু সমাজৰ নেতা-সকলে তিৰুতাৰ প্ৰতি এনে ঘোৰ পাপ আচৰণ কৰাৰ বাবে নিজক কি প্ৰায়শ্চিত্ত বিহিলে? ইংৰাজ গৱৰ্ণমেণ্টলৈ আমাৰ সহস্ৰ শলাগ, হিন্দু সমাজত তিৰুতাৰ সতী-দাহ নামৰ সেই বৰ্ব্বৰ প্ৰথা আজি অতীতৰ এটা

ভয়-লগা সমাজিক ৰূপে মাত্ৰ মানুহৰ মনত আছে; কিন্তু তাৰ পৰা হিন্দু ধৰ্ম্ম আজি লোপ পোৱা নাই, বৰঞ্চ এটা মহাপাপৰ পৰা মুক্ত হৈ সি আজি জীৱনৰ আশিস উপভোগ কৰিছে। লেখিকাই আকৌ লিখিছে—

"কোন তই? কোন তই কোন মায়াবিনী?
শোৱনী ঘৰত মোৰ সোমালিহি আহি-কাল সৰ্পিনী!
চিনিলোঁ চিনিলোঁ তোক, তই কলঙ্কিনী।

মোৰ জীৱনৰ প্ৰথম পূৱাৰ সোণৰ সংসাৰ-সৰ্ব্বনাশিনী।" (মায়াবিনী)

স্বাৰ্থপৰ পুৰুষে বহু-বিবাহ কৰে, কিন্তু তিৰুতাই নিজ ভনীৰ বিৰুদ্ধে শত্ৰুক পালিবলৈ পুৰুষক সহায় কৰে কিয়? তাৰ বিৰুদ্ধে লেখিকাই এইদৰে ঘোৰ অভিশাপ বৰষিছে:—

"তেজ মোৰ চকু-পানী হই হুগালেদি আহে মাথোঁ বই;
সাধ্য কাৰ বোধে তাৰ গতি, অন্তৰৰ কৰুণ বিননি।
জীয়া জুই দিলি আজীৱন, জীয়াতেই ঘটালি মৰণ,
নাপাব নাপাব নিস্তাৰ, শুন শুন অনন্ত পাপিনী!
প্ৰতিকাৰ-প্ৰতিশোধ লাগে—প্ৰতিহিংসা প্ৰতিহিংসা মোৰ;

প্ৰায়শ্চিত্ত, আছে প্ৰায়শ্চিত্ত; ক্ষমা নাই মায়াবিনী তোৰ!"

তাৰ পাছত "প্ৰবঞ্চক" পুৰুষৰ হীন প্ৰবঞ্চনাৰ কথা তেওঁ সদৰি কৰি দিলে—

"মউসনা মৰমৰ কথা"—"মোৰ প্ৰেম অচল অটল";
আৰু কয় 'তোমাৰেই মই'—অন্তৰত লুকাই গৰল।
'লৰি-চৰি যদি তল যায় হিমালয়ো সাগৰ-গৰ্ভত,
মোৰ কথা একেটি মাথোন, মোৰ প্ৰেম অচল পৰ্ব্বত'!—
চিৰসত্য নাথাকে লুকাই, প্ৰকাশিলে নিজ প্ৰবঞ্চনা;
পাষাণৰ ৰ'ল অপযশ, সমাজৰ ললে গৰিহনা।



নিচিনিলোঁ ঠগ-প্ৰৱঞ্চক, নাজানিলোঁ ছলনা মায়াৰ;
কৰিছিলোঁ প্ৰগাঢ় বিশ্বাস,—কৰি দিলে জীৱন অসাৰ।
চকুলোৰে খন্তেক কমাওঁ জ্বলি থকা জুই দপ্ দপ্;
বিদ্ৰোহৰ ভাববোৰে মাথোঁ অন্তৰত তোলে ভুঁইকঁপ।"

আকৌ—

"মই যেন বিদ্ৰোহিনী—
বিপ্লৱৰ ভাবে মোৰ অগ্নি-অস্ত্ৰ দৰে,
কল্পনাতে মনে মাথোঁ ভূমিকম্প কৰে;
সকলোৰে শেষ যেন এক মুহূৰ্ত্ততে
ধ্বংস কৰি দিব যেন চকু পলকতে।" (সান্ত্বনা)

পুৰুষৰ উদ্ভণ্ডালিৰ বিৰুদ্ধে তিৰুতাৰ প্ৰাণৰ এই ন্যায়সঙ্গত "বিদ্ৰোহ" আৰু "ভুইকঁপে" নিশ্চয় সমাজক এদিন নহয় এদিন লুটিয়াই পেলাব, নেপেলাই নাথাকে। সচাকৈয়ে প্ৰেম পুৰুষৰ অলঙ্কাৰ; কিন্তু প্ৰেম তিৰুতাৰ প্ৰাণ, তিৰুতাৰ সৰ্ব্বস্ব। গতিকে তিৰুতাৰ প্ৰেম লৈ ধেমালি কৰা আৰু প্ৰাণ লৈ ধেমালি কৰা একে কথা। সেইবাবে তেওঁ কলে;—

"জীয়া জুই দিলে কিয় পাছে, কাঢ়ি লৈ ভালপোৱা মোক?
কলিজাৰ শুহি খালে তেজ, দিলে মোক অন্তহীন শোক!"

অকল ইমানেই নহয়, বহুতেই নিজৰ তেজ-মঙহৰ লৰা-ছোৱালীকো জীয়া ঘাট-মাউৰা কৰিছে এৰে; তাৰ বিৰুদ্ধেও তেওঁৰ অভিশাপ-বাণী ঘোষিত হৈছে—

"'কুমলীয়া ফুল কিপাহিলে' পাষাণৰ নালাগে মৰম?
ভাঙি-ছিঙি মোহাৰি পেলালে, নুবুজিলে কৰ্ত্তব্য-কৰম।"

এইখিনিতে স্বনামধন্য অসমীয়া কবি চন্দ্ৰকুমাৰৰ লগত তেওঁৰ ঐক্য—

"মানুহৰ চোতালত, মাধুৰী ফুলিলে, মানুহে নিচিনি হায়,
সাৰি তুলি ছিঙি মোহাৰি পেলালে, মানুহৰ মৰমো নাই।"

আন এঠাইত আগৰৱালাই লিখিছে—

"মানুহেই লগ, মানুহেই সঙ্গ, মানুহেই পৰাৎপৰ !"

আৰু এই লেখিকাই লিখিছে—

"মানুহেই ভূত, মানুহ পিশাচ ; মানুহে মানুহৰ কৰে সৰ্বনাশ !
মানুহ ফেৰেস্তা, মানুহ ছয়তান, মানুহেই ভাল-বেয়া কৰে সমাধান। (সমাধান)

তাৰ পাছত "কল্পনা"ৰ সহায়েৰে তেওঁ সকলো বিচাৰি ধৰ্ম্ম আৰু সমাজৰ ওচৰত তেওঁৰ গোচৰ উপস্থিত কৰিলে—

"কুসংস্কাৰে ভৰা এই অন্ধলা সমাজ ; কৰিব নোৱাৰে কিয় শান্তিৰ বিৰাজ ?
ভুল ধাৰণাৰে ধৰে ইশ্লামৰ নীতি, আনিব নোৱাৰে কিয় নতুন প্ৰগতি ?
সমাজৰ অধঃপাত ধৰ্ম্মৰ পতন ; অধৰ্ম্মৰ প্ৰভাৱত ঘটে অঘটন।
কোনেনো কৰিব ৰক্ষা ধৰ্ম্ম ইশ্লামক ; হ'ব কোন বীৰ নেতা ধৰ্ম্মৰ ৰক্ষক ?
এখনি কল্পনা ৰাজ্য যেন মোচ্লিমৰ ; সকলো শাসন-নীতি দীন ইশ্লামৰ।
কেতিয়া হ'বনো এই ন্যায়ৰ শাসন ; সুখী হ'ব নিৰ্য্যাতিত জন-সাধাৰণ ?"

কিন্তু "কেতিয়া ?" এই প্ৰশ্নৰ সমিধান দিছে শূন্য প্ৰতিধ্বনিয়ে—"কেতিয়া ?" যশস্বী পাৰস্যিক কবি ওমৰ খায়ামে সেই দেখি পিতৃৰ গুৰিত পুত্ৰ বা কন্যাই অভিমান কৰাৰ দৰে ঈশ্বৰৰ কাষত বিদ্ৰোহী হৈ কৈছে—মানুহক যে তেওঁ চৰু-কলহৰূপে গঢ়িবলৈ লৈ ইমান দুখ দিছে, তাত মানুহে নামাতি পাৰে কেনেকৈ ?

অৱস্থা-ভেদে মানুহৰ মনত এনে বিদ্ৰোহ জাগি উঠা স্বাভাবিক মাত্ৰ। অৱশ্যে ধৰ্ম্মৰ আৰু সমাজৰ শাসনে আমাক এনে অন্যায়ৰ বিৰুদ্ধে মাত-মাতিবলৈ নিদি ভালেখিনি বোবা কৰি থয়, আৰু হালৰ বা গাড়ীৰ গৰুৰ দৰে আমি জীৱনৰ যুৱলী টানিবলৈ বাধ্য হওঁ। ধৰ্ম্ম-যন্ত্ৰ চলাওঁতাসকলে কবা ই ঈশ্বৰৰ লীলা খেলা। কিন্তু হায় ! যাৰ ওপৰত এনে নিৰ্য্যাতনৰ ৰামটাঙোন পৰে, সিহে বুজে ই কেনে লীলা ! "যদি খেলা কেন এত মৰ্ম্মভেদী খেলা ?" (ৰবীন্দ্ৰনাথ)। সেইবাবেই বিখ্যাত ইংৰাজ কবি স্যুইন্বাৰ্ণে তেওঁৰ প্ৰখ্যাত "এটেলেণ্টা ইন্ কেলিডন্" কাব্যৰ এটি ঘোষাত লিখিছে—

"সকলো বিৰোধী তোমাৰ, ঈশ্বৰ, সকলো বিৰোধী আমি।"



পুৰুষৰ ভিতৰত যদি ইমান, তেন্তে তিৰুতাই নিয়তিৰ কঠোৰ বিধানৰ উপৰিও পুৰুষৰ অশেষ নিৰ্য্যাতন চিৰকাল সহি আহিছে, সেই তিৰুতাৰ যে অভিযোগ কিমান হ'ব পাৰে ! কিন্তু ঈশ্বৰো যে পুৰুষেই !! সৰহ কি, ভগবানৰ অষ্টম অৱতাৰ শ্ৰীৰামচন্দ্ৰৰ যি ৰাম-ৰাজ্যৰ আমি আজিও ইমান বৰাই কৰোঁহঁক সেই ৰাম-ৰাজ্যতো সীতাৰ প্ৰতি কি ঘোৰ অবিচাৰ !

তিৰুতাৰ সপক্ষে ওকালতি কৰিবলৈ মোৰ কোনো "ব্ৰিফ্" নাই, ভিন স্বাৰ্থও নাই। তিৰুতাৰ গাত কোনো দোষ নাই বা তিৰুতাৰ শাৰীৰিকৰ দৰে মানসিক, নৈতিক আদি দুৰ্ব্বলতা নাইবা আমাৰ শাস্ত্ৰকাৰসকলৰ দৰে শেক্সপীয়েৰৰ নিচিনা মহা কবিয়েও কোৱা কথা "দুৰ্ব্বলতা, তোৰ নামেই তিৰুতা" বোলা কথাষাৰো সম্পূৰ্ণ অমূলক, তেনে কথাও মই একে আষাৰে কব খোজা নাই। আনহাতে, তিৰুতাৰ সকলো দোষ আৰু সকলো দুৰ্ব্বলতা মানি লৈও মই ইয়াকেহে কম, সেই দোষ আৰু সেই দুৰ্ব্বলতাৰ বাবেই তিৰুতাৰ প্ৰতি সহানুভূতি আৰু ন্যায় বিচাৰ অত্যন্ত আৱশ্যকীয় ; কিয়নো শতকৰা নব্বৈটা দুৰ্ব্বলতাৰ বাবে পুৰুষ আৰু সমাজেই দায়ী। ডাৰুইনৰ অভিব্যক্তিবাদেও এই মত সমৰ্থন কৰে যে তিৰুতা অবলা আৰু চেচুকৰ ডাম-ডেউকা, কিয়নো পুৰুষে তিৰুতাক সেই ৰূপেই বিচাৰে। আমাৰ ঘৰৰ লগুৱা-লিগিৰীয়ে যে চুৰ কৰে, মিছা কথা কয়, তাৰ বাবে প্ৰত্যক্ষ বা পৰোক্ষভাৱে আমি গিৰিহঁত বা গিৰিহঁতনী দায়ী নহওঁহঁক নে ?

সি যি হওক, মোৰ কব লগা কথা এয়ে, অসমীয়া সাহিত্যত অসমীয়া তিৰুতাৰ প্ৰাণৰ কথা, অভাৱ-অভিযোগ, প্ৰকাশ পাওক ; কিয়নো সেয়ে নহয় মানে সমাজে তাৰ প্ৰতিকাৰ কৰিব নোৱাৰে, সাহিত্যতো তিৰুতা লেখিকাৰ বিশিষ্ট দানৰ পৰা আমি বঞ্চিত হওঁহঁক। এই প্ৰসঙ্গত আমি পাহৰিব নালাগিব যে তিৰুতা সুকীয়া পদাৰ্থ নহয়। মাছৰ বুকৰ পেটৰ দৰে, তিৰুতা অকল পুৰুষৰ অৰ্দ্ধাঙ্গিনীয়েই নহয়, তিৰুতা আমাৰ আই, বাই, ভনী আৰু সৰহ কি, আমাৰ নিজ তেজ-মঙহৰ জীয়ৰী।

স্ত্ৰী-স্বাধীনতা আৰু তিৰুতাৰ অভাৱ-অভিযোগৰ বাহিৰেও আন বিবিধ বিষয়ৰ জোঁকাৰ এই লেখিকাৰ বীণত বাজি উঠিছে, আৰু তেওঁৰ কবিত্ব-শক্তিৰ প্ৰমাণ দিছে। ধুমুহা আৰু ডবা-পিটা বৰষুণৰ পাছত আকাশ মেঘ-মুক্ত

আৰু নিৰ্ম্মল হোৱাৰ দৰে তেওঁৰ ন্যায়সঙ্গত বিদ্ৰোহৰ ভূমিকম্পৰ পাছত তেওঁৰ চকুত এক নতুন শান্তিৰ সৃষ্টি ওপঙি উঠিছে—

"আজি বিশ্বক নতুন ভাবত জগাই তোলে কোনে ?
নতুন বেশে নতুন ৰূপে বৰণ সজায় কোনে ?
বস্তু যুগৰ জড় দেশত পৰাণ দিলে কোনে ?
লুপ্ত গৌৰৱ ঘূৰাই আনি কৰম কৰে কোনে ?
বিশ্ব জিনি মুক্তিৰ বাণী প্ৰচাৰ কৰে কোনে ?
মুছলিম প্ৰাণত স্বাধীনতাৰ পায়গাম্ আনে কোনে ? (কোনে)

"আজি দুৰ্যোগৰ ৰাতি যত গৰ্ব্ব খৰ্ব্ব হল,
(প্ৰভু) আত্মসমৰ্পণ কৰোঁ, ৰক্ষা কৰাঁ ধৰাতল।
ভাগিল টোপনি আজি দেখোঁ বৰ্ষা নীৰ ;
দুঃস্বপ্নৰ শেষ হল জগত সুস্থিৰ।" (দুৰ্যোগ)

"জীৱনেই নৱ ৰূপ ধৰি, জ্বালা মোৰ নিদিলে জুৰাই ;
মৰণেই ধৰি হাত পাতি, দেহা মোৰ দিব শীতলাই।
মৰণকে আদৰি আনিম, মৰণকে সাৱটি ধৰিম ;
মৰণৰ বুকুতে লভিম, জীৱনৰ তৃপিতি অসীম।" (মৰণ)

"তুমি কিনো ? তুমি কিনো ? তুমি কেনেকুৱা ?
নিৰাকাৰ ৰূপ-জ্যোতি এবাৰ দেখুঁৱা। ...
থাকাঁ তুমি তোমাতেই, মই থাকোঁ মোত ;
ইদৰে বাগৰি যক সময়ৰ সোঁত।" (সাঁথৰ)

"বজাৰ নাজানা যদি বিস্কুৰীয়াকই নবজাবা আলস্তুৱা বাঁহী ;
ছিঙিব নাজানা যদি নিছিঙিবা ফুল, সৰি সৰি পৰি ৰব পাহি।" (নিৰ্ব্বোধ)

"প্ৰেমৰ এটুপি জৰণাৰ পানী সাগৰ বিচাৰি যায়,
থাকিও নিজতে অন্ধ মানৱে বিচাৰি নাপায় হায় !
প্ৰেম নাই য'ত তাত কিবা আছে ? নাই, তাত একো নাই ;
প্ৰেমেই ধৰ্ম্ম, প্ৰেমেই কৰ্ম্ম, সংসাৰ প্ৰেমৰ ঠাই।" (প্ৰেম)



মুঠতে কব পাৰোঁ, ফাতেমা খাতুনৰ এই অভিযান নৱ অভিনৱ আৰু সফল। লেখিকাৰ এই উদ্যম প্ৰথম হব পাৰে, কিন্তু শ্ৰম বঁজা হোৱা নাই ; কিয়নো তেওঁ আপোন মনে গীত গাইছে, কিয়নো সমাজৰ ডিঙি-গৰকা দিয়া চেষ্টাৰ ভিতৰেদিও তেওঁৰ গীত সহজে সৰকি আহিব পাৰিছে, কিয়নো তেওঁৰ এই গীত প্ৰকৃততে মানৱ প্ৰাণৰ স্বাধীনতাৰ গীত। লেখিকাক তেওঁৰ এই জয়-যাত্ৰাত মই আন্তৰিক স্নেহাশিস্ আৰু সম্বৰ্দ্ধনা জনাইছোঁ আৰু আশা কৰিছোঁ যেন তেওঁ অসমীয়া তিৰুতাৰ স্বাধীনতাৰ সুৰ সাহিত্যৰ ভিতৰেদি বিকশিত কৰিবলৈ দীৰ্ঘ জীৱন লাভ কৰে।

---

## "হাঁহিৰ থুন্‌পাক"—দুতিৰাম

"থুন্‌পাক ! ভিতৰতে তিনি পাক !!" বুলি পটন্তৰত কয়। সচাকৈয়ে হাঁহিৰ থুন্‌পাকৰ ভিতৰতো সেই তিনি পাক আছে ; অৱশ্যে সি মেৰ-পাক নহয়। পোনতে ইয়াক কব বা লিখিব জানিব লাগিব ; তাৰ পাছত, ইয়াক শুনিব বা পঢ়িবৰ নিয়ম বুজিব লাগিব : আৰু সৰশেহত, দুইৰো মাজত ইয়াক অন্তৰেৰে উপভোগ কৰিব পাৰিব লাগিব। দেশৰ বাৰ-মছলা যতাই দিয়াঁহি, ভাল ৰান্ধনী নহলে তাক কেতিয়াও জুতি লগাকৈ ৰান্ধি আগত দিবহি নোৱাৰে ; কিন্তু পাকৈত ৰান্ধনীয়ে শুদা লোণ-খাৰনিৰেই সেই কাম কৰিব। আকৌ, যতনেৰে ৰন্ধা ভাত-সাঁজৰ শলাগ নোলোৱা জনৰ আগত ৰান্ধনীয়ে ধান-খেৰ এসোপা আনি দিলেহি ; ধান-খেৰখিনি কি কৰিব লাগে বুলি সোধাত কলে বোলে ৰন্ধাখিনি উপাদেয় নহল জানি সেয়াকে দিছেহি। "অৰসিকেষু ৰসস্য নিবেদনম্" সচাকৈয়ে বৰ দুখৰ কথা। তৃতীয়ত, কোনোবাই কবৰ দৰে ইংৰাজ জাতিটোৱে সকলো কথাকে ধেমালি বুলি ধৰে, কেৱল ধেমালিকেহে তেওঁলোকে গহীনাই লয়। বিপৰীত হলেই আহকাল ! বাবুৱে ঠাকুৰক কলে, আঞ্জাত লোণ তাকৰ হৈছে। ঠাকুৰে ভাবিবলৈ ধৰিলে, আঞ্জাত লোণ তাকৰ হৈছে ? মানে, মোৰ বুদ্ধি নাই ? বুদ্ধি নাই কাৰ ? গৰুৰ ? মানে, মোক গৰু বুলিলে ? গতিকে একে চাবেই উঠি বাবুৰ মুৰত টাঙোন !!

এতেকে হাঁহিৰ থুন্‌পাক মেলিবলৈ হলে উভয় পক্ষৰ বুদ্ধি চোকা, মন মুকলি

আৰু হিয়া উদাৰ হব লাগিব। বহুতৰ ধাৰণা অসমীয়া মানুহ ৰসত চতুৰ নহয়; তেওঁলোকৰ মুখ সদায় গোমোথা। কিন্তু স্বৰূপতে ই সচা নহয়। অসমীয়া খুহটীয়া কথাই মৰাৰ মুখতো হাঁহি তোলাব পাৰে বুলি কয়। অসমীয়াৰ বেজবৰুৱা আছিল ৰসৰাজ। তেওঁৰ প্ৰথম ৰচনা 'লিতিকাই'ৰ এটা সাধু ঃ—বামুণৰ পেটৰ কোৰকোৰনি বেমাৰ। সকলো বেজ জ্ঞানী মিছা পৰিল। শেষত এজন বেজে বিনা ঔষধে ৰোগ গুচালে। কেনেকৈ? বেজে সুধিলে, 'তুমি এবছৰৰ ভিতৰত নিশ্চয় লাও খাইছিলা? সেই লাও গৈ পেটত টোকাৰী হল। তোমাৰ লগুণডাল গুণা হৈ তাত লাগিলেই কোৰকোৰাই বাজি উঠে।' তেন্তে, ঔষধ? বেজে কলে, 'লগুণডাল পেলাই দিয়াঁ।' ৰৰ টেঙৰ বেজ? নহয়, তাতোকৈ টেঙৰ বামুণ; কিয়নো তেওঁ লগুণ ডাল পেলাই নিদি হাতত লৈ ফুৰিছিল!! ই বামুণৰ লগুণৰ বিদ্ৰূপনে? বেজবৰুৱা নিজে বামুণ, আৰু তেখেতৰো গাত লগুণ আছিল।

এইদৰে লোকৰ ওপৰত হাঁহাতকৈ নিজৰ ওপৰত হাঁহাত হাস্যৰ বিশুদ্ধতা অধিক প্ৰমাণিত হয়। কিয়নো লোকৰ ওপৰত হাঁহাত প্ৰায়ে পিশাচৰ হাঁহি প্ৰকাশ পায়, কিন্তু নিজৰ ওপৰত হাঁহাত দেৱ-দূতৰ হাঁহি বিৰিঙে। বেজবৰুৱাই সাধাৰণতেই নিজৰ ওপৰত হাঁহিছিল। তেখেতৰ পুত্ৰ সন্তান নাছিল বুলি নাজানি কোনোবাই সুধিছিল—'আপোনাৰ লৰা কেইটি?' উত্তৰ পালে—"তিনটি। এটি হৈছিল; এটি হোৱা নাই; এটি হব।" সেইহে আমি কেইবা ঠাইতো বেজবৰুৱাৰ "ৰামধনু-হাস্য"ৰ বৰ্ণনা কৰিছোঁ। কিয়নো যেঘৰ চকুলোত বেলিৰ হাঁহি পিচলিয়েই ৰামধনু জিলিকি উঠে। বেজবৰুৱাৰ বিৰাট প্ৰাণ অসমীয়া জাতিৰ দুখ-দৈন্যত সদায় কান্দি উঠিছিল। ৰচনাৰ ভিতৰেদি হাঁহিৰ চলেৰে তেওঁ কান্দি পঠিয়াইছিল। নিস্বাৰ্থ মানৱ প্ৰেমিক নহলে হাস্যৰসিক হব নোৱাৰে। লোকৰ দোষ-খোচৰা সঙ্কীৰ্ণমনা লোকে কোনো জন্মত হাস্য-ৰস ফুটাই তুলিব নোৱাৰে।

বিশুদ্ধ আৰু শ্ৰেষ্ঠ হাস্যৰসৰ আন এটা লক্ষণ সুৰুচি বা সৌন্দৰ্য্যবোধ। কদৰ্য্য বা আপচু মাত্ৰই কায়মনোবাক্যে বৰ্জ্জনীয়, আৰু সৌন্দৰ্য্য বা শ্ৰী মাত্ৰই আৰাধনীয়। মানসিক, শাৰীৰিক আদি সকলো বিষয়তে এই কথা পাহৰিব নালাগে।

শ্ৰীদুতিৰাম চাংকাকতি এই খুহটীয়া কথাৰ সংগ্ৰহটিৰ বাবে শলাগৰ পাত্ৰ।

# "ৰূপ-ৰেখা" কৱিতা—ফুলেশ্বৰ

নিতাই-পুখুৰী বাপুতিগড় গাঁৱৰ পৰা ৰেজিষ্টাৰী ডাকত "আপোনাৰ অপৰিচিত চেনেহ-ভিক্ষাৰী এজন ছাত্ৰ" বুলি এখন পত্ৰেৰে শ্ৰীমান ফুলেশ্বৰ দত্তই তেওঁৰ এই পুথিৰ পাণ্ডুলিপি হঠাৎ মোলৈ পঠাইছে আৰু লিখিছে—"আপোনাৰ দৰে 'মৰম-ভিক্ষাৰী'ৰ কাষত ময়ো আজি সেই মৰমৰেই খুদ-মগনিয়াৰ হৈ ওলাইছোঁ।"

লেখকৰ লগত মোৰ চকুৰ চিনাকি নাথাকিলেও, নিতাই-পুখুৰী বাপুতিগড় বোলা এই ঠাইখনি পুৰণি মিতিৰৰ দৰেই মোৰ পুৰণি চিনাকি, আৰু নিশ্চয় শ্ৰীমান ফুলেশ্বৰ দত্তৰ জন্মৰো ভালেখিনি বছৰৰ আগৰ। ১৯১৪ৰ মে'ৰ আগপথ, এদিন আবেলি গৰু-গাড়ীত উঠি কমাৰফদীয়াৰ পৰা ঢুকাষৰ ডাঠ হাবিৰ মাজৰ আলিয়েদি প্ৰায় দুপৰ নিশাত এই জনমৰ এক প্ৰথম চিনাকি ঠাই বাপুতিগড় পাওঁগৈ। তেতিয়া মোৰ কৈশোৰ জীৱন; সেই ঠাইৰ সমনীয়া লগৰীয়াৰ লগত কত হেপাহৰ কথা পাতি জোনাক নিশা কটাই দিছিলোঁ! ওৰে নিশা ডাউক আদি নানা চৰাইৰ মাত, পুৱা-গধুলি বাপুতিগড়ৰ প্ৰকৃতিৰ শান্ত স্নিগ্ধ ৰূপ, জেঠৰ খৰত বাপুতিগড়ৰ খাৰৈ-পুখুৰীত দুপৰীয়া নাহৰি চিলনি-সাঁতোৰ দিয়া কথা এটি-এটিকৈ সবাক্ চিত্ৰৰ দৰে মোৰ মানস-চকুত ধৰা দিছে। একুৰি ওঠৰ বছৰ! কোনে কয়? একুৰি ওঠৰ ঘণ্টাও হোৱা নাই যেন লাগে! বাহিক আৰু অন্তৰ্জগতৰ, শৰীৰ আৰু মনৰ এই বিবাদ কোনে গুচাব?

শ্ৰীমান দত্তই আৰু লিখিছে—"সঁচা, মই আপোনাৰ একেবাৰেই অপৰিচিত। কিন্তু মনত ভাব হয় আপুনি যেন মোৰ পৰিচিত। অকল মোৰেই নহয়, হয়বা মোৰ দৰে বহুতৰেই আপুনি পৰিচিত...আপুনি নজনাকৈয়ে আপুনি আমাৰ মাজত পৰিচিত হৈ পৰিছে।..."কপালত পিন্ধি লই মৰমৰ ইন্দ্ৰধনু, জয় কৰা সকলোৰে হিয়া।" আৰু আপুনিও সকলোৰে হিয়া জয় কৰা এজন কবি। তেনে এজন কবি মোৰ পৰিচিত নহয় কোনে কয়?" ইয়াত বঢ়া-টুটা কিবা থাকিলেও তাক এৰি শ্ৰীমান

দত্ত যে কবিতা-ধৰ্মীৰূপে মোৰে "একে গুৰু-বৰৰ দাস" তাত মোৰ সন্দেহ নাই ; গতিকে তেওঁৰ পৰিচয়ৰ দাবী মানিবলৈ মই বাধ্য।

আলোচ্য পুথিখনিৰ একুৰি তিনটি কবিতা, ইংৰাজী কৱিতা আৰু ৰবীন্দ্ৰনাথৰ দুই এটি ৰচনাৰ পদ-ভাঙনি। মই পোনতে এই কথাত সন্তোষ পাইছোঁ, ভাঙনিৰ ঘাইকৈ পদ-ভাঙনিৰ দায়িত্বৰ গুৰুত্ব লেখকে কিছু পৰিমাণে উপলব্ধি কৰিছে ; বিশেষকৈ যিহেতুকে বহুত নাম-জ্বলা বৰ্ত্তমান অসমীয়া লেখকেই সেই কথাটো মন নকৰা দেখা পোৱা হয়। শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ আদিৰ অমৰ ভাঙনিবোৰৰ কথা এৰিও, বৰ্ত্তমান সাহিত্যতে ভাঙনি-কোঁৱৰ আনন্দচন্দ্ৰ আগৰৱালা আদি জনদিয়েকৰ ভাঙনি আমাৰ আদৰ্শনীয়। ঘাইকৈ আগৰৱালাৰ অনুপম ভাঙনি "জীৱন-সঙ্গীত" আদি তাৰ বঙলা ভাঙনিতকৈয়েহে যে সুন্দৰ এনে নহয়, তাৰ মূল ইংৰাজী কৱিতাতকৈ আমাৰ কাণত অধিক সোৱাদ যেন লাগে ; অথচ এই ভাঙনি তেওঁ এই লেখকৰ দৰে প্ৰৱেশিকা পৰীক্ষা দিয়াৰ পাছতে লিখা। সেইদৰে শ্ৰীসূৰ্য্যকুমাৰ ভূঞাৰ "কবি-প্ৰাণ" আমাৰ বিবেচনাত ইংৰাজ ৰাজকবি আলফ্ৰেড্ টেনিছনৰ মূল কৱিতা "Poet's Mind" তকৈও সুন্দৰ যেন লগাৰ কাৰণ নামটোৰ পৰাই বুজিব পাৰি। মূল কৱিতাৰ প্ৰথম দুশাৰীৰ ভাঙনিকে উদাহৰণ ৰূপে লব পাৰি—

"কবিৰ অন্তৰখনি আলসুৱা অতি
তুমি তাত নিদিবা যাতন ;
কবিৰ প্ৰাণৰ কথা বুজিবাঁ কি তুমি
তোমাৰ যে উপকৰা মন !"

এই ভাঙনি অৱশ্যে অলপ ব্যাখ্যামূলক হৈছে ; কিন্তু মহাপুৰুষসকলে সংস্কৃত শ্লোকৰ ভাঙনি সংস্কৃতৰ শাৰীৰ সমানে সমানে অপূৰ্ব্বৰূপে কৰিছিল, তাক অকল বিষ্ণুপুৰী সন্ন্যাসীৰ শ্লোকটিৰ মাধৱদেৱে কৰা "মুক্তিত নিস্পৃহ" ঘোষাটিৰ পৰাই বুজিব পাৰি।

ভাঙনিৰ প্ৰথম দায়িত্ব হল যি কবি-ঋষিৰ ভাঙনি কৰা হয় তেওঁৰ আৰু তেওঁৰ কবিতাৰ মৰ্য্যদা ৰখা ; অন্ততঃ অমৰ্য্যদা নকৰা, কায়-বাক্য-মনে। ইয়াৰ অৰ্থ এয়ে, মনেৰে আমি তেনে অমৰ্য্যদাৰ কথা নাভাবিব



পাৰোঁ, কিন্তু যদি কায়-বাক্যতো দোষ ঘটে, অৰ্থাৎ নিজক সম্পূৰ্ণ অযোগ্য জানিও তেনে কামলৈ আমি আগবাঢ়োঁ, সিও অৱশ্যে দোষণীয়, নিন্দনীয় নুবুলিলেও। আগৰ দিনত পুৰণি পুথি এখন যি শ্ৰদ্ধা-ভক্তিৰে ৰখা-মেলা হয়, তাতোকৈ কোটিগুণে শ্ৰদ্ধা-ভক্তি অৰ্থাৎ সাধনাৰে আমি আগবাঢ়িব লাগে এনে কবি-ঋষিসকলৰ ভাঙনি কৰিবলৈ, যাতে প্ৰকৃত অমৰ্য্যদাৰ দোষে আমাক চুৰ-পৰ্শিব নোৱাৰে। ইয়াকে আন কথাৰে কব পাৰি, সেই সকলৰ মানসিক আৰু আধ্যাত্মিক ওখ সমতল বা মালভূমিলৈ আমি উঠিবৰ প্ৰয়াস কৰিব লাগিব আৰু তাৰ পাৰিপাৰ্শ্বিকতা আদি সকলো প্ৰকাৰে উপলব্ধি কৰিবলৈ যত্ন কৰিব লাগিব।

উদাহৰণ ৰূপে এটি কথাৰ উল্লেখ কৰিম। উনৈশ শতিকাৰ ইংৰাজ কবি ফিজ্জাৰেল্ডৰ অনেক মৌলিক কবিতা আছে, কিন্তু তেওঁ আজি সেইবোৰতকৈ ওমৰ খায়ামৰ ফাৰ্চী ৰুবায়াৎবোৰৰ ভাঙনিৰ বাবেহে সমগ্ৰ জগতত প্ৰসিদ্ধ। এইবোৰৰ অসমীয়া ভাঙনি ওলাইছে আৰু সাধাৰণভাৱে বিশেষ সুৱলা হৈছে ; কিন্তু ফিজ্জাৰেল্ড তথা ওমৰৰ ৰুবায়াতৰ প্ৰাণ-বস্তুটো সদায় স্বৰূপভাৱে তাত প্ৰকাশ পোৱা নাই। প্ৰমাণৰূপে, ফিজ্জাৰেল্ডৰ অতি বিখ্যাত ৰুবায়াতৰ ভাঙনি—

"ধৰাঁ প্ৰিয়তম প্ৰাণৰ পিয়লা জীৱন-মদিৰা ভৰাই দিয়াঁ ;
অতীত ভবিষ্য শোক-দুখ-ভয় আজিৰ ভাবনা উটাই নিয়া।"

—ইত্যাদিৰ ভাষা সুৱলা হৈছে, কিন্তু ভাঙনিত ভাবৰ দৈন্য ৰৈ গৈছে। ওমৰৰ "সুৰা" আৰু "ছাকি" "ভগৱৎপ্ৰেম" আৰু "গুৰু"ৰ ৰূপকভাৱে গ্ৰহণ নকৰিলেও জগতৰ মহাজ্ঞানী ওমৰে কেৱল সংসাৰৰ গভীৰ দুখ-যাতনাবোৰ বুৰাই ৰাখিবলৈকে সুৰা আদিৰ আশ্ৰয় লৈছিল বুলিব লাগিব ; আৰু ঠিক এই ৰুবায়াৎটিয়েই তাৰ প্ৰকৃষ্ট নিদৰ্শন। ফিজ্জাৰেল্ডে ইয়াৰ উপৰিও তেওঁৰ ভাঙনিত এই মূল ভাব প্ৰকাশৰ বাবে, প্ৰায় ৩৪টা ৰুবায়াতৰ মূৰে মূৰে "Ah !" "Oh !" আদি দুখ-শোক-অনুতাপ আদি তীব্ৰ অনুভূতি-ব্যঞ্জক শব্দবোৰ ব্যৱহাৰ কৰি সেই ছাটি-ফুটিৰ ভাববোৰ ফুটন্ত আৰু জীৱন্ত কৰি তুলিছে ; গতিকে ফিজ্জাৰেল্ড্ পঢ়িলে মূল ফাৰ্চী নপঢ়া সকলৰ বাবে ইয়েই ওমৰৰ মৌলিক ৰচনা যেন অনুভৱ হয়। কিন্তু দুৰ্ভাগ্যক্ৰমে

অসমীয়া ভাওনিত লেখকে এই অতি লাগতিয়াল কথাটিলৈ মন নকৰা বাবে, এনেবোৰ কথা মহাজ্ঞানী ওমৰৰ মুখুলি "মাতাল"ৰ কথা বুলিও ভুল ধাৰণা জন্মিব পাৰে।

আন এটি কথা, ছন্দ। দুৰ্ভাগ্যক্ৰমে বহুত বৰ্ত্তমান নামজ্বলা অসমীয়া লেখকেও, গানৰ লগত তাৰ সুৰৰ দৰে কবিতাৰ লগত তাৰ ছন্দৰ যে এটা ছিণ্ডিব নোৱৰা সম্পৰ্ক আছে, তাক নভবা যেন লাগে; আৰু যেই সেই কবিতাৰ যেই সেই এটা ছন্দ দি পাল মাৰিব পাৰিলেই হল বুলি ভাবে! এনে এটা ভুল বাট দেখুৱাই আমাৰ ডেকা-গাভৰু সকলৰো যে কি অপকাৰ কৰিছে, তেওঁলোকে নিশ্চয় ভাবিব পৰা নাই। উদাহৰণ ৰূপে—টেনিছনৰ "লাইট বিগ্ৰেড" কবিতাই যেনেকৈ সৈনিকৰ বিৱৰণৰ লগতে তাৰ ছন্দেৰে তেওঁলোকৰ মাৰ্চ্চ কৰা ধ্বনিও আমাৰ কাণত পেলাই দিছে, ৱৰ্ডছৱৰ্থৰ "লুছী গ্ৰে" কবিতাত নৃত্যমান ছন্দৰ ভিতৰেদি চপলা কিশোৰীৰ চঞ্চল পাদক্ষেপৰ গতিও তেনেকৈ নিৰ্দ্দেশ কৰিছে। আনহাতে, মহাকবি কালিদাসৰ "মেঘদূতত"—

"কশ্চিৎ কান্তাবিৰহগুৰুণা স্বাধিকাৰ-প্ৰমত্তঃ
শাপেনাস্তং গমিতমহিমা বৰ্ষভোগ্যেন ভৰ্ত্তুঃ।
যক্ষশ্চক্ৰে জনকতনয়াস্নানপুণ্যোদকেষু
স্নিগ্ধচ্ছায়তৰুষু বসতি ৰামগিৰ্য্যাশ্ৰমেষু॥"

—আদিৰে যেনেকৈ মন্দাক্ৰান্তা ছন্দৰ সহায়েৰে মেঘৰ গহীন গমন আদিও প্ৰাণত অনুভূত কৰিছে এৰে, সেইদৰে ইংৰাজ কবি গ্ৰেৰ বিখ্যাত "ইলেজী"ৰ দীঘলীয়া ছন্দৰ সহায়েৰে অকল শোক-কবিতাৰেই নহয়, সেই গধূলিৰ ভাগৰুৱা প্ৰকৃতিৰো, মানুহ-গৰু আটাইৰে খোজ-কাটলৰ গঢ়-গতিও ফুটাই, তুলিলে। কিন্তু ঠিক এইটি কবিতাৰ ভাওনিত—

"কাষৰ দ'লৰ পৰা ডবা-শঙ্খ বাজি
সন্ধিয়াৰ দিলেছি জননী;
ঘৰলই উলটিছে বাটৰুৱা সৱে
পলুৱাই ভাগৰ আমনি।"



—এই নটুৱা ছন্দ প্ৰয়োগ কৰি অকল "সন্ধিয়াৰ জাননী"ৰ অমৰ্য্যদা আৰু ঘৰলৈ ওলটা বাটৰুৱাৰ "পলুৱাই ভাগৰ আমনি"ৰে পৰিহাস কৰা হোৱা নাই, সেই অমৰ ইংৰাজ কবিতা আৰু কবিকো বিদ্ৰূপ কৰাৰ দৰেই হৈছে। অৱশ্যে "অনিচ্ছাতো যেন অগনি পোৰে।"

এফালে অসমীয়া লব্ধপ্ৰতিষ্ঠ কবিৰত্নসকলৰ ভাওনিৰ এই কন্দা-কটা অৱস্থা, আনফালে সভয়ে আৰু সন্তৰ্পণে কবি-উমেদাৰ হবলৈ অহা শ্ৰীমান ফুলেশ্বৰ দত্তৰ এই ভাওনি-থুপিটি দেখি সেইবাবে মই সকাহ পাইছোঁ আৰু আশান্বিত হৈছোঁ, অসমীয়া সাহিত্যৰ ভবিষ্যৎ সিমান অন্ধকাৰ নহবও পাৰে। ভুল বাটে এমাইল আগবঢ়াতকৈ ঠিক বাটে এখোজ আগ-বঢ়াটোত মই অধিক মূল্য দিব খোজোঁ।

উমেদাৰ ৰূপে তেওঁৰ ত্ৰুটি-বিচ্যুতি নিশ্চয় যেনে স্বাভাবিক, তেনে ক্ষমা-যোগ্য; "প্ৰতিষ্ঠা"ৰ দম্ভালি নহলে আপোনা-আপুনি তেওঁ সেইবোৰ দেখিব আৰু শুধৰাই লব পাৰিব লগে লগেই। গতিকে সেই সম্পৰ্কে সৰহ কোৱা অনাৱশ্যক। "নিচুকনি গীত", "প্ৰিয়হীনা পক্ষী", "লৰালিৰ চাৱন", "সপোন-পোহাৰী", "চিৰ-সুখী", আদি ভাওনিবোৰে যেনে ঐকান্তিকতা তেনে স্বাভাৱিক কবিত্ব-শক্তিৰ পৰিচয় দিয়ে। কিন্তু "পৰীৰ সুৰ" আদি য'তে ত'তে পঢ়া হলে লেখকক এজন উমেদাৰ আৰু কবিতাটি এটি ভাওনি বোলা টান হল হেতেন।—

"মুটুকিবা চকুপানী, নাকান্দিবা সোণ তুমি পৰি বিৰহত;
নাকান্দিবা সোণ মোৰ, পুনৰ ফুলিব ফুল, অহা বছৰত।
নকৰিবা শোক তুমি, নাকান্দিবা হিয়া ধুনি, বহি বেজাৰত;
শুই থকা কুঁহি-পাত পুনৰ ওলাব সোণ, গছৰ ডালত।
মুটুকিবা চকু পানী, কই যাওঁ আজি মই, বিদায় পৰত;
নাকান্দিবা সোণ মোৰ পুনৰ ফুলিব ফুল, নৱ বছৰত।
যাওঁ দেই, সোণ মই, উৰি গুচি যাওঁগই, নাকান্দা বিনাই;
চকুৰ আঁতৰ হওঁ, সৰগৰ নীলিমাত, বিদায়, বিদায়।"

এই জয়-যাত্ৰাত লেখকক হিয়া-ভৰা অভিনন্দন আৰু প্ৰাণ-ভৰা আশীৰ্ব্বাদ জনাওঁ।

---

# "সজাগ নিশা" উপন্যাস—মিছ্ ছাইমন

"অথচ নাৰ্ছ বুলি জানিলেই আমাক আমাৰ দেশৰ মানুহে তুচ্ছ জ্ঞান কৰে। নাৰ্ছবিলাকক সকলোৱেই ঘৃণাৰ চকুৰে চায়। ......এনে কি, ছাৰ্জ্জন আৰু ডাক্তৰবিলাকেও নাৰ্ছবিলাকক কিমান অৱজ্ঞা কৰে, অৱহেলা কৰে! অথচ এই ডাক্তৰবিলাকেই হস্পিতালত নাৰ্ছবিলাকে সহায় নকৰিলে একো এটা কাম নিজে কৰিব নোৱাৰে। আমাৰ দেশত নাৰ্ছবিলাক সকলোৰে মানত তুচ্ছ ক্ষুদ্ৰ জীৱৰ নিচিনা।"—"সজাগ নিশা", ষষ্ঠ অধ্যায়।

সদৃশ্ বা বিসদৃশভাৱে এনে বিৱৰণৰ এগৰাকী নাৰ্ছ বা তাতকৈ উন্নত পদবীৰ তিৰুতা এগৰাকী ধাত্ৰী বান্ধৱীৰ লগত মোক বিচাৰি ঘৰ ওলালহি। অহাৰ কাৰণ সোধাত তিৰুতাৰ স্বাভাৱিক সঙ্কোচেৰে লাহে-ধীৰে পাকে-প্ৰকাৰে মোক জনালে বোলে তেওঁ এখন কিতাপ লিখিছে আৰু তাকে মই চাই দি উপযুক্ত দেখিলে অসমীয়া পঢ়ুৱৈ সমাজৰ আগত তেওঁক চিনাকি কৰি দিব লাগে।

নাৰ্ছ বা তিৰুতা বুলি মোৰ কোনো কুসংস্কাৰ জ্ঞাতভাৱে নাথাকিলেও, সেই কিতাপখন যে বিশেষ কিবা হ'ব এনে ধাৰণা অৱশ্যে তেতিয়া মোৰ নহ'ল। মোৰ বাৰ-বুৰি লেঠাৰ লেখ দি তথাপি তেওঁক কলোঁ, তিনি চাৰিমাহ মানৰ মূৰত পঠিয়াই দিলে মই তেওঁৰ কিতাপখন চাই, মোৰ বিবেচনাত উপযুক্ত হলে নিশ্চয় এখন 'চিনাকি' লিখি দিবলৈ যত্ন কৰিম।

সেই অনুসাৰে তেওঁ হাতে-লিখা পুথিখন পঠালে। পিছে তেতিয়াও মোৰ আজৰি নোহোৱাত জাপতে আকৌ কিছুদিন তাক গাপ দিলোঁ। তাৰ পাছত এদিন বিশেষ কামত ভাপ-গাড়ীত যাত্ৰা কৰিব লগা হ'ল, আৰু মোৰ সজ অনুসাৰে সেই যাত্ৰাতে পুথিখন পঢ়ি চাই আৱশ্যকীয় কাৰ্য্যকৰী দায়িত্বৰ ভাৰখন কান্ধৰ পৰা নমাবৰ উপায় চিন্তিলোঁ। "সজাগ নিশা" নামটি নিশ্চয় নৱন্যাসিক (ৰোমাণ্টিক)!—

> "পাতে-পতি সনা তাত, কত বসন্তৰ বলিয়া বাসনা ;
> যৌৱনৰ নিদ্ৰাহীন কত ৰজনীৰ নিঠুৰ কামনা!"



গতিকে নামটিৰ পৰা অনুমান হৈছিল জানোচা ই "কুৰি শতিকাৰ মুক্ত নৈতিকতা"ৰ নাৰ্ছ-জীৱনৰ কোনো উদ্‌ভ্ৰান্ত প্ৰেম-কাহিনী। এনে নানা পূৰ্ব্ব-আশঙ্কাৰেই পুথিখন মেলি ল'লোঁ।

পঢ়া আৰম্ভ কৰাৰ লগে লগেই এনেবোৰ আশঙ্কা অমূলকৰূপে এটি-দুটিকৈ আঁতৰিবলৈ ধৰিলে। পঢ়োঁতে পঢ়োঁতে যাত্ৰীসকলৰ ওলোৱা-সোমোৱা, ষ্টেচনত 'মজদুৰ' আৰু বস্তু-বেচোঁতাৰ চিঞৰ-বাখৰ; বাহিৰৰ প্ৰকৃতিৰ "ফাগুন লেগেছে বনে বনে, আগুন লেগেছে বনে বনে"—সকলো পাহৰি কেৱল পঢ়িবলৈ ধৰিলোঁ। যাত্ৰাৰ আধাথিনিতে পঢ়া শেষ হ'ল; কিন্তু বাকী ছোৱাও "সজাগ নিশা"ৰ বৰ্ণনাবোৰেই মোৰ মনত সজাগ হৈ থাকিল।

পোনতে এগৰাকী বিদেশী মহিলাৰ দান "সেই মহৎ অনুষ্ঠানটি"ৰ পৰিচয়—"যি সকল নাৰ্ছে এই অনুষ্ঠানত ট্ৰেইনিং ল'ব, তেওঁলোকে মাত্ৰ নিজৰ জীৱিকাৰ অৰ্থে এই বিদ্যা নিশিকি মানৱ জাতিৰ কল্যাণৰ অৰ্থে যেন শিকে, আৰু ইয়াত থাকি খৃষ্টক আদৰ্শ ৰাখি উন্নত-চৰিত্ৰ, স্বাৰ্থত্যাগী, কোমল-হৃদয় আৰু উদাৰ-মনৰ নাৰ্ছ হৈ ধনতকৈও যেন মানৱত্বক উচ্চ আসন দিব পাৰে।"

তাৰ পাছতেই সেই অনুষ্ঠানৰ মেনেজিং কমিটিৰ অধিবেশনত ষ্টাফ্ নাৰ্ছ ৰুবী চৌধুৰীৰ বিচাৰ বা অবিচাৰত আৰু তেওঁক সম্পূৰ্ণ দোষী সাব্যস্ত কৰি চৌবিশ ঘণ্টাৰ ভিতৰত সেই অনুষ্ঠান এৰি যাবলৈ দিয়া আদেশ। আচৰিত কথা, ৰুবীয়ে তেওঁৰ দোষৰ কথা একো নাজানে; অথচ বিনা বাক্যব্যয়ে তেওঁ সেই বিচাৰ-অবিচাৰৰ দণ্ড মূৰ পাতি ললে; অনাৰ্ছ্ লৈ প্ৰাদেশিক পৰীক্ষাত উত্তীৰ্ণ হোৱা ৰুবী তাত ষ্টাফ্ নাৰ্ছ হোৱা এবছৰ মাথোন হৈছিল, আৰু ভনীয়েক নাৰ্ছ লিলীয়ে নিজ দোষৰ সৈ নকঢ়া বাবে সেই দোষৰ দণ্ড কেনেবাকৈ তেওঁৰ ওপৰলৈ আহিল বুলি পাছত ৰুবীয়ে বুজিব পাৰিলে। তথাপি তেওঁ ভনীয়েকক আগলৈ সাৱধানে চলিবলৈ সতৰ্ক কৰি দি সেই দোষ আৰু অপমানৰ গধুৰ বোজা মূৰত লৈ সেই ঠাই এৰি আহিল।

ইয়াৰ অলপ দিনৰ মূৰত ৰুবী সেই ঠাইৰ পৰা দূৰত এটা ডাঙৰ হস্পিতালৰ অপাৰেটিং থিয়েটৰৰ নাৰ্ছ নিযুক্ত হয়। তাতো অলপ দিন বিশেষ উপযুক্ত-তাৰে কাম চলোৱাৰ পাছত একেদৰেই আনৰ দোষত তেওঁ দোষী সাব্যস্ত হৈ খেদা খায়। ঘটনাটো চমুকৈ এয়ে—মিঃ সিং নামে এজন আত্যৱস্ত ৰোগীক অকলশৰে শুশ্ৰূষা কৰোঁতে ৰোগীজনে তাৰে অন্যায় সুবিধা লব খোজে;

আৰু মেট্ৰন, ছাৰ্জ্জন দুয়ো আংশিকভাৱে সেই ঘটনা দেখি তাৰ বাবে কবীকে জগৰীয়া বুলি ধৰাত তেওঁ সেই অনুষ্ঠান এৰি আহিবলৈ বাধ্য হয়। আচৰিত কথা, এইবাৰো কবীয়ে নিজ নিৰ্দ্দোষিতা প্ৰমাণ কৰিবলৈ অকণো যত্ন নকৰি সেই অন্যায় অবিচাৰ আৰু অপমান শিৰত লৈ আঁতৰি আহিল।

তৃতীয় বাৰ কবী আহি মিণ্ট' এছছিয়েস্যনৰ কামত সোমাল। তেওঁৰ জীৱনৰ এই তৃতীয় অধ্যায়ৰ ভিতৰতে ভনীয়েক লিলীৰ এটা বিপৰ্য্যয় ঘটিল; আৰু তাৰ অলপ দিনৰ পিছতে লিলী মৃত্যুৰ মুখত পৰিল। এই ঘটনাই কবীৰ সাংসাৰিক সকলো আশা-ভৰসাৰ মূলত কুঠাৰ মাৰিলে; কিয়নো দুয়ো পিতৃ-মাতৃ-হীনা হ'লেও কবীয়ে নিজ পাখিৰ আঁৰ দি সৰ্ব্বস্ব ত্যাগ কৰি লিলীক ডাঙৰ-দীঘল কৰিছিল।

কবীৰ জীৱনৰ এই বাহিক বিফলতা ঢালখনৰ এটা ফাল মাথোন। তাৰ ভিতৰত নেদেখা কালটোত বিধাতা পুৰুষে কি লিখি আছে তাক কোনেও, আন নালাগে কবীয়েও, নাজানে। অপাৰেটিং থিয়েটাৰৰ নাৰ্ছ নিযুক্ত হোৱাৰ লগে লগে তাৰ ছাৰ্জন প্ৰদীপ হাজৰিকাৰ লগত তেওঁৰ দেখা-দেখি। ছাৰ্জন হাজৰিকাৰ ব্যৱহাৰ অদ্ভুত ধৰণৰ, গতিকে পোনৰ দেখা-দেখিৰ পৰা দুইৰো মাজত আসক্তি আৰু বিৰক্তিৰ উভয় ভাবেই তল-ওপৰ হৈ চলিছিল। সেই ছাৰ্জন হাজৰিকায়ে কবীক এদিন বাটত দেখি উপযাচি তেওঁৰ 'কাৰ'ত তুলি আনে। আৰু সেই ছাৰ্জন হাজৰিকায়ে তেওঁক অপাৰেটিং কমৰ 'ডিউটি'ত অবাঞ্ছিতভাৱে অপমানিত কৰে। সেই ছাৰ্জন হাজৰিকায়ে আগবাঢ়ি অনেক ঠাইত ওখ সমাজ এৰিও কবী চৌধুৰীৰ কাষত ৰহেহি, আৰু সেই ছাৰ্জন হাজৰিকাৰে নিজ হস্পিতালৰ মেট্ৰণৰ লগ লাগি কবী চৌধুৰীক স্বভাৱ-চৰিত্ৰৰ সন্দেহত পেলাই কামৰ পৰা খেদায়। শেষ কথা, সেই ছাৰ্জন হাজৰিকায়ে কবীৰ প্ৰাণাধিকা ভনী লিলীক এবাৰ ডাঙৰ জগৰৰ পৰা সৰুৱায় আৰু শেষত ধনীৰ জীয়ৰী মিছ্ সিং আৰু উচ্চ সমাজ ত্যাগ কৰি লিলীৰ সমাধিত বহি সামান্য নাৰ্ছ কবী চৌধুৰীৰ মৰম-ভিখাৰী হয়।

এয়ে মানুহ জীৱন আৰু এয়ে তাৰ প্ৰতিচ্ছবি উপন্যাস-সাহিত্য। মিছ্ ছাইমনৰ "সজাগ নিশা"ও আমাৰ সৰ্ব্বসাধাৰণৰ অভিজ্ঞতাৰ বাহিৰৰ, সমাজৰ আওহতীয়া কিন্তু অতি লাগতিয়াল এটি চুকৰ অভিনৱ মূৰ্ত্তিৰূপে সজাগ হৈ উঠিছে। স্বৰূপতে তুচ্ছ, ক্ষুদ্ৰ বা নীচ জাতি বা সমাজ কতো নাই, তাক এই



এগৰাকী পিতৃ-মাতৃ-হীনা, সামান্য-শিক্ষিতা মহীয়সী নাৰী কবী চৌধুৰীৰ মহৎ কৰ্ত্তব্য-পৰায়ণতা, কাৰ্য্য-কুশলতা, আত্ম-ত্যাগ আৰু আত্ম-সমৰ্পণৰ আহিৰে জল্ জল্-পট্-পট্ কৈ দেখুৱাইছে। তাৰ বিপৰীতে উচ্চ আৰু মহৎ বোলা সমাজৰ হীনতা আদি মিঃ সিং আদিৰ ব্যৱহাৰে সুপ্ৰমাণিত কৰিছে। "ঈশ্বৰে সত্য দেখে, পিছে বাট চায়"—এই কথা কবী চৌধুৰীৰ চিত্ৰত ফুটি ওলাইছে। নাৰ্ছ সকলৰ সামান্য অনাড়ম্বৰ জীৱন, তেওঁলোকৰ হাঁহি-ধেমালি আৰু সৰু-সুৰা আশা-আকাঙ্ক্ষা, তেওঁলোকৰ গধুৰ দায়িত্ব আৰু লেকাট্ লগা কাম আদি সকলো ইয়াত সজীৱভাৱে প্ৰকাশ পাইছে। আন হাতে, তিৰুতাই কিয়, পুৰুষেও নিজৰ ভবিষ্যতৰ কথা নিজে কিমান তাকৰ গম পায়, তাক ছাৰ্জন প্ৰদীপ হাজৰিকাৰ নিচিনা সু-শিক্ষিত, সু-চৰিত্ৰবান আৰু কৰ্ত্তব্য-পৰায়ণ ডেকাৰ চিত্ৰৰ পৰাই বঢ়িয়াকৈ বুজিব পাৰি।

সৰশেষত এই উপন্যাস ৰচয়িত্ৰী মিছ্ ছাইমনক তেওঁৰ এই প্ৰশংসনীয় প্ৰচেষ্টাৰ বাবে আন্তৰিক অভিবাদন নজনাই নোৱাৰি। আশা কৰিব পাৰি, ভবিষ্যতেও তেওঁ এনে একোটি আপুৰুগীয়া অৱদানেৰে অসমীয়া সাহিত্যক চহকী কৰিব। 'আপুৰুগীয়া' বোলাৰ বিশেষ অৰ্থ এয়ে যে ঘাইকৈ অসমীয়া সাহিত্যত লেখিকাৰ লেখ তাকৰ আৰু তাৰ ভিতৰতো সাহিত্যত তিৰুতা-অন্তৰৰ স্বাভাৱিক অৱদান দিব পৰা লেখিকা বিৰল। বৰ্ত্তমান আমি জগতৰ এক অপূৰ্ব্ব পৰিবৰ্ত্তনৰ সন্ধিক্ষণত ভৰি দিছোঁহঁক; এই অৱস্থাত সামাজিক, নৈতিক, মানসিক আদি সকলো বস্তুৰেই মূল্য পৰিবৰ্ত্তিত হৈছে, আৰু নতুন মূল্যাঙ্কনৰ সময় আহিছে। এনে সময়ত পুৰণি সমাজে ইমান দিন গৰকি যোৱা তিৰুতাৰ প্ৰাণৰ কথা নিৰ্ভীক কিন্তু সংযতভাৱে দাঙি ধৰাৰ বিশেষ দায়িত্ব পৰিছে তিৰুতাসকলৰ ওপৰত, যাতে ভবিষ্যত সমাজেও তিৰুতাৰ বিপক্ষে আকৌ "এক-তৰফা ডিক্ৰী" দিবলৈ সুবিধা নাপায়। মিছ্ ছাইমনৰ "সজাগ নিশা" সত্য, সংযত আৰু সুৰুচিসম্পন্ন; তাত তিৰুতাৰ পক্ষৰ আৰু দুটা কথা কবলৈ থাকিলেও, এটা কথাও বঢ়াই কোৱা হোৱা নাই। "হলা গছ দেখিলে আটায়ে বাগী কুঠাৰ মাৰে"। গতিকে সমাজে অন্যায়কৈ তল খাপৰ বুলি ভাবি কবী চৌধুৰীৰ নিচিনা সজ চৰিত্ৰৰ নাৰ্ছৰ মুখতো কেনেকৈ কলঙ্কৰ কালিমা সানিবলৈ দ্বিধা নকৰে; কিন্তু সত্য, সহিষ্ণুতা আৰু সাহসৰ ওপৰত ভিৰ দি চলিলে কেনেকৈ শেষত নিজ মহৎ উদ্দেশ্যত সিদ্ধিলাভ কৰিব পাৰি,

তাক কবী চৌধুৰীৰ চৰিত্ৰই প্ৰমাণ কৰে। এনেঁহীয়াকৈ চালে আমি ইয়াত নাৰ্ছ জীৱন আৰু খৃষ্টান ধৰ্ম্মৰ চিত্ৰ এখনিহে দেখা পাওঁ; কিন্তু গৰুৰ খোজৰ পানীত নভোমণ্ডল জিলিকি উঠাৰ দৰে সেই নাৰ্ছ জীৱনৰ ভিতৰেদি আমাৰ সমাজৰ অনাদৃত আৰু অৱহেলিত অথচ পৰম উপকাৰী এটি ভাগ, আৰু খৃষ্টান ধৰ্ম্মৰ ভিতৰেদি জগতৰ সকলো সত্য ধৰ্মৰ যি শিক্ষাৰ ওপৰত ভেটি কৰি আমাৰ দুৰ্ব্বহ জীৱন-ভাৰ আমি ববলৈ সমৰ্থ হওঁহঁক, বাহিৰৰ বঙ্ চঙীয়া আধুনিক শিক্ষা সৰহ নোহোৱাকৈও যি মহৎ আদৰ্শ লৈ কবী চৌধুৰীয়ে অন্যায় অবিচাৰ আৰু অপমান সহ্য কৰি শেষত তেওঁৰ সিদ্ধিৰ ফল লাভ কৰিব পাৰিছিল, সেই সনাতন ধৰ্ম্মৰ মহৎ প্ৰভাৱ আমি উপলব্ধি কৰিব পাৰোঁহঁক। "মোৰ ভিতৰুৱা জীৱনটো মোৰ নিজৰ। মানুহে ওপৰত চাইহে বিচাৰ কৰে, চকুৱেও কেতিয়াবা ভুল দেখে; কিন্তু সত্যই যে চকুৰ দৃষ্টিতকৈও গভীৰলৈ দেখে!" সামান্য শিক্ষিতা সামান্য পদবীৰ নাৰ্ছ কবী চৌধুৰীৰ এই নিৰ্ভীক বচন সত্যদ্ৰষ্টা ঋষিৰ অন্তৰ্দৃষ্টিৰ অভিজ্ঞতাৰ তুল্য বুলি স্বীকাৰ কৰিবই লাগিব।

---

## "পুৱালৈ সময় কিমান" কবিতা—মনেশ্বৰ

বৰ্ত্তমান কবিতাৰ শ্ৰেণীবিভাগ অনুসাৰে এই পুথিৰ ৰচনাখিনি 'আধুনিক' বা 'অতি-আধুনিক' এনে আখ্যা কোনোৱে দিব; কিয়নো "জোনাকী" বা "বাঁহী"ৰ যুগৰ অসমীয়া কবিতাৰ ভাব আৰু ছন্দৰ কাষত ই আচহুৱা, আৰু তাৰ পৰা অলপ নহয় অলপ ফালৰি কটা। কিন্তু এই উৰহী গছৰ ওৰটো থিতাতে বিচাৰিলে নহব; ইয়াৰ শিপাবোৰ কিমান নিলগৰ পৰা আহিছে তাৰো পম খেদি চাব লাগিব। স্বৰূপতে বিশেষকৈ সাহিত্যৰ গতি-ধাৰা স্থানীয় বুলি ধৰিলে, সদায় ভুল কৰা হয়; "ইয়াতে মাৰিলে টিপা। গড়গাঁও পালেগৈ শিপা॥"—সাহিত্য যি দৰে সদাই বিশ্বজনীন তাৰ শিপাও সেইদৰে বিশ্বব্যাপী।

গুটীয়া জীৱনৰ দৰে সাহিত্যৰ যুগো কেচুৱা, চেমনীয়া, চেঙেৰা, ডেকা, আদহীয়া আৰু বুঢ়া হয়; এই বাবে যুগে যুগে সাহিত্যৰ কায়া-কল্প চিকিৎসা বা



নৱ-যৌৱনৰ সঞ্জীৱনী আৱশ্যক হয়। "নল মৰে, গজালি ওপজে।" ইংৰাজী সাহিত্যৰ ড্ৰাইডেন্ প'প আদিৰ যুগ যেতিয়া কালৰ গতিত অলৰ-অচৰ হৈ পৰিল, অষ্টাদশ শতিকাৰ শেষ-ছোৱাত তাৰ ঠাই পূৰাবলৈ নতুন আলোড়ন আৰম্ভ হৈ ৱৰ্ডছ্‌ৱৰ্থ-কলেৰীজ-ছাদী ত্ৰিমূৰ্ত্তিৰ "লীৰিকেল্ বেলেডছ্" (১৭৯৮) প্ৰকাশেৰে নৱ-নৱন্যাস আন্দোলনৰ নিয়মিত উদ্বোধন হ'ল! এলিজাবেথ বা শ্বেক্সপীয়েৰৰ যুগৰ পাছত ই ইংৰাজী সাহিত্যৰ দ্বিতীয় সৃষ্টিমূলক যুগ, সন্দেহ নাই।

কিন্তু এই "নৱ-যোৱান" নৱ-নৱন্যাস আন্দোলনৰ শৌৰ্য্য-বীৰ্য্যও সৰহ কাল নিটিকিল: আঢৈকুৰি বছৰমানৰ পাছতে ভিক্টৰীয়া যুগৰ লগে লগে ইয়াৰ তেজ-বল টুটি আহিল আৰু সেই যুগৰ শেষত টেনিছনৰ মৃত্যুৰ লগে লগে উনৈশ শতিকাৰ শেষ-দশকত অতি-আধুনিক বা আজিৰ দিনৰ ভাৱ-ধাৰাৰ সূত্ৰপাত হ'ল। এই অতি-আধুনিক ভাৱ-ধাৰাৰ ভিতৰতো কিপ্লিঙৰ সাম্ৰাজ্যবাদ (ইম্পিৰিয়েলিজম্), চেষ্টাৰ্টনৰ পুৰণি-তন্ত্ৰবাদ (ট্ৰেডিছনেলিজম্), শ্ব-ৱেলছ দলৰ সমাজ-তন্ত্ৰবাদ (ছছিয়েলিজম্) আৰু তেওঁলোকৰ পাছৰ দলৰ সাহিত্যিক-ব্যক্তিতন্ত্ৰবাদ (লিটাৰেৰী ইণ্ডিভিডুৱেলিজম্) আদি বিভিন্ন অন্তৰ্বৃত্তি আছে; গতিকে সমূহীয়াকৈ আমি ইয়াক কৰ্মতন্ত্ৰবাদ বা প্ৰচাৰ-তন্ত্ৰবাদৰ সাহিত্য বুলিব পাৰোঁ।

যে ৱা শতিকাৰ শেষ-দশকৰ পৰাই ন-ন ভাবৰ পচন্ (ফাৰ্মেণ্ট) আৰম্ভ হোৱাত, সাহিত্যত এনেবোৰ ন-ন চিন্তা-শক্তিয়ে জন্ম পায় আৰু সেই-বোৰ পূৰ্ব্ববৰ্ত্তী ভিক্টৰীয়া যুগৰ ভাৱ-ধাৰাৰ ওপৰত প্ৰতিক্ৰিয়া কৰে। এনে ক্ৰিয়া প্ৰতিক্ৰিয়াৰ ফলৰূপে আমি পোনতে দেখা পাওঁ—পুৰণি বিপ্লৱবাদ আছিল ব্যক্তি-তন্ত্ৰমূলক (ইণ্ডিভিডুৱেলিষ্টিক্), কিন্তু শ্ৰেণী-নিৰ্বিশেষে আৰু মানুহ মানুহ স্বৰূপেই: তেওঁলোকৰ সাম্য-মৈত্ৰীৰ আদৰ্শ আছিল নীতিমূলক আৰু ভাবপ্ৰৱণ। কিন্তু বৰ্ত্তমানৰ বিপ্লৱবাদ হ'ল দল-তন্ত্ৰমূলক (কলেক্টিভিষ্টিক), সাধাৰণ ব্যক্তিতন্ত্ৰ-মূলক নহয়; ই ধৰ্মনৈতিক বা মানৱী অনুভূতি-মূলকো নহয়, ই অৰ্থনৈতিক আৰু মানসিক শ্ৰেণী-বিভাগ-বিৰোধী। এই পৰিৱৰ্ত্তনৰ আদৰ্শও একেবাৰে নতুন নহয়; কিয়নো মীল্ ৰক্সিন্ আদিয়ে ইয়াৰ আলিবাট বহুত আগতে চোঙাই গৈছে।

তাৰ পাছত দেখা পাওঁহঁক পূৰ্ব্ববৰ্ত্তী যুগৰ সঙ্কীৰ্ণ ৰূপ-পূজাৰ প্ৰতিক্ৰিয়া

ৰূপে বৰ্ত্তমানৰ শক্তি-পূজা। 'সৌন্দৰ্য্যই শক্তি' বুলি সেই যুগৰ সৌন্দৰ্য্য-উপাসক সকলে কৈছিল আৰু সৌন্দৰ্য্য গতিশীল (ডাইনেমিক্) ৰূপে শক্তিশীল নিশ্চয়; কিন্তু সৌন্দৰ্য্যৰ ধাৰণা যেতিয়া গতানুগতিক হয় সি তাৰ গতিশীলতা হেৰুৱাই স্থিতিশীল (ষ্টেটিক্), গতিকে প্ৰাণহীন, হৈ পৰে। এই বাবেই শেন-চকুৱা ব্ৰাউনিঙে ভিক্টৰিয়া যুগৰ গতানুগতিকতাক দুৰ্ব্বলতা বুলি দোষাৰোপ কৰিছিল আৰু নিজে তেওঁৰ ৰচনাত কুৎসিতকৈও শৌৰ্য্য বা ওজঃ গুণক প্ৰাধান্য দিছিল।

কিপ্লিঙৰ ৰচনাত আমি পোনতে এটা খহতা আৰু পোন-পটীয়াকৈ কথা কোৱা গুণ, বৰ্ত্তমান জীৱনৰ কদৰ্য্য কাহিনী আৰু পাশৱিক বাস্তৱতাবোৰো বাটৰ মানুহেও বৈ বৈ শুনাকৈ দিয়া বৰ্ণনা আৰু দিনেকীয়া গুটীয়া জীৱনৰ পৰিবৰ্ত্তে বৰ্ত্তমান দিনৰ সমস্যাসমূহৰ প্ৰাধান্য দেখা পাওঁ; সাহিত্যত ইয়াতেই বাস্তৱবাদৰ (ৰীয়েলিজম্) অভ্যুদয়। তেতিয়াৰে পৰা আৰু সমাজতন্ত্ৰবাদ (ছছিয়েলিজম্) মৰীচৰ নিচিনা সাহিত্যিকৰ কল্পনাৰ বস্তু হৈ নাথাকিল; শ্ব'-ৱেলছ্ আদিৰ লিখনিৰ ভিতৰেদি সি বাস্তৱলৈ নামি আহিল। গতিকে বৰ্ত্তমান যুগৰ সাহিত্য দিনক দিনে কলা-বিদ্যাৰ ফালৰ পৰা ফালৰি কাটি সামাজিক প্ৰচাৰ-কাৰ্য্যৰ ফালেহে আগবাঢ়িছে; আৰু সেই কাৰ্য্যৰ দ্বাৰাই সাহিত্য আৰু সমাজক নতুন শক্তি দিবৰ প্ৰয়াস পাইছে।

সাহিত্যত এই নতুন বেদৰ হোতাসকল লেখ-জোখত যিমানেই সৰহ হওক, প্ৰকৃততে 'নেতি'-বাদী। বৰ্ত্তমান সামাজিক ব্যৱস্থাবোৰৰ বিৰুদ্ধে তেওঁলোকৰ অসন্তোষ সুস্পষ্ট; কিন্তু এই অসন্তোষ দূৰ কৰিবৰ কোনো সঠিক গঠনমূলক আঁচনি বা উপায় তেওঁলোকে দাঙি ধৰিব পৰা নাই নিশ্চয়। তেওঁলোকে খঙৰ বেগত পুৰণি মাইলৰ খুটিবোৰ উঘালি দলিয়াই পেলাইছে, পুৰণি নৈতিক আৰু সামাজিক মূল্যবোৰ অস্বীকাৰ কৰি বহিছে; কিন্তু এতিয়ালৈকে নতুন মাইলৰ খুটি তেওঁলোকে পুতিব পৰা নাই, আৰু নৈতিক আৰু সামাজিক মূল্যবোৰ ন-কৈ নিৰূপিত কৰিব পৰা নাই। চমুকৈ কবলৈ হ'লে, বৰ্ত্তমানলৈকে এই নতুন আন্দোলনৰ মূলমন্ত্ৰ হৈছে ফেৰ-পতা (চেলেঞ্জ্)। জন্তুৰ পোনতে শিং গজিলে যেনেকৈ য'তে ত'তে খুন্দা মাৰিবলৈ বিচাৰে, এই নতুন আন্দোলনেও নৈতিক আৰু সামাজিক



ক্ষেত্ৰৰ পৰাই সাহিত্যতো ন-ন বিষয় আৰু ন-ন গঢ়ৰ পৰীক্ষা কৰিব লাগিছে মাথোন।

পুৰণি ভেটিত নতুন ঘৰ সাজিবলৈ হলে স্বভাৱতে পুৰণি ঘৰটো ভঙাই প্ৰথম কাম; এই নতুন আন্দোলনে সেই কামহে কৰিছে; তাত নিন্দা বা হতাশৰ ঠাই নাই। আমাৰ চাৰিওফালে এবাৰ চকু ফুৰালেও দেখিবলৈ পাওঁহঁক, জগতৰ পৰিবৰ্ত্তনৰ ধুমুহা অতি প্ৰৱল বেগেৰে ব'ব লাগিছে। ৰে'ল-গাড়ী, মটৰ-গাড়ীৰ উপৰিও বৰ্ত্তমান আকাশী-জাহাজ টেলিভিছন, অনা-তাঁৰ আৰু যন্ত্ৰই জগতৰ কাল আৰু স্থান প্ৰায় হত্যা কৰিছে; আৰু আগৰ বহল পৃথিৱীখন আজি কোঁচখাই হাঁচটিত ভৰোৱা টেমি যেন হব খুজিছে। বৰ্ত্তমান মানৱ-মন তথা সাহিত্যৰ ওপৰত তাৰ যথেষ্ট প্ৰভাৱ পৰিবই পৰিব; তেনেহ'লে সম্প্ৰতি শুদা সাহিত্যই কিয় বোলোঁ, বৰ্ত্তমান মানৱ-মন আৰু মানৱ-সমাজেই কি অপূৰ্ব অথিৰ সমতাৰ (অন্‌ষ্টেব্‌ল্ ইকুইলিব্ৰিয়ম্) ওপৰত দোলায়মান!

আমাৰ গুটীয়া জীৱনলৈকেনো নাচাওঁহক কিয়? আঢ়ৈকুৰি, দেঢ়কুৰি, সৰহ কি, একুৰি বছৰৰ আগৰ সেই জিৰনীয়া জীৱন, সেই চোতালত পাটি পাৰি বহি বা পদুলিত পিঠি পাতি ৰ'দ লোৱা আজৰি দিন আজি আছেনে? আগৰ যুগৰ অৰ্থাৎ দেঢ়কুৰি আঢ়ৈকুৰি বছৰৰো আগৰ সেই সহজ সৰল জীৱন আজি যিদৰে নাই, সেইদৰে সেই কালৰ গাম্ভীৰ্য্য, সৌন্দৰ্য্য, মাধুৰ্য্য—একোৰে একোটো আজি নাই। আজিৰ গাভৰু সেই "গজেন্দ্ৰ-গামিনী" নহয়, "ৰাজহংস গতি" বা "কইনা-খোজ" আজি তেওঁৰ গুণৰ লেখত নপৰি দোষৰ ভাগত পৰাও আচৰিত নহয়। ডেকাসকলৰো সেইদৰে কথা-গৰকা গহীন-গম্ভীৰ স্বভাৱৰ ঠাইত তীখৰ, ত্বৰ্-চেঙেলি বা তজবজীয়া স্বভাৱেই অধিক কাজুৱা হোৱা বিচিত্ৰ নহয়।

জগতৰ আজি মূলমন্ত্ৰ মাত্ৰ বেগ (স্পীড্)। পানী-নসৰকা কামৰ দিন যেন আজি নাই। পাণ্ডিত্যতো সেই পুঙ্খানুপুঙ্খ বিচাৰ আৰু মৌলিকতাৰ দৈন্যই দেখা দিছে; পুৰণি কথাত নতুন বোল দি সজাই-পৰাই বা পিতলৰ অলঙ্কাৰকে চিকচিকীয়া কৰি সোণৰ দৰে দেখুৱাব পৰাও পাণ্ডিত্য বুলি গণ্য হৈছে। মুঠতে, উশাহ-নিশাহ লবলৈ তৎ হেৰুৱা খৰ-খেদাই আমাৰ জীৱনৰ দৰে বৰ্ত্তমান যুগৰ সাহিত্যকো অস্বাভাৱিক

উশাহ-নিশাহ ( আৰ্টিফিছিয়েল ৰেস্পিয়েস্যন ) দিছে। এই খৰ-খেদাৰ বাবেই, আত্মাৰ সৌন্দৰ্য্যৰ কথাই নাই, শৰীৰৰ অবয়বৰ স্বাভাৱিক সৌন্দৰ্য্যলৈও ভ্ৰূক্ষেপৰ আহৰি আমাৰ নোহোৱা হৈছে; আৰু বজাৰৰ পাউদাৰ, স্ন' আদি প্ৰসাধনৰ বস্তুৱেই প্ৰকৃতিৰ সৌন্দৰ্য্যৰ ঠাই পুৰাইছে।

এনে হোৱাও স্বাভাৱিক। ৰাজনৈতিক শাসনৰ ঘূৰ্ণি সলাবৰ সময়ত যেনে বেমেজালি স্বাভাৱিক, সাহিত্যৰ বিষয়তো সেই কথাই। এনে সময়ত কলা-বিদ্যাই খুন্দা-খুন্দলি খোৱা বা নতুন দলৰ আগ্ৰহাতিশয্যৰ বাবে আহুকালত পৰিব লগা হোৱাটো তাৰ অনুশাসন বুলি মানি ল'ব লাগিব। বৰ্ত্তমান যুগৰ কবিতাত যদি সৌন্দৰ্য্য আৰু মাধুৰ্য্যৰ পৰিবৰ্ত্তে আমি হুটা আৰু খহতা গুণহে দেখা পাওঁ, তাৰ পৰা আমি বুজিব লাগিব আমাৰ বৰ্ত্তমান জীৱন তেনে হুটা আৰু খহতা হৈছে; গতিকে সাহিত্যত সিও স্বাভাৱিকেই। ন-ধানৰ চাউলে পোনতে পেটৰ অসুখ-বিসুখ ঘটাবই, দিন যোৱাৰ লগে লগে তাৰ সেই দোষ যাব নিশ্চয়। আৰ্থৰ কম্পটন্ ৰিকেটে কৰৰ দৰে, "নতুনকৈ তৈয়াৰি কৰা সুৰা জ্বলা-তিতা আৰু ঘূৰ-ঘূৰোৱা হ'বই; সময়েহে তাৰ সেইবোৰ দোষ গুচাব পাৰিব। ইয়াৰ ভিতৰতে এই ঘূৰ-ঘূৰোৱা নতুন পানেয় বৰকৈ সেৱন কৰি ঢলং-পলং হৈ অত্যাচাৰেই বল আৰু ব্যভিচাৰেই স্বাধীনতা বুলি ভ্ৰম কৰোঁতাসকলৰ লগত আমি বিশেষ সহ গুণেৰে চলিব লাগিব।"

"পুৱালৈ সময় কিমান" পদ-পুথিত আমি আধুনিক কবিতাৰ ওপৰত বৰ্ণোৱা প্ৰায়খিনি গুণকেই দেখা পাওঁইক।—

"অনন্ত গতিত ঘূৰা
দুখ-দৈন্য অৰ্দ্ধাহাৰী-অনাহাৰী
পতিতৰ, দলিতৰ, মহাপাৰাবাৰ ;—
শোষণৰ-আটাহৰ উৰ্মি উঠে!" ( পুৱালৈ সময় কিমান ? )

আদিত নৈতিক আৰু অনুভূতিসূচক মানৱীয় ব্যক্তি-তন্ত্ৰবাদতকৈও অৰ্থনৈতিক, মানসিক আৰু শ্ৰেণী-বিভাগৰ বিৰোধী দলতন্ত্ৰমূলক ( কলেক্টিভিষ্টিক ) সুৰহে শুনিবলৈ পাওঁ।



"কোমলতা-সৰলতা নাই আজি
প্ৰাণীৰ হিয়াত। চাৰি দিশে উঠে ৰোল
খোৱা-কামোৰাৰ —
হাহাকাৰ ব্যক্তিত্বৰ দাবী।"—( "বিৰহ" )

—ইয়াত এহাতে যেনেকৈ পূৰ্ববৰ্ত্তী সৌন্দৰ্য্য আৰু মাধুৰ্য্যৰ ঠাইত বৰ্ত্তমানৰ কাৰ্য্যৰ উল্লেখে ঠাই পাইছে, আন হাতে মানৱীয় অনুভূতিতকৈ সেই কলেক্টিভিজিম্ আৰু সমাজৰ অথিৰ-সমতা ( অন্ষ্টেবল্ ইকুইলিব্ৰিয়ম্ ) প্ৰকাশ পাইছে।

"তোমাৰ অসম আৰু
মহিমা-মণ্ডিত তাত নাই অসমীয়া —
কঙ্কাল-শঙ্কুল চাৰি দিশ।......
খুন্দা খাই ভায়ে-ভায়ে
আজোঁৰ-পিজোঁৰ কৰে নিজৰ মঙহ!
মাতৃ-ৰক্ত অধৰত লই গৌৰৱত আপোন-পাহৰা।...
জাগা, জাগি উঠা ৰৰটোপ
উঠা জাগি, বিজয় ঝঙ্কাৰে।...
নতুবা,—শত শত বৰিষৰ সুপ্ত অগ্নি-শিখা
কৰা উদ্গীৰণ ; ছাই কৰি কুম্ভকৰ্ণ-দেশ,
সোণৰ কঠীয়া পুনু দিয়া ছটিয়াই,—
ৰত্ন-বৃক্ষ গজক আকৌ।"——( "ৰত্ন-বৃক্ষ গজক আকৌ" )

ইয়াতো সংঘাত-সংঘৰ্ষ আৰু ধ্বংসৰ সঙ্কল্প-মন্ত্ৰই বিশেষভাৱে উচ্চাৰিত হৈছে; "সোণৰ কঠীয়া" ক'ৰ পৰা আনিব আৰু "ৰত্ন-বৃক্ষ" কেনেকৈ গজিব, তালৈ বিশেষ চকু নাই; যিহেতুকে আগতে কোৱাৰ দৰে, এই নতুনৰ বেদ ঘাইকৈ 'নেতি'-বাদী।

"ৰক্ষকে ভক্ষক হই গঢ়িছে শ্মশান।
দৰিদ্ৰৰ চকুলোৱে পৰা নাই আজি
হিয়াহীন সাগৰত তুলিব জোৱাৰ।........

জনতাৰ ঘৰে ঘৰে উঠক উজলি
সাম্য-মৈত্ৰী-স্বাধীনতা অনুপম সুৰ।... ....
অঘাসুৰ-বকাসুৰ পলাব আঁতৰি ;
কদম-তলত বেণু বাজিব আকউ
বাস্তৱৰ আদৰ্শত অৱনী কঁপাই।"—("কদম তলত বেণু")

—এই "সাম্য-মৈত্ৰী-স্বাধীনতা" যেনেকৈ ধৰ্ম্ম-নৈতিক বা মানৱীয়তকৈ অৰ্থ-নৈতিক আৰু মানসিকহে, সেইদৰে "কদম-তলত বেণুই বাজিবলৈ ক'লেও সি গোপিনী-মোহন নিশ্চয় নহব ; সেই বেণুত বাজিব বীৰ-ৰং উতলাই তোলা কুৰুক্ষেত্ৰৰ পাঞ্চজন্য সুৰ ; কিয়নো সি "বাস্তৱৰ আদৰ্শত।"

"তোমাৰ বিহনে আজি বৈ যায় তেজৰ নিজৰা ;
বাটে বাটে কান্দে জনতাই !
বটোঁৱা দয়াৰ-হাত তোমাৰ কৃষক।"—("বটোঁৱা দয়াৰ-হাত")
"বন্ধ্যা হল যদি আজি আমাৰ পৃথিবীখনি,
জনমাই নিদিয়ে একোকে ;
ঘামেৰেই সাজি ল'ম স্বৰ্ণৰ অট্টালিকা
কৰ্ম্ম-বীৰ গঢ়ি জাকে জাকে।"—("গঢ়ি লম সোণৰ মুকুট')
"সোণালী পথাৰত ভূতে টকলিয়ায় নাচিছে যখিনী-পাল ;
চুকৰ ভেকুলীৰ নাচোনত ছিগিছে আইৰ কুমলীয়া-ছাল।
হুহুৱে নাচিছে ঘৰৰে ছালতে, চা ডেকা ল'ৰা তোৰ ;
ভেটি-বাৰী-মাটি ৰাহুৱে গিলিছে দিন-দুপৰতে চোৰ।......
"বিড়াল তপস্বীৰ চকুত জিলিকে প্ৰতিহিংসা-মহাবাণ ;
মাতৃ-চেনেহৰ আঁচল তলত গঢ়ে বিষ-শৰাসন।"—("টোপনিৰ পৰা উঠ")

এই অনুক্ৰমে জগতৰ বৰ্ত্তমান সাহিত্যৰ ভাৱ-ধাৰা অসমীয়া সাহিত্যৰ ভিতৰেদি বোৱাবলৈ শ্ৰীমান মনেশ্বৰ বৰাই যত্ন কৰিছে আৰু তাত ভালেখিনি সিদ্ধি লাভ কৰিছে। "চিনাকি", ১৯৫৩।

---